# অসমীয়া গল্পগুচ্ছ

সম্পাদক

মহেশ্বৰ নেওগ

যোগেশ দাস

নাৰায়ণ শৰ্মা






১৯৭৮

অসম সাহিত্য সভা, যোৰহাট, অসম

'ASAMIYA GALPAGUCCHA'—An anthology of Assamese short stories, compiled and edited by Maheswar Neog, Jogesh Das and Narayan Sarma and published by Lila Gogoi, General Secretary, Asam Sahitya Sabha, Jorhat, 1978.

প্ৰকাশক : লীলা গগৈ
প্ৰধান সম্পাদক, অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

বেচ : দহ টকা

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# আগকথা

আজি প্ৰায় তিনি বছৰৰ আগতেই অসম সাহিত্য সভাই এটি গল্প-সঙ্কলন প্ৰকাশ কৰিবলৈ আঁচনি যুগুত কৰিছিল; 'গল্পগুচ্ছ' ইয়াৰেই ফল। পুথিখনি যুটীয়াকৈ সম্পাদনা কৰিছে ড° মহেশ্বৰ নেওগ, শ্ৰীযুত যোগেশ দাস আৰু শ্ৰীযুত নাৰায়ণ শৰ্মাই। সঙ্কলনটি দীৰ্ঘ দিনৰ পিছত পাঠকৰ হাতত দিবলৈ পাই আনন্দ পাইছোঁ আৰু সম্পাদকসকললৈ কৃতজ্ঞতা জনাইছোঁ।

নৱজীৱন প্ৰেছৰ সত্বাধিকাৰী শ্ৰীযুত কালীচৰণ পাললৈ আমাৰ আন্তৰিক শলাগ জনালোঁ।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১
২৫. ১১. ৭৮

শ্ৰীলীলা গগৈ
সম্পাদক
অসম সাহিত্য সভা

# সূচী

# ভূমিকা

॥ ১ ॥

বিশ্ব-সাহিত্যত কেতিয়াৰপৰা আৰু কেনেকৈ চুটিগল্পই প্ৰতিষ্ঠা লাভ কৰিলে একে আষাৰে কোৱা টান। আনকি ইয়াৰ এটা সৰ্বজনগ্ৰাহ্য সংজ্ঞাও আজিলৈকে নিৰ্ণীত হোৱা নাই। সাহিত্যৰ এটি অতিশয় জনপ্ৰিয় অঙ্গ-ৰূপে চুটিগল্পই বিভিন্ন দেশত বিভিন্ন প্ৰকাৰে বিকাশ লাভ কৰা কাৰণেও তেনে এটা সুনিৰ্দিষ্ট সংজ্ঞা উলিওৱা টান হৈ পৰিছে। অৱশ্যে কবিতা, প্ৰবন্ধ, উপন্যাস আদিৰ ক্ষেত্ৰতো সংজ্ঞাৰ বিষয়ত একে কথাই খাটে; এইবিলাক সম্বন্ধেও নানা মুনিৰ নানা মত থকা দেখা যায়। এন্‌চাইক্ল'পিডিয়া ব্ৰিটেনিকাত কোৱা হৈছে যে চুটিগল্প এবিধ সাহিত্য-কলা হিচাপে এতিয়াও বিকাশশীল হৈয়ে আছে; সেই কাৰণেও এটা সুনিৰ্দিষ্ট সংজ্ঞা এতিয়ালৈকে উলিয়াব পৰা হোৱা নাই। চুটিগল্পৰ বিকাশৰ ইতিবৃত্ত চমুকৈ ইয়াতে কৈ লোৱা ভাল হ'ব।

ডিম্বেশ্বৰ নেওগে তেওঁৰ অসমীয়া সাহিত্যৰ বুৰঞ্জীত এই শ্ৰেণী ৰচনাক 'চুটিসাধু' আখ্যা দি গৈছে। আকৌ, অসমীয়া সাহিত্যত চুটিগল্পৰ বাটকটীয়া লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰতি অভিযোগ যে তেওঁ গল্প আৰু সাধুৰ মাজত পাৰ্থক্য নেৰাখিছিল। (সবিতা সভাৰ 'বেজবৰুৱাৰ সাহিত্য-প্ৰতিভা'ত ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাৰ প্ৰবন্ধ) বেজবৰুৱাই আন কি তেওঁৰ এখন গল্প-পুথিৰ নামকৰণ কৰিছে 'সাধুকথাৰ কুকি' বুলি। এই দুয়োটা প্ৰসঙ্গৰে কিছু কিছু অৰ্থ আছে। সাধুকথা শ্ৰেণীৰ বহুতো কাল্পনিক কাহিনী বিশ্বৰ বিভিন্ন ভাষাত প্ৰচলিত হৈ আহিছে; হাবিতলীয়া মৃগয়া-জীৱী মানুহৰ সমানেই ই পুৰণি। যোছেফ শ্বিপ্‌লিয়ে তেওঁৰ সাহিত্য-অভিধানত লিখিছে যে খ্ৰীষ্টপূৰ্ব ৪০০০ চনৰ 'যাদুকৰৰ কাহিনী' নামে সংকলন এটি প্ৰাচীন মিচৰীয় সাহিত্যৰ-পৰা পোৱা গৈছে, আৰু তেনেকুৱা প্ৰাচীন কাল্পনিক কাহিনী আৰবী, হিব্ৰু, সংস্কৃত, গ্ৰীক আদি ভাষাতো পোৱা যায়। পঞ্চতন্ত্ৰ, বেতালৰ সাধু, বৌদ্ধ জাতকবিলাক, আৰব্যোপন্যাসৰ কাহিনীবিলাক, বাইবেলত থকা পেৰেবোল জাতীয় কাহিনীবিলাক, ঈছপৰ ফেব্‌ল্‌সমূহ ইত্যাদিৰ কথা এই প্ৰসঙ্গত

প্ৰথমে মনলৈ আহে; আকৌ তাৰ লগতে অসমীয়া বুঢ়ী আইৰ সাধু বা বঙলা ঠাকুৰমাৰ ৰূপকথা, ইউৰোপত গ্ৰিম্ ভ্ৰাতৃদ্বয় আৰু এণ্ডাৰছনে সংগ্ৰহ কৰা ফেয়াৰি টেল্‌বিলাক, আমাৰ জনজাতিবিলাকৰ দৰে পৃথিৱীৰ বিভিন্ন দেশৰ অনুন্নত জাতিবিলাকৰ মাজত মুখে মুখে চলি অহা সাধুকথাবিলাকৰ কথাও মনলৈ আহে। এই সকলোবিলাকৰ উমৈহতীয়া বিশেষত্ব এয়ে যে এইবিলাক চুটি চুটি, কল্পনাপ্ৰসূত, মনোৰঞ্জক আৰু কেতিয়াবা শিক্ষণীয় আৰ্হি-আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত। বহু সময়ত অলৌকিক হ'লেও, গছ-গছনি, জীৱ-জন্তুৰ লগত মানুহে কথা পতা যেন দেখুৱালেও সাধুকথাবিলাক মানুহৰ অভিজ্ঞতা বৰ্জিত নহয়। ফ্ৰেজাৰৰ 'দি গ'ল্ডেন বাও' গ্ৰন্থত বিভিন্ন দেশৰ অসংখ্য সাধুকথাৰ উল্লেখেৰে আদিম মানুহৰ বিশ্বাসৰ আভাস উলিয়াবলৈ যত্ন কৰা হৈছে। তেজীমলাৰ-সাধুটোত লাউ, পদুমফুল আদিয়ে কথা ক'লেও মানুহৰ মৰম, সতীয়া জীয়েকৰ প্ৰতি মাহীমাকৰ ঈৰ্ষা, প্ৰকৃতিৰে সৈতে আদিম মানুহৰ নিবিড় সম্পৰ্ক আদিৰ কথাও লগে লগে প্ৰকাশ পাইছে। সভ্যতাৰ পোহৰ নপৰা হাবিতলীয়া মানুহৰ মাজত প্ৰচলিত সাধুবিলাকত আজিও এইবিলাক বৈশিষ্ট্য ফুটি উঠা দেখা যায়। লিখন-কলা উদ্ভাৱন হোৱাৰ আগতে হাবিতলীয়া মানুহ চিকাৰৰ অভিজ্ঞতা গধূলি পৰিয়াল বা গোষ্ঠীৰ আগত বৰ্ণনা কৰোঁতেও এনেকৈ কাহিনী সৃষ্টি হৈছিল। অসমীয়া 'সাধু' শব্দটো কোনো কোনোৱে দূৰণিৰপৰা ঘূৰি-পকি অহা সাউদ বা সাধু-সন্ন্যাসীয়ে নিজ অভিজ্ঞতা বৰ্ণনা কৰাৰপৰাই অহা বুলি মত প্ৰকাশ কৰে। এতিয়া আমি আধুনিক চুটিগল্পৰ লগতে ওপৰত কৈ অহা সাধুকথাৰ বিশেষত্ববিলাক তুলনা কৰি চালেই ধৰিব পাৰিম যে দুয়ো বিধৰে কিছু কিছু মিল আছে: গল্পও চুটি, কল্পনাপ্ৰসূত, মনোৰঞ্জক, গল্পতো শিক্ষণীয় বিষয় থাকে, গল্পও মানুহৰ জীৱনৰ অভিজ্ঞতাৰেই পৰিপুষ্ট। তেনেহ'লে সাধু আৰু গল্পৰ ওচৰ সম্বন্ধ নেকি? কেনেথ কেম্পটন্ নামে এজন লিখকে মত প্ৰকাশ কৰিছে যে সাধুকথাই কালক্ৰমত ৰূপ সলনি কৰি কৰি আজিৰ যুগত গল্প হৈছেহি; সাধুক আজোককা বুলিলে গল্পক পৰিনাতি বুলিব পাৰি। এফালৰপৰা কেম্পটনৰ কথাষাৰ সঁচা যেন লাগে। কিয়নো প্ৰাচীন কালত নাইবা আদিম সমাজত লোকে চুটি চুটি কাহিনী সাজি সাজি কৈছিল, লিখিব জনা মানুহে সজাই-পৰাই লিখিছিল; মানুহৰ সেই বিদ্যাকে এই

যুগত গল্প লিখাত প্ৰয়োগ কৰা হৈছে। সাধু-সন্ন্যাসী, সাউদ বা নিপুণ চিকাৰীয়ে নিজৰ অভিজ্ঞতা বৰ্ণনা কৰোঁতে প্ৰায়েই হয় পাহৰি, নহয় ইচ্ছা কৰি ৰহণ চৰাইছিল; আমিও দেখি অহা বা শুনি অহা ঘটনা এটা তৃতীয় জনৰ আগত বৰ্ণাওঁতে প্ৰায়েই ৰহণ সানো; ককাদেউতাই নাতিল'ৰাৰ আগত সাধুকথা কওঁতেও সেইটো কৰে, বাস্তৱৰ ওপৰত ভিত্তি কৰি গল্প লিখোঁতেও সেইটো কৰা হয়। কিন্তু সাধু আৰু গল্পৰ মাজৰ মিল এইখিনিতেই শেষ। উনবিংশ শতিকাত বিশিষ্ট গঢ় লৈ উঠা গল্প-সাহিত্য সম্পূৰ্ণৰূপে আধুনিক সভ্যতাৰ অৰ্বাচীন অভিজ্ঞতা অনুভৱ কৰা মানুহৰেই কাহিনী-সাহিত্য। আণ্টন চেকৱে যদি গাড়ীৰ চালক এজনক এটা ঘোঁৰাৰ লগত কথা পতাইছে তেন্তে চালক মানুহজনৰ মনৰ ভাবটোহে প্ৰকাশ কৰিছে; বেজবৰুৱাৰ 'এৰাবাৰী' গল্পত গছবিলাকে কথা কৈছে হয়, কিন্তু বেজবৰুৱাই অকাল-মৃত্যু বৰণ কৰা কুমলীয়া বিধৱা বায়েক পিয়ালীৰ নিচিনা এগৰাকী মানুহৰ জীৱন-যন্ত্ৰণাৰ কথাকেহে ঘাইকৈ গল্পটোত ক'ব খুজিছিল। আজোককাজনক যেনেকৈ পৰিনাতিৰ মাজত বিচাৰি পোৱা নেযায়, ঠিক তেনেকৈ সাধুকথাকো গল্পৰ মাজত আৱিষ্কাৰ কৰা টান; উকা বংশলতা-ভাৱেই সি মাত্ৰ কালাতীত সম্বন্ধৰ জেৰ টানে।

ইংৰাজী story শব্দটো লেটিন historia শব্দৰপৰা আহিছে; গতিকে story বুলিলে ঐতিহাসিক ঘটনা বৰ্ণনা কৰাৰ নিচিনা বুজায়। ইংৰাজী tale আৰু ফৰাচী conte শব্দ দুটায়ো কিবা এটা কথা এজন মানুহে বৰ্ণনা কৰা কথা সূচায়। fable বুলিলে নীতিকথা সম্বলিত জীৱ-জন্তুৰ কাহিনী বুজায়; ঈছপে খ্ৰীষ্টপূৰ্ব ষষ্ঠ শতিকাত শিয়ালে বাৰে বাৰে জপিয়ায়ো ঢুকি নেপাই শেষত 'আঙুৰ টেঙা' বুলি নীতিবচন গোৱা ধৰণৰ ফেব্‌ল্ বা উপকথাবিলাক লিখে। সাধু, সাউদ বা চিকাৰীয়ে অভিজ্ঞতা বৰ্ণোৱা আৰু পুৰণি কাহিনীবিলাকত শিক্ষণীয় বিষয় থকাটো ইয়াৰ লগত তুলনা কৰি চাব পাৰি।

গল্প বুলিলে আমি যিহক বুজোঁ। সেই শ্ৰেণীৰ লিখা স্পষ্ট সাহিত্য-ৰূপে উনবিংশ শতিকাৰ দ্বিতীয়-তৃতীয় দশকৰপৰাহে উদ্ভৱ হ'বলৈ ধৰে। অষ্টাদশ শতিকাৰ শেষভাগত ইউৰোপত শিল্প-বিপ্লৱ হয়; প্ৰথমে ইংলেণ্ড, তাৰ পিছত ফ্ৰান্স, জাৰ্মানী, হলেণ্ড, বেলজিয়াম আদি দেশতো নানান বৈজ্ঞানিক যন্ত্ৰ-পাতিৰ

উদ্ভারনে, চহৰৰ কল-কাৰখানাত কাম কৰিবলৈ গাঁওবিলাকৰপৰা বোৱা বনুৱাৰ সোঁতে আৰু বাষ্পচালিত যান-বাহনৰ সহায়ত সম্ভৱ হৈ উঠা সহজ যাতায়াত ব্যৱস্থাই মানুহৰ জীৱন-যাত্ৰা অতি ক্ষিপ্ৰ কৰি তোলে। ১৯১৭ চনত ৰুছিয়াত যি সমাজ-ব্যৱস্থাৰ আমূল পৰিৱৰ্তনকাৰী বিপ্লৱ হৈছিল তাৰ মূলতো কল-কাৰখানাৰ সম্প্ৰসাৰণৰ ফলত হোৱা নিষ্পেষিত বনুৱাসকলৰ ৰোহ বা ক্ষোভ এটা প্ৰধান কাৰণ আছিল। জীৱনৰ এই গতিবেগৰ তীব্ৰতাৰ ফলত গল্পৰ নিচিনা চুটি চুটি কাহিনী কম সময়ত পঢ়ি সাহিত্য-কলাৰ সোৱাদ ল'বলৈ মানুহৰ মন যোৱাটো সম্ভৱ। পুৰণি কালৰপৰা কাব্য, নাটক, উপন্যাস আদিৰ যোগেদি পাঠকে যি কাল্পনিক কাহিনী-পাঠৰ সোৱাদ পাই আহিছিল তাক তাকৰীয়া সময়ৰ বাবদ গল্পৰ যোগেদি লবলৈ বিচাৰিলে। আজিও আমি ঘৰতে ক্ষন্তেক জিৰণি লোৱাৰ অৱসৰত আলোচনী এখনৰ পাত লুটিয়াই গল্প-সমন্বিতে চুটি চুটি প্ৰবন্ধবিলাক পঢ়ি পেলাওঁ ; নাইবা, বাছত, ৰেলত, এৰোপ্লেনত গৈ থাকোঁতে তেনেকুৱা চুটি লেখা পঢ়োঁ। কিন্তু সময়ৰ নাটনিয়েই একমাত্ৰ কাৰণ বুলি ক'লে ভুল হ'ব। কাৰণ কাব্য, নাটক, উপন্যাস এতিয়াও লিখা হৈ আছে, সেইবোৰৰ উপভোগ এতিয়াও হৈ আছে—যদিও উল্লেখ কৰি থোৱা ভাল হ'ব যে গধুৰ গধুৰ উপন্যাসৰ লগতে সৰু সৰু উপন্যাসিকা আৰু পূৰ্ণাঙ্গ নাটকৰ লগতে একাঙ্ক নাট ৰচনাৰ প্ৰৱণতা এটাও গঢ় লৈ উঠিছে। শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীয়ে লিখিছে : "কম সময়তে আৰু কম আয়াসতে ইয়াক আয়ত্ত কৰি আনন্দ লাভ কৰাৰ সুবিধাও নিশ্চয় এটা, কিন্তু এইটোৱেই একমাত্ৰ কাৰণ নহয়। আধুনিক জীৱন-যাত্ৰাৰ কৰ্মব্যস্ততাৰ মাজত আহৰি সময়ৰ নাটনি হ'লেও কোনো এটি বস্তুৰ উপযোগিতাৰ বিচাৰ অকল সময়ৰ ফালৰপৰাই সকলো ক্ষেত্ৰতে কৰিব নোৱাৰি। ব্যস্ততাৰ মাজতে অলস-অৱশ হৈ সময় কটোৱাৰ অভ্যাস সকলো লোকৰেই আছে। আন হাতে বহুতো সময় নষ্ট কৰি হ'লেও আমি আমোদ-আনন্দ লাভৰ আশাত আন কামৰ কথা পাহৰি যাওঁ, আৰু অবাবতে সময় গুচি গ'ল বুলিও পিছত আক্ষেপ নকৰোঁ। গতিকে দীঘল কাব্য বা উপন্যাস নপঢ়ি অকল চুটিগল্পৰ পিনে সময়ৰ তাগিদাত মানুহ আকৃষ্ট হৈ পৰাৰ কথা সত্য হ'লেও সি আংশিক সত্যহে। গল্প কোৱা আৰু গল্প শুনাৰ প্ৰবৃত্তি মানুহৰ এক আদিম প্ৰবৃত্তি। নিজৰ জীৱনৰ

সুখ-দুখৰ কাহিনী আনৰ আগত প্ৰকাশ কৰিলে মন পাতলে আৰু আনৰ সুখ-দুখৰ কাহিনী শুনিলেও অন্তৰত সহানুভূতি জাগে।" ('আধুনিক গল্প-সাহিত্য') চুটি গল্পই জনপ্ৰিয়তা লাভ কৰাৰ আৰু তিনিটা কাৰণ দাঙি ধৰা হৈছে। (১) উপন্যাসে কাহিনী-কলা-ৰূপে বিকাশ লাভ কৰি কৰি চৰম বিন্দু পায়গৈ ১৮শ শতিকাৰ শেষ ভাগতহে। গতিকে এটা নতুন কাহিনী কলা-ৰূপে উদ্ভৱ হ'বলৈ এই যুগত গল্প-সাহিত্যৰ সময় লাগিল, যি সময় ১৯শ শতিকাৰ প্ৰথমৰ কেই দশকতহে উপস্থিত হ'ল। (২) ১৯শ শতিকাৰ ৰোমাণ্টিক আন্দোলনে সাহিত্যৰ নানান দিশত ন-ন সম্পৰীক্ষা চলায়; চুটিগল্পৰ উদ্ভাৱনো তাৰেই এটা অঙ্গ মাথোন। (৩) আলোচনীবিলাক ওলাই এই সময়ৰেপৰা চুটিগল্পৰ প্ৰধান প্ৰকাশ মাধ্যম হৈ উঠে। আমেৰিকান লিখক এডগাৰ এলেন পোৱে চুটিগল্পক তেওঁৰ দেশৰ আলোচনীৰ সন্তান আখ্যা দিছিল। আমাৰ ভাষাতো আলোচনীবিলাকেই চুটিগল্পৰ প্ৰসাৰত প্ৰধানকৈ সহায় কৰি আহিছে। 'আৱাহন' আৰু 'ৰামধেনু' এই দুখন জনপ্ৰিয় মাহেকীয়া আলোচনীয়ে অগা-পিছা দুটা বিশিষ্ট যুগৰ গল্প-সাহিত্যৰ বিকাশত বৰঙনি যোগাইছিল।

উনবিংশ শতিকাৰ আৰম্ভতে কেনেকৈ পাশ্চাত্য সাহিত্যত চুটিগল্পই এটা বিশিষ্ট সাহিত্য-কলাৰূপে গঢ় ল'বলৈ ধৰে তাৰ ইতিবৃত্ত চমুকৈ কোৱা উচিত হ'ব। 'ৰিপ্ ভেন্ উইঙ্ক্ল'ৰ লেখক ৱাছিংটন আৰ্ভিঙে ১৮১৯-২০ ছনৰপৰা গল্প প্ৰকাশ কৰিবলৈ আৰম্ভ কৰে; তেওঁৰ এই গল্পটো হেনো আমেৰিকাৰ পোন প্ৰথম চুটিগল্প। আমেৰিকা যুক্তৰাষ্ট্ৰতে ১৮৩২ ছনত নেথেনিয়েল হথৰ্ণ আৰু এড্গাৰ এলেন পো-ৰ গল্পবিলাক ওলাবলৈ ধৰে। প্ৰায় একে সময়তে ইপিনে ৰুছিয়াত আলেকজেণ্ডাৰ পুস্কিন আৰু নিকোলাই গগলে নাটক আৰু উপন্যাস লিখাৰপৰা কিছু আজৰি লৈ গল্প লিখাত মনোনিৱেশ কৰে। জাৰ্মানীত ই. টি. ডব্লিউ হফ্মানে ১৮১৪ ছনৰপৰা তেওঁৰ exotic কাহিনী-বিলাক লিখিবলৈ ধৰে। ফ্ৰান্সত ১৮৩০ ছনত মেৰিমী ( Mirimie ), বালজাক আৰু গটিয়াৰে (Gautier ) তেওঁলোকৰ conte বুলিবৰ কাহিনীসমূহ প্ৰকাশ কৰিবলৈ ধৰে। মন কৰিবলগীয়া যে প্ৰায় একে সময়তে পশ্চিমৰ এইবিলাক বিভিন্ন দেশত গল্প-সাহিত্যই স্বৰূপ গ্ৰহণ কৰিবলৈ ধৰে। এইৰূপে উদ্ভৱ হোৱা গল্পই ক্ৰমাৎ দুটা বিশিষ্ট ধাৰাত ভাগ হৈ যায়—এটা পশ্চিমীয়া,

আনটো ৰুছ ধাৰা। পশ্চিমীয়া ধাৰাটোৰ গুৰি পো, ৰুছ ধাৰাৰ ৰূপ নিৰ্ধাৰণ কৰোঁতা আইভান টুৰ্গেনেব। কুৰি শতিকাত এই দুটা ধাৰাকে কোনো কোনোৱে মোপাছাঁ (ফ্ৰান্স) আৰু চেকভৰ (ৰুছিযা) ধাৰা বুলি আখ্যা দিয়ে। এডগাৰ এলেন পো-ৰ ধাৰাক ফৰাচী সাহিত্যৰ অমৰ কথাশিল্পী গী দ্য মোপাছাঁই অনুসৰণ কৰি তাৰ এটা বিশিষ্ট ৰূপ দিয়ে; পুস্কিন-গগলে আৰম্ভ কৰা গল্প-সাহিত্যক টুৰ্গেনেবে যি এটা বিশিষ্ট ধাৰাইদি বোৱাই দিছিল, তাকেই আণ্টন চেকভে এক পূৰ্ণ কলাৰূপত সজাই-পৰাই তোলে। পো-ৰ পশ্চিমীযা ধাৰাক মেৰিমী আৰু বালজাকৰ গল্পৰাজিযে বাস্তৱতা, সুস্পষ্ট দৃষ্টি-নিক্ষেপ, পুংখানুপুংখ বিৱৰণ আৰু সঠিক বিবৃতিৰে সহায কৰিলে। এই ধাৰাত কিছুমান ঘটনা সৃষ্টি কৰি সেইবোৰক এনে ধৰণে আখ্যানভুক্ত কৰা হয যে কাহিনীৰ ঔৎসুক্যপূৰ্ণ শীৰ্ষ-বিন্দুত গভীৰ প্ৰভাৱশীল পৰিণামৰ সৃষ্টি হয়। টুৰ্গেনেবৰ পদ্ধতিত একোটা চৰিত্ৰই নিজেই কেতবোৰ ঘটনাৰ নিৰ্দেশ কৰে, যি ঘটনাৰ যোগেদি সেই চৰিত্ৰৰ গুণাগুণ আপোনা-আপুনি ওলাই পৰে। চেকভে তেওঁৰ গল্পত জীৱনৰ একোটি মুহূৰ্তক প্ৰকাশ দি সংশ্লিষ্ট চৰিত্ৰৰ জীৱনৰ আভাস দাঙি ধৰে; গল্পৰ আৰম্ভণি আৰু শেষ বুলি একো নেথাকিবও পাৰে। মোপাছাঁই পো'ৰ পদ্ধতিক বিকশিত কৰি সম্পূৰ্ণ বিপৰীত-ধৰ্মী নানান ঘটনা-কৌশলেৰে সজাই, সেইবোৰক অতি চুম্বক ৰূপত, স্পষ্ট ৰূপত কম কথাৰে সুসমঞ্জস একোটা নিটোল কাহিনী কৰি গঢ়ি তোলে।

ঔদ্যোগিক বিকাশৰ পৰিমণ্ডলত পাশ্চাত্য সাহিত্যত উচ্চ ধৰণে গল্প-সাহিত্যই পৰিপুষ্টি লাভ কৰাৰ বিপৰীতে যদি আমি প্ৰাচ্যৰ ফালে চকু দিওঁ, তেনেহ'লে কেৱল প্ৰাচীন চীনদেশতহে সমধৰ্মী কাহিনীৰ দৃষ্টান্ত দেখিবলৈ পাওঁ। লিন উটাঙে খ্ৰীষ্টপূৰ্ব ৮০০ বছৰমানৰপৰা চীনা ভাষাত প্ৰচলিত হৈ অহা কিছুমান কাহিনী ইংৰাজীলৈ তৰ্জমা কৰি কিছু ন-ৰূপত প্ৰকাশ কৰিছে। ইমান পুৰণি কালৰ কাহিনী হ'লেও সেইবিলাকত আধুনিক গল্পৰ ভালেমান বৈশিষ্ট্য ব্যক্ত হোৱা দেখা যায়। এইটো কেনেকৈ সম্ভৱ হ'ল তাৰ এটা হেতু অনুমান কৰিব পাৰি: ৰজাঘৰীয়া চাকৰি-বাকৰিৰ কাৰণে বিশাল চীন সাম্ৰাজ্যত অতি প্ৰাচীন কালৰেপৰা ৰাজহুৱা পৰীক্ষা লোৱাৰ নিয়ম প্ৰচলিত আছিল। লিখিব-পঢ়িব জনা অসংখ্য ডেকাল'ৰাৰ আকাঙ্ক্ষা আছিল এই পৰীক্ষাত উত্তীৰ্ণ হোৱা। তেওঁলোকে নগৰবিলাকত এটা বুদ্ধিজীৱী শ্ৰেণী

গঢ়ি তুলিছিল। তেওঁলোকক কেন্দ্ৰ কৰি, তেওঁলোকৰ প্ৰেম-বিৰহ, জয়-পৰাজয় আদিক বিষয়-বস্তুৰূপে লৈ এইবিলাক কাহিনী লিখা হৈছিল। উল্লেখযোগ্য যে চীনদেশত প্ৰাচীন কালৰেপৰা আমাৰ তেজীমলাৰ নিচিনা অবিকল য়েহ্ চিনৰ সাধুকথা প্ৰচলিত হৈ আহিলেও তাৰ লগে লগে উক্ত ধৰণৰ আধুনিক গল্পৰ সমশাৰীৰ কাহিনীও লিখিত হৈ আহিছে। অন্য কোনো দেশত এনে হৈছে যদি আমাৰ জনা নাই।

চুটিগল্পৰ সংজ্ঞা, প্ৰকৃতি আৰু ৰচনা-কৌশল সম্বন্ধে বহু বিজ্ঞজনে মন্তব্য প্ৰকাশ কৰি গৈছে। এন্‌চাইক্ল'পিডিয়া ব্ৰিটেনিকাত ইয়াক "a kind of prose fiction, distinguished from the novel ( *roman* ) and the novellete ( *novelle* or *novella* ) by its compression and intensity" বুলি বৰ্ণনা কৰা হৈছে। একে ঠাইতে চুটিগল্পৰ বিশেষত্ব বুজাবলৈ বৰ সুন্দৰ এটি তুলনা দাঙি ধৰা হৈছে : এটা বৰ্গক্ষেত্ৰত গল্প সাহিত্যক স্থাপন কৰা হওক : সেই বৰ্গক্ষেত্ৰৰ চাৰি চুকত থাকিব বৰ্ণনাত্মক ৰচনা বা স্কেচ্চ্, গীতি-কবিতা, গদ্য নাট আৰু স্থানীয় সামাজিক বুৰঞ্জী ; কিছুমান গল্প বৰ্গক্ষেত্ৰৰ মাজভাগত থাকিব, কিছুমান বৰ্গক্ষেত্ৰৰ ভিতৰতে পৰিলেও আন তিনিটা চুকতকৈ যি কোনো এটা চুকৰ বেছি ওচৰত স্থাপিত হ'ব। অৰ্থাৎ, চুটিগল্প এনে এবিধ গদ্য কাহিনী যাক তাৰ চুম্বকত্ব আৰু গভীৰতাই উপন্যাস আৰু উপন্যাসিকাৰপৰা পৃথক কৰিছে, আৰু ইয়াৰ মাজত লিৰিক্, নাট, ৰচনা আৰু সামাজিক ইতিহাসৰ কিছু কিছু লক্ষণ নিহিত থাকে। শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীৰ বিৱৰণটিও সহজ আৰু সুন্দৰ : "চুটিগল্পৰ মূলতে এটা সাধুকথা। গল্পৰ ভিতৰত কাহিনী ভাগৰ মূল্য যথেষ্ট। কোনো এটা গল্প পঢ়িলে সৰহভাগ পাঠকৰে মনত এটা উৎকণ্ঠা জাগে। এই উৎকণ্ঠা ঘটনাৰ পৰিণতি জনাৰ উৎকণ্ঠা। কিন্তু কোনো এটা ঘটনা পৰিণতিৰপিনে আগুৱাই নিব লাগিলে তাক দ্বন্দ্বৰ মাজেদিহে নিব পৰা যায়। এই দ্বন্দ্ব দুবিধ—অন্তৰ্দ্বন্দ্ব আৰু বহিৰ্দ্বন্দ্ব। কোনো চৰিত্ৰৰ মনত দুই কৰ্তব্য বা কৰ্তব্য-অকৰ্তব্যৰ বিচাৰৰ মাজেদি যি দ্বন্দ্ব উপস্থিত হয় সেইটোৱেই অন্তৰ্দ্বন্দ্ব। আন হাতে কোনো এটি চৰিত্ৰৰ আন এটি চৰিত্ৰৰ লগত স্বাৰ্থৰ সংঘাত পৰিস্ফুট হ'লে সেই দ্বন্দ্ব বহিৰ্দ্বন্দ্ব।" আৰু "গল্প সুসংগঠিত আৰ্ট। ইয়াৰ যোগেদি কোনো এটা কেন্দ্ৰীভূত ভাব প্ৰকাশ কৰা হয়। বিক্ষিপ্ত ভাবধাৰাৰ সমাৱেশৰ ঠাই

গল্পত নাই। কোনো এটি বিশেষ মুহূর্তৰ ওপৰত-আলোকপাত কৰি জীৱনৰ কোনো এটি দিশ পোহৰাই তোলাই গল্পৰ উদ্দেশ্য। ইয়াৰ কাৰণে গল্পকাৰে ভিন ভিন কৌশল অৱলম্বন কৰে।" ('আধুনিক গল্প-সাহিত্য')। লুই ৰুবিন-এ লিখিছে যে আজিকালি চুটিগল্প পঢ়ি পাঠকে ভাল পোৱাৰ কাৰণ হৈছে, "it is interesting, and it is interesting because it is a capsule evocation of life ; not life in its humdrum, day-by-day existance, but life in its essence, exciting, meaningful, important. Through the short story the reader participates in life at its most vigorous." অৰ্থাৎ, জীৱনৰ মূলকথা অৰ্থপূৰ্ণ, প্ৰেৰণাপূৰ্ণ মুহূৰ্তত, সেই মূলকথাক চুম্বক ৰূপত উপলব্ধি কৰিব পাৰে কাৰণেই চুটিগল্প পাঠকৰ কাৰণে আমোদজনক হৈ উঠে।

চুটিগল্পৰ এনে ধৰণৰ প্ৰকৃতিলৈ লক্ষ্য কৰি আৰু নানা লোকৰ নানা সংজ্ঞা জুকিয়াই উইলিয়ম হেনৰী হাড্‌ছনে আটাইতকৈ সহজবোধ্য লক্ষণ কেতবোৰ চালি-জাৰি উলিয়াইছে। An Introduction to the Study of Literature বুলি তেওঁৰ জনপ্ৰিয় সাহিত্য-সমালোচনামূলক গ্ৰন্থত এই বিষয়ত এড্‌গাৰ এলেন পো-ৰ সংজ্ঞাটোৰেই প্ৰথম সহায় লৈছে—পো-ৰ মতে চুটিগল্প এনে এবিধ গদ্য ৰচনা যিহৰ কাৰণে "requiring from half an hour to one or two hours in its perusal." অৰ্থাৎ, চুটিগল্প এটা একে বহাই পঢ়ি পেলাব পৰা হ'ব লাগে—হ্ৰস্বতা ইয়াৰ এটি প্ৰধান লক্ষণ। দ্বিতীয়তে, চুটিগল্পৰ বিষয়বস্তু মাত্ৰ এটাই হ'ব লাগিব, যিটোক সীমাবদ্ধ পৰিসৰৰ ভিতৰতে যথেষ্টভাবে আৰু সফলতাৰে ফুটাই তুলিব লাগিব। পাঠকে গল্প এটা পঢ়ি উঠি অনুভৱ কৰিব লাগিব যে অধিক কিবা বিস্তৃত বিৱৰণ দিয়া হ'লেও কিবা ক্ষতি হওক-নহওক, লাভ একো নহ'লহেঁতেন।

ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভাষাত কবলৈ হ'লে :

"নাহি বৰ্ণনাৰ ছটা ঘটনাৰ ঘনঘটা
নাহি তত্ত্ব নাহি উপদেশ,
অন্তৰে অতৃপ্তি ৰবে সাঙ্গ কৰি মনে হবে
শেষ হয়ে হইল না শেষ।"

গল্পটোৰ ৰূপৰেখা সুস্পষ্ট হ'ব লাগিব, সুসমঞ্জস হ'ব লাগিব, আৰু পূৰ্ণাঙ্গও

হ'ব লাগিব অথচ সামান্য অনাৱশ্যকীয় কথাও থাকিব নেলাগিব। ইয়াৰ কাৰণে যে একেটাই ঘটনা বা এটা মুহূৰ্তৰ কথাকে ল'ব লাগিব তাৰ কোনো অৰ্থ নাই; বেছি দিনৰ ঘটনাকো এটা গল্পত সুমুৱাব পাৰি—'ৰিপ্ ভেন্ উইঙ্কল'ত ৰিপৰ গোটেই জীৱনৰ ঘটনা কেন্দ্ৰীভূত হৈ আছে; মোপাছাঁৰ 'কণ্ঠহাৰ'ত বহু বছৰৰ কষ্ট স্বীকাৰৰ কথা আছে; বেজবৰুৱাৰ 'ভদৰী' মাত্ৰ এদিনৰ ঘটনা নহয়; অথচ এইবিলাক গল্প আধাঘণ্টা-এঘণ্টাৰ ভিতৰত পঢ়ি অঁতাই একোটা কেন্দ্ৰীভূত আমোদ লাভ কৰা যায়। তৃতীয়তে, গল্প-ৰচনাত ঐক্যবোধ উপলব্ধি কৰিব লাগিব—এই ঐক্য হ'ব উদ্দেশ্যৰ ( motive ), লক্ষ্যৰ ( purpose ), কৰ্মৰ ( action ) আৰু প্ৰতীতিৰ ( impression )। এই ঐক্য ৰক্ষাৰ কাৰণে চুটিগল্পৰ একেটাই মাত্ৰ বক্তব্য বিষয় থাকিব লাগিব, এই নিয়মৰ কোনো ব্যতিক্ৰম হ'ব নোৱাৰে। এই বক্তব্য বিষয়কে লক্ষ্য স্থিৰে ৰাখি অতি স্পষ্টভাৱে তাৰ যুক্তিপূৰ্ণ পৰিণতিৰপিনে আগুৱাই লৈ যাব লাগিব। উপন্যাসত কৰাৰ দৰে, গল্পত অন্যান্য বাহিৰা বিষয় আনি মূল বক্তব্য বিষয়ক পাঠকৰ চকুৰপৰা আঁতৰাই নিব নেলাগিব। হাড্‌ছনৰ ভাষাত, "Singleness of aim and singleness of effect are, therefore, the two great canons by which we have to try the value of a short story as a piece of art." চতুৰ্থতে, গল্পৰ বিষয়বস্তু বা বক্তব্য বিষয় বা প্লট যি বোলা নহওক, তাৰ কোনো ধৰা-বন্ধা নিয়ম থাকিব নোৱাৰে। এটি অভিজ্ঞতা, চৰিত্ৰৰ এটি দিশ, নাটকীয় ঘটনা বা পৰিস্থিতি এটি, এটি অৰ্থব্যঞ্জক দৃশ্য, পৰস্পৰ সম্পৰ্ক থকা কেতবোৰ ঘটনাৰ সমষ্টি, জীৱনৰ এটা ফাল, এটি নৈতিক প্ৰশ্ন—এনেকুৱা অসংখ্য বিষয় থাকিব পাৰে। ক'ব পাৰি যে নিতান্ত সীমাবদ্ধ পৰিসৰৰ গল্পৰ বিষয়-বস্তু নিতান্তই সীমাহীন। কি পদ্ধতিৰে, কিমান সফলতাৰে এনে বিষয় লৈ গল্প লিখিব পাৰি সেইটো গল্পকাৰজনৰ দক্ষতাৰ ওপৰত নিৰ্ভৰ কৰে। ওপৰত উল্লেখ কৰি অহা বৰ্গক্ষেত্ৰটোৰ কোনটো চুকৰপিনে গল্পটোক বেছি ওচৰ চপাই দিয়ে সেইটো গল্পকাৰজনৰ মনোভাৱৰ ওপৰতে নিৰ্ভৰ কৰে।

ওপৰতে পশ্চিমীয়া আৰু ৰুছ পদ্ধতি, এই দুই প্ৰধান ভঙ্গীৰ কথা কৈ অহা হৈছে। ৰবাৰ্ট লুই ষ্টিভেনছনেও প্ৰায় একে সুৰতে গল্প লিখাৰ তিনিটা কিটিপ আছে বুলি কৈ গৈছে—প্লট এটা লৈ তাৰ সৈতে চৰিত্ৰ কিছুমান

সাঙুৰি দিব লাগে, চৰিত্ৰ এটি লৈ তাক ফুটাই তুলিবলৈ কিছুমান ঘটনা আৰু পৰিস্থিতি বাছি ল'ব লাগে, আৰু এটা পৰিৱেশ বাছি লৈ তাক ব্যক্ত কৰি দেখুৱাবলৈ ঘটনাৱলী আৰু চৰিত্ৰাৱলী সৃষ্টি কৰিব লাগে। ইয়াৰ-পৰাই আমি চুটিগল্পৰ পঞ্চম লক্ষণটি পাওঁ—চুটিগল্প ঘটনাপ্ৰধান, চৰিত্ৰপ্ৰধান আৰু পৰিৱেশপ্ৰধান, এই তিনি ধৰণৰ হ'ব পাৰে। কিন্তু মনত ৰাখিব লাগিব যে এইবিলাকৰ যি কোনো একাধিক লক্ষণ একোটা গল্পত প্ৰকাশ পাব পাৰে, আৰু কেতিয়াবা এইবিলাক এনে ধৰণে সনা-পোটকা হৈ থাকে যে কোনোটো লক্ষণকে প্ৰধান বুলি ধৰা টান হৈ পৰে। এই কথাও উল্লেখ কৰি থোৱা ভাল হ'ব যে উপন্যাসৰ যিবোৰ উপাদান থাকে সেই প্লট, চৰিত্ৰ, সংলাপ, পটভূমি আৰু লিখকৰ দৃষ্টিভঙ্গী—এই সকলোবোৰেই গল্প-সাহিত্যৰো সাধাৰণ উপাদান।

॥ ২ ॥

উনবিংশ শতিকাৰ পশ্চিমীয়া সাহিত্যৰ প্ৰভাৱত অসমীয়া সাহিত্যৰ আধুনিক যুগত নানান নতুন নতুন সম্পৰীক্ষা আৰম্ভ হয়। খণ্ডকবিতা, উপন্যাস, প্ৰবন্ধ আৰু নাটকৰ দৰে চুটিগল্পও সেইসময়তে আমাৰ ভাষাত সাহিত্যত লিখা হ'বলৈ ধৰে। ইয়াৰ ভিতৰত চুটিগল্পক তাৰ বিশিষ্ট ৰূপত প্ৰকাশ দিয়ে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই। তেওঁৰ সমসাময়িক-ভাৱে শৰৎচন্দ্ৰ গোস্বামী, দণ্ডিনাথ কলিতা, নকুলচন্দ্ৰ ভূঞা আদিয়ে অসমীয়া চুটিগল্পৰ ক্ষেত্ৰখন বহলাই নিয়ে। কিন্তু 'আৱাহন' কাকতৰ যুগতহে অসমীয়া চুটিগল্পই এটা স্পষ্ট, সুসংবদ্ধ আৰ্টৰ ৰূপ পৰিগ্ৰহ কৰে। 'আৱাহন' আলোচনীখনেই উচ্চশিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ ক্ৰমাৎ জটিল হৈ অহা মনোভঙ্গীৰ সাহিত্য-ৰূপ প্ৰদান কৰি গল্পক অতিশয় জনপ্ৰিয় কৰি তোলে। তাৰ পিছত মাহেকীয়া 'ৰামধেনু' কাকতে যুদ্ধোত্তৰ যুগৰ জন-মানসক আকৌ এটি নতুন ৰূপত প্ৰকাশ দি অসমীয়া গল্প সাহিত্যক ভালেখিনি আগুৱাই দিয়ে। সেই ধাৰাৰ পিছত অসমীয়া গল্পই আজি আকৌ নতুন সামাজিক পৰিৱৰ্তন অনুভৱ কৰা দেখা গৈছে, ইয়াত সামাজিক অন্যায়ৰ সমালোচনাটোৱেই ঘাইকৈ গা কৰি উঠা দেখা গৈছে।

'অসমীয়া গল্পগুচ্ছ' সংকলনটোত আৰম্ভ কালৰপৰা 'ৰামধেনু'ৰ কাললৈকে সামৰি বছা বছা গল্প সন্নিৱিষ্ট কৰা হৈছে। বৰ্তমান ধাৰাক নিচেই গাৰ কাষৰ বুলিয়েই সম্প্ৰতি এৰি থোৱা হৈছে, কিয়নো ইয়াৰ সুস্পষ্ট চিত্ৰ এথনি এতিয়াও ফুটি উঠিবলৈ বাকী। কিন্তু তাৰ আগলৈকে হৈ অহা গল্পসৃষ্টিয়ে আমাৰ গল্প সাহিত্যৰ এটি ইতিবৃত্ত দাঙি ধৰিব পাৰে। সেইবাবে ইচ্ছাকৃতভাৱে এৰাই যোৱা বুলি যেন ধৰা নহয়। সংকলনটো শ্ৰেণীৰ ভিতৰত পাঠ কৰিবৰ আৰু আলোচনা কৰিবৰ উপযোগী হ'ব লাগিব বুলি যে বিশেষ দৃষ্টি ৰখা হৈছে সেইকথা নিশ্চয় সকলোৰে চকুত পৰিব।

ইয়াত যিসকল গল্পকাৰৰ গল্প সংযোগ ক'ৰা হ'ল তেওঁলোকৰ প্ৰত্যেকৰে গল্পৰ বিষয়ে তলত চমু-চমুকৈ আলোচনা কৰা হ'ল।

**লক্ষ্মীনাথ বেজবৰুৱা :** উনবিংশ শতিকাৰ সাহিত্যৰথী ৺লক্ষ্মীনাথ বেজবৰুৱাৰ হাতত আধুনিক অসমীয়া চুটিগল্পৰ জন্ম। এইবিধ সাহিত্যত হাত ফুৰোৱাৰ আগে আগে বেজবৰুৱাদেৱে সমাজত প্ৰচলিত মৌখিক সাধুকথা কেতবোৰ গ্ৰন্থৰ আকাৰত লিপিবদ্ধ কৰিছিল : সেইবাবেই তেওঁৰ চুটিগল্পৰ আৰ্ট বা আঙ্গিকত কোনো কোনো ক্ষেত্ৰত সাধুকথাৰ ভঙ্গী সোমাই পৰা দেখা যায়। তথাপিতো অসমীয়া সাহিত্যত চুটিগল্পৰ জন্মদাতা বুলিয়েই বেজবৰুৱা ভাঙৰীয়া বুৰঞ্জীত এক বিশেষ স্থানৰ অধিকাৰী হৈ ৰ'ব।

'সুৰভি', 'সাধুকথাৰ কুকি', 'জোনবিৰি' আৰু 'কেহোঁকলি'—এই চাৰিখন বেজবৰুৱাৰ গল্প পুথি ; শেষৰখন তেওঁৰ মৃত্যুৰ পিছত প্ৰকাশিত। বেজবৰুৱাৰ গল্পত তিনিখন সমাজৰ ছবি ফুটি ওলাইছে—

(ক) ইতিহাস-আশ্ৰিত আৰু জনসমাজত প্ৰচলিত কিংবদন্তী আৰু উপাখ্যান আদিৰ মাজেদি ফুটি ওলোৱা পুৰণি অসমৰ সমাজৰ ছবি ( 'মৈদাম', 'জয়ন্তী', 'কণকলতা' আদি ) ;

(খ) সমসাময়িক অসমীয়া সমাজৰ ছবি আৰু

(গ) কলিকতা, সম্বলপুৰ আদি ঠাইৰ জীৱন-চিত্ৰ ( 'লাওখোলা', 'ৰতনমুণ্ডা' আদি )।

সমকালীন সমাজখনহে প্ৰকৃততে বেজবৰুৱাৰ গল্পৰ পটভূমি : এই সমাজৰ নীচতা, হীনতা, অহঙ্কাৰ, ভেম-ভণ্ডামি আদিত আলোকপাত কৰি

সেইখোৰৰ গৰাহৰপৰা অসমীয়া সমাজখন মুক্ত কৰিবলৈ প্ৰয়াস কৰিছিল। সেইহেতুকে তেওঁৰ গল্পবোৰত হাস্য আৰু ব্যঙ্গৰসৰ সমাৱেশো ঘটিছে। অসমীয়া সমাজত প্ৰচলিত জাতিভেদ প্ৰথাৰ বিৰুদ্ধে আক্ৰমণ, কানীয়া, ভণ্ডৱা, মদাহীৰ চৰিত্ৰ অঙ্কনৰ যোগেদি এই লেখীয়া বৰবিহৰপৰা সমাজক ৰক্ষা কৰাৰ প্ৰয়াস, নতুনকৈ ইংৰাজী শিক্ষাৰ গোন্ধ পোৱা অন্ধ অনুকৰণপ্ৰিয় একশ্ৰেণী লোকৰ কাৰ্য আৰু চৰিত্ৰ-চিত্ৰণ আৰু অসমীয়া আমোলা শ্ৰেণীৰ চৰিত্ৰ অঙ্কন—এইধৰণৰ সামাজিক সমস্যাবোৰে বেজবৰুৱাৰ গল্পত ৰূপায়িত হৈছে। এইবোৰৰ উপৰিও সহজ সৰল অসমীয়া গাঁৱলীয়া জীৱনৰ চিত্ৰ বেজবৰুৱাদেৱে সহানুভূতিৰে অঙ্কন কৰি পঢ়ুৱৈ সমাজৰ বাবে আকৰ্ষণীয় কৰি তুলিছে ('বাপিৰাম', 'ভদৰী' আদি)। অসমীয়া সমাজৰ বাহিৰে বঙ্গদেশ, উৰিষ্যা আদি ঠাইৰ সমাজক পটভূমি হিছাপে লৈ লিখা গল্পকেইটিও উল্লেখযোগ্য।

বেজবৰুৱাৰ গল্পত আঙ্গিক-বৈচিত্ৰ্যৰ সহায়ত ৰস সৃষ্টিতকৈ সমাজ সংস্কাৰৰ স্পৃহাই অধিক প্ৰৱল হৈ পৰা দেখা যায়। তথাপিও বেজবৰুৱাৰ সৰহভাগ গল্পই সুখপাঠ্য হোৱাৰ প্ৰধান কাৰণ হ'ল সমসাময়িক সমাজৰ বৰ্ণাঢ্য ৰূপ চিত্ৰণ আৰু তেওঁৰ অনমুকৰণীয় ৰচনা-ভঙ্গী।

**নগেন্দ্ৰনাৰায়ণ চৌধুৰী** ঃ মেচপাৰাৰ জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে ১৯২৯ চনত 'আৱাহন' আলোচনী প্ৰতিষ্ঠা কৰি অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জীত, বিশেষকৈ গল্প-সাহিত্যৰ ক্ষেত্ৰত এটি নতুন যুগৰ প্ৰৱৰ্তন কৰিলে। তেওঁৰ ৰচিত গল্পৰ বেছি ভাগেই 'বীণাৰ ঝঙ্কাৰ' আৰু 'নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ গল্প' পুথিত সংকলিত।

চৌধুৰীৰ লেখাত (ক) ইংৰাজ ৰাজত্বত জমিদাৰী শাসনত প্ৰজা-সাধাৰণৰ অৱস্থা, (খ) জনজাতীয় জীৱনৰ ছবি, আৰু (গ) গোৱালপাৰা জিলাৰ সামাজিক জীৱনৰ বাস্তৱ চিত্ৰ পৰিস্ফুট হৈছে। মানুহৰ মনস্তত্ব আৰু মানৱিক সম্পৰ্কৰ ওপৰত অৰ্থ বা ধনৰ প্ৰভাৱ আৰু তাৰ প্ৰতিক্ৰিয়া,—এই ধৰণৰ বিষয়-বস্তু অৱতাৰণা কৰি অসমীয়া গল্প সাহিত্যত এটি নতুন ধাৰা প্ৰৱৰ্তন কৰিবলৈ প্ৰয়াস কৰিছিল চৌধুৰীদেৱে। ইয়াৰ মূলধন আছিল তেওঁৰ প্ৰত্যক্ষ অভিজ্ঞতা : জমিদাৰ হিছাপে প্ৰজা-সাধাৰণৰ জীৱনৰ লগত তেওঁৰ পৰিচয়

আছিল গভীৰ আৰু নিবিড়। জমিদাৰ হিচাপে তেওঁ লাভ কৰা প্ৰত্যক্ষ অভিজ্ঞতাৰ ফলত আমোলাতান্ত্ৰিক দুৰ্নীতি, দুখীয়া অসহায় প্ৰজাৰ ওপৰত লোভী আৰু অবিবেকী কৰ্মচাৰীসকলৰ নিৰ্য্যাতন নিপীড়ন আদি সমস্যা বাস্তৱ অথচ মনোগ্ৰাহী ৰূপত দাঙি ধৰিবলৈ সমৰ্থ হৈছে। মুঠতে তেওঁৰ গল্পত মনস্তাত্বিক অন্তৰ্দৃষ্টি বা বিশ্লেষণ, সামাজিক চেতনা, আৰু সংসাৰধৰ্মী মনোভাব—এই তিনি ভাবৰ বিষয়-বস্তুৰ প্ৰাধান্য পৰিলক্ষিত হয়। 'ৰসায়ন' নামৰ চুটিগল্পটি অসমীয়া সাহিত্যৰ সৰ্বপ্ৰথম কল্প-বিজ্ঞান কাহিনী ( Science fiction ) বুলি ক'ব পাৰি। এজন ভণ্ড সন্ন্যাসীৰ দিহা-পৰামৰ্শমতে মূৰ্খ ডাক্তৰ এজনে পুনৰযৌৱন লাভ কৰিব খোজা বুঢ়া মানুহজনক ৰাসায়নিক পদ্ধতিৰে তৈয়াৰ কৰা ঔষধ খুৱাই, বান্দৰৰ তেজৰ ইন্‌জেকচন দিয়াৰ ফলত কেনেকৈ বুঢ়াজনে বান্দৰৰ দৰে শব্দ কৰি গছৰ ডালত বগাবলৈ ধৰিলে, এই কাহিনীকে হাস্য আৰু ব্যঙ্গৰসৰ সহায়ত দাঙি ধৰা হৈছে।

**শৰৎচন্দ্ৰ গোস্বামী** ঃ 'গল্পাঞ্জলি', 'ময়না', 'বাজিকৰ' আৰু মৰণোত্তৰ প্ৰকাশ 'পৰিদৰ্শন', এই চাৰিখন গল্প-গ্ৰন্থৰ যোগে অসমীয়া সাহিত্যত শৰৎচন্দ্ৰ গোস্বামীদেৱ গল্পকাৰ-ৰূপে জনাজাত। গোস্বামী ডাঙৰীয়া এগৰাকী সচেতন গল্প-লিখক : গল্পৰ কেন্দ্ৰস্থ ভাব বা বিষয়-বস্তু, ঘটনাৰ ঐক্য-সূত্ৰ, চৰিত্ৰ-বিকাশ, আৰু ভাষাৰ মিতব্যয়িতা—চুটিগল্পৰ এই অনুশাসনবোৰ মানি চলাৰ লক্ষণ গোস্বামীৰ চুটিগল্পত স্পষ্ট।

গোস্বামীৰ গল্পত অসহায় পীড়িতজন আৰু সমাজৰ সাধাৰণ প্ৰাণীৰ প্ৰতি সহানুভূতিসম্পন্ন মনোভাব বা সমবেদনা ফুটি ওলাইছে। তেওঁৰ করুণ বিষয়-বস্তুৰ গল্পসমূহত নিয়তিৰ পৰিহাস আৰু ভাগ্য বা অদৃষ্টৰ বুজিব নোৱৰা ক্ৰূৰতা ঘনীভূত হৈ আছে। সাংসাৰিক জীৱনত যিবোৰ করুণ ঘটনা ঘটে বেছি ভাগৰ ওপৰতে মানুহৰ হাত নাথাকে : 'ঘুনুচা', 'ময়না', 'অদৃষ্ট' আদি গল্পত নিয়তি বা অদৃষ্টৰ নিৰ্মম পৰিহাসৰ ধ্বনি বিৰাজিত। দাৰিদ্ৰ্য-নিপীড়িতা দুখুনী ঘুনুচাৰ নয়নৰ মণি একমাত্ৰ সন্তানৰ করুণ বিয়োগ ঘুনুচাৰ জীৱনৰ ওপৰত বিধাতাৰ নিষ্ঠুৰ আঘাত মাথোন। এইদৰে নিয়তিৰ দুৰ্বাৰ শক্তিৰ উপলব্ধি আৰু এটি করুণ বিষাদ-চেতনাই তেওঁৰ কেতবোৰ গল্প আচ্ছন্ন কৰি ৰাখিছে।

সমাজৰ অন্যায় অবিচাৰৰ প্ৰতিও গোস্বামীদেৱ সচেতন : কিন্তু সমাজৰ

উদাসীনতা আৰু নৃশংসতাৰ বাস্তৱ ৰূপ চিত্ৰিত কৰাৰ বাহিৰে সেইবোৰ সম্পৰ্কত তেওঁ কাৰো ওপৰত খৰ্গ-হস্ত হোৱা নাই বা ব্যঙ্গ-বিদ্ৰূপৰ চোকা বাক্যৰে থকা-সৰকা কৰা নাই।

**নকুলচন্দ্ৰ ভূঞা** ঃ 'চোৰাংচোৰাৰ চ'ৰা' আৰু 'গল্পৰ শৰাই' নামৰ দুখন গল্প-পুথিৰ লিখক ভূঞাদেৱ অসমীয়া সাহিত্যত নাট্যকাৰ হিছাপেও জনাজাত। ভূঞা ডাঙৰীয়াৰ গল্পত জটিল সামাজিক, অৰ্থনৈতিক বা জৈৱিক সমস্যাৰ উদ্ভাৱন বা সমাধানৰ চেষ্টা নাই ঃ দৈনন্দিন জীৱনত ঘটিত কেতবোৰ সৰু সৰু ঘটনাৰ চিত্ৰণ আৰু সেইবোৰ দাঙি ধৰাৰ নিজস্ব ভঙ্গী—এই দুটাই ভূঞা ডাঙৰীয়াৰ গল্পৰ বৈশিষ্ট্য। তেওঁৰ ব্যঙ্গাত্মক গল্পবোৰ সংবেদনশীল হৈ উঠা নাই ; বৰং অৰ্থনৈতিক হেচাত জুৰুলা দুখীয়া নিচলা গাঁৱলীয়া লোকৰ প্ৰতিহে সহানুভূতিশীল হৈ পৰা দেখা যায়। 'চোৰ' গল্পটোত ধনাই ভকতে আনৰ ঘৰৰপৰা চুৰ কৰি থকা ধন দুখীয়া-নিচলাৰ মাজত বিলাই দিয়া দেখুৱাইছে ; গল্পটোৰ কোনো আকৰ্ষণ বা চমৎকাৰিত্ব নাই, ৰূপকথাৰ পৰ্যায়ৰ বস্তুহে হৈ পৰিছে। অৱশ্যে ধনাই আৰু তেওঁৰ পৰিবাৰৰ চৰিত্ৰ দুটি আকৰ্ষণীয় হৈ উঠিছে।

**লক্ষ্মীধৰ শৰ্মা** ঃ 'ব্যৰ্থতাৰ দান' নামৰ গল্প-পুথিখনেই লক্ষ্মীধৰ শৰ্মাৰ একমাত্ৰ প্ৰকাশিত পুথি ঃ আন বহুতো গল্প আলোচনীৰ পাততে সিঁচৰতি হৈ আছে। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ নিৰ্ভীক যুঁজাৰু শৰ্মাদেৱ•এগৰাকী আদৰ্শবাদী লিখক। মানৱৰ মুক্তি-সংগ্ৰামত মন-প্ৰাণ উছৰ্গা কৰা লিখকৰ কাল্পনিক চৰিত্ৰবোৰো সংগ্ৰামী মনোভাবৰ চৰিত্ৰ। অসমীয়া গল্প-সাহিত্যত তেওঁ এগৰাকী যুগান্তকাৰী লিখক ঃ অসমীয়া সাহিত্যিকসকলৰ ভিতৰত তেওঁকেই প্ৰথম সমাজ-দায়বদ্ধ লিখক ( Committed writer ) বুলি অভিহিত কৰিব পাৰি। দুখীয়া-নিচলাৰ প্ৰতি সহানুভূতি, সমাজ-সংস্কাৰৰ স্পৃহা, দৰিদ্ৰ, শোষিত জনসাধাৰণৰ মুক্তি তথা জাতিৰ স্বাধীনতা সংগ্ৰামলৈ অকুণ্ঠ সমৰ্থন,—এনেবোৰ ভাব-আদৰ্শ ফুটাই তোলাৰ আগ্ৰহ স্পষ্ট ; লিখকৰ বলিষ্ঠ মনোভাব প্ৰকাশক্ষম ভঙ্গীয়ে এই ভাব তীব্ৰ কৰি তুলিছে। গল্প-বিশেষে জৈৱিক সমস্যাক প্ৰাধান্য দিও যৌন প্ৰবৃত্তিৰ প্ৰচণ্ডতা আৰু তাৰ

পৰিতৃপ্তিৰ মাদকতা ফুটাই তোলাৰ লগে লগে চৰিত্ৰবোৰৰ মানসিক দ্বন্দ্ব স্পষ্ট আৰু তীব্ৰতৰ কৰি তুলিছে।

'চিৰাজ' এটি দীঘলীয়া গল্প, প্ৰায় উপন্যাসিকাৰ আকাৰৰ। গাঁৱলীয়া মুছলমান গৃহস্থ, উদাৰ চৰিত্ৰৰ চিৰাজৰ মানৱ-প্ৰেম গল্পটোৰ মূল বস্তু। সাবিত্ৰী, সীতা আদি নাৰী-চৰিত্ৰৰ যোগেদি সমাজত নাৰীৰ ওপৰত কৰা অবিচাৰৰ ছবিয়েই ফুটি ওলাইছে। সমাজৰ অবিচাৰৰ বিপৰীতে চিৰাজে তেজ-মঙহৰ সম্বন্ধ নথকা সীতাক আশ্ৰয় দি মানৱতাবোধ আৰু বাৎসল্য-প্ৰেমৰ চূড়ান্ত নিদৰ্শন দাঙি ধৰিছে।

**ৰমা দাশ ঃ** প্ৰেমৰ গল্প লিখক হিচাপে ৰমা দাশ অসমীয়া সাহিত্যত এগৰাকী নামজ্বলা গল্পকাৰ। 'ৰমা দাশৰ শ্ৰেষ্ঠ গল্প' নামৰ সঙ্কলনটিৰ বাহিৰেও তেওঁৰ আন এখন গল্প-গ্ৰন্থ আছে। মানৱ-হৃদয়ৰ গোপন ৰূপটোৰ পৰিচয় ৰমা দাশৰ গল্পত সুন্দৰভাৱে পোৱা যায়; নিজস্ব ভঙ্গীৰে সকলো প্ৰকাৰৰ সংস্কাৰ আদিৰপৰা বন্ধনমুক্ত হৈ কল্পিত বাতাবৰণৰ মাজত জৈৱিক প্ৰবৃত্তিবোৰৰ অবাধ বিচৰণৰ মাদকতা ৰমা দাশে অভিনৱভাৱে চিত্ৰিত কৰিছে। প্ৰেম আৰু সম্ভোগ-বাসনা—এয়ে ৰমা দাশৰ গল্পৰ উপজীব্য। নতুনকৈ গঢ় লৈ উঠা আধুনিকতাৰ মোহ-পাশত বন্দী হোৱা ভোগবাদী, অহংকেন্দ্ৰিক আলস্য-বিলাসী মধ্যবিত্ত অসমীয়া সমাজখনেই তেওঁৰ গল্পৰ পটভূমি। শক্তিশালী ভাষা আৰু প্ৰকাশভঙ্গীৰে তেওঁ তেওঁৰ কথ্য বস্তু সৰস আৰু সুতীব্ৰ কৰি তুলিছে। 'বৰ্ষা যেতিয়া নামে', 'দুৰ্যোগৰ ৰাতি', 'অচল টকা' আদি তেওঁৰ বৈশিষ্ট্যপূৰ্ণ গল্প।

**মহীচন্দ্ৰ বৰা ঃ** কথাশিল্পী মহীচন্দ্ৰ বৰা এগৰাকী শক্তিশালী লিখক। 'উকীলৰ জন্মৰহস্য' নামৰ পুথিখনৰ গল্পবোৰৰ প্ৰায় ভাগেই ব্যঙ্গাত্মক। সাহিত্যৰথী বেজবৰুৱাৰ পিছত বৰা ভাণ্ডাৰীয়াকে উল্লেখযোগ্য হাস্য আৰু ব্যঙ্গ-লিখক বুলি অভিহিত কৰা হয়। সমাজৰ অনাচাৰ, ব্যভিচাৰ আৰু হৃদয়হীনতাৰ ছবি তেওঁৰ গল্পত সুন্দৰভাৱে চিত্ৰিত হৈছে; সমাজৰ ধনী আঢ্যৱন্ত শ্ৰেণীৰ মানুহৰ সম্ভোগ, লুণ্ঠন আৰু অত্যাচাৰত পীড়িত নিৰ্যাতিত মানুহৰ মনৰ বেদনা তেওঁ ব্যঙ্গ-বিদ্ৰূপৰ শাণিত ভাষাৰে প্ৰকাশ কৰিছে।

আৰ্ত পীড়িতজনৰ প্ৰতি তেওঁৰ সহানুভূতিও স্পষ্টভাৱে ওলাই পৰিছে। এই লেখীয়া বিষয়বস্তুৰ গল্পত তেওঁ অনন্যভঙ্গীৰে চৰিত্ৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। 'চাকনৈয়া' তেওঁৰ সাৰ্থক গল্পবোৰৰ ভিতৰত অন্যতম। গাঁৱৰ দুখীয়া ল'ৰা পীতাম্বৰে সুখ্যাতিৰে বি. এ. পাছ কৰি সমাজত নিজকে প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰোঁতে সমাজৰ 'হায়াৰ চাৰ্কোল'ৰ হাতত পৰি কিদৰে প্ৰতাৰিত আৰু লাঞ্ছিত হৈ শেষত নিজৰ বিধৱা মাক-জনীকো হেৰুৱালে এই মৰ্মন্তুদ কাহিনীয়েই 'চাকনৈয়া'ৰ বিষয়বস্তু। এই গল্পটোৰ মাজেদি অসমীয়া সমাজৰ দুখন বিচিত্ৰ ছবিৰ লগতে সমাজৰ কেতবোৰ মানুহৰ চৰিত্ৰও দাঙি ধৰিছে। ভণ্ডামি, ছলনা, ঈৰ্ষা আৰু ক্ষুদ্ৰ স্বাৰ্থপৰতাৰ বশৱৰ্তী হৈ মানুহে কিদৰে সহজ সৰল মানুহৰ জীৱন বিষময় কৰি তোলে, তাৰে জীৱন্ত চিত্ৰ এই গল্পটিত দাঙি ধৰা হৈছে। 'উকীলৰ জন্মৰহস্য', 'অসাৰে খলু সংসাৰে' আৰু 'যোগবিয়োগ' আদি তেওঁৰ জনপ্ৰিয় গল্প।

**লক্ষ্মীনাথ ফুকন** ঃ 'মালা' 'ওফাইদাং' আৰু 'মৰমৰ মাধুৰী' নামক তিনিখন গল্পগ্ৰন্থৰ ৰচয়িতা লক্ষ্মীনাথ ফুকন অসমীয়া সাহিত্যত এগৰাকী জনপ্ৰিয় গল্পকাৰ। ব্যঙ্গাত্মক গল্প ৰচনাৰ ক্ষেত্ৰত ফুকনদেৱেও বিশেষ পাৰদৰ্শিতা দেখুৱাইছে আৰু এই ফালৰপৰা তেওঁকো বেজবৰুৱাৰ উপযুক্ত উত্তৰ-সূৰী বুলি ক'ব পাৰি। মধ্যবিত্ত শ্ৰেণীৰ মানুহৰ আৰু ধনী সম্প্ৰদায়ৰ 'বাহিৰত বৰ চুৰীয়াৰ যোৰ, ভিতৰত ঢকুৱাৰ বেৰ' এই ধৰণৰ ভিতৰ-ফোপোলা চিত্ৰ অঙ্কন কৰাত তেওঁ সিদ্ধহস্ত। ফুকনে তেওঁৰ গল্পত জীৱনৰ গতি-পথত সদায় লগ পোৱা চৰিত্ৰকে পাঠকৰ সমুখত মনোৰঞ্জকৈকে উপস্থাপিত কৰিছে।

'মেধি' ফুকন ডাঙৰীয়াৰ এটি সৰস গল্প। গল্পটোত উৎপতীয়া ল'ৰাজাকে জোকাই আমনি কৰা মেধি মানুহজনৰ বহল হৃদয় আৰু উদাৰ মনৰ পৰিচয় পোৱা যায়। নিজৰ ল'ৰা-ছোৱালী নাই অথচ মেধিয়ে মাইনৰ স্কুলখন হাই স্কুল কৰিবলৈ দান বৰঙণি আগবঢ়াইছে : নিজৰ বিবাহিতা গাভৰু পত্নীয়ে ঘৰ-সংসাৰ এৰি সমাজৰ চকুত মেধিক হাঁহিয়াত পাত্ৰ কৰি মুহিধৰৰ লগত পলাই গ'ল : মেধিয়ে অকণো হুলস্থুল নকৰি ধৈণীয়েকৰ মৰমতে নতুন কাপোৰ এযোৰ ল'বলৈ আঢ়ৈ কুৰি টকা গোপালৰ হাতত দি পঠালে।

**ত্ৰৈলোক্যনাথ গোস্বামী :** 'অৰুণা', 'মৰীচিকা', আৰু 'শিল্পীৰ জন্ম' এই তিনিখন গল্পগ্ৰন্থ ৰচনা কৰাৰ উপৰিও গোস্বামীদেৱ এগৰাকী কৃতী সমালোচক। 'আধুনিক গল্প-সাহিত্য' নামৰ গ্ৰন্থখনৰ বাবে তেওঁক সাহিত্য অকাডেমীয়ে পুৰস্কাৰো দিছে। "সমাজৰ দুখ-দৈন্য, অনাচাৰ অবিচাৰৰ বুকুত নিষ্পেষিত স্ত্ৰী-পুৰুষৰ চৰিত্ৰ গোস্বামীৰ গল্পত আছে···দাৰিদ্ৰ্য পীড়িত আৰু নিৰ্যাতিত লোকৰ প্ৰতি তেওঁৰ সহানুভূতি আছে"—'আধুনিক গল্প-সাহিত্য' পুথিত তেওঁ নিজৰ গল্প সম্পৰ্কে কোৱা কথাষাৰ প্ৰণিধানযোগ্য। সমাজ-সচেতনতা তেওঁৰ গল্পৰ এটি প্ৰধান বৈশিষ্ট্য। সেয়ে তেওঁৰ গল্পত সমাজত চলি থকা শোষণ, নিপীড়ণৰ বিৰুদ্ধে কৰা সংগ্ৰামৰ ছবি ফুটি ওলোৱা দেখা যায়। কোনো কোনো গল্পত প্ৰাচীন সংস্কাৰ আৰু তাৰ গৰাহৰপৰা মুক্তি লাভ কৰাৰ আকাঙ্ক্ষাৰ ছবিও স্পষ্ট ৰূপত ধৰা পৰে।

'দুটকীয়া নোট' নামৰ গল্পটোত মন্ত্ৰৰ গোসাঁই গৰাকী আৰু আলধৰা ভদীয়াৰ সততাৰ বিপৰীতে তেওঁ সমাজৰ ঠগ প্ৰৱঞ্চকবোৰৰ ভণ্ডামিৰ ছবি দাঙি ধৰিছে : দিনে চাৰি টকাকৈ দৰমহা পোৱাৰ আশাৰে নগত যাবলৈ সম্মত হোৱা ভদীয়াক শিষ্যৰ ঘৰত মাননিস্বৰূপে পোৱা দুটকীয়া নোট-খন গোসাঁয়ে দি দিয়াত ভদীয়াই আপত্তি কৰিলে। তাৰ আপত্তিৰ উত্তৰত গোসাঁয়ে যি কেইষাৰ কথা কৈছে সেয়া যেন তেওঁৰ বিবেকৰহে প্ৰতিবাদ।

**ৰাধিকামোহন গোস্বামী :** 'চাকনৈয়া' উপন্যাসৰ কাৰণে প্ৰখ্যাত ঔপন্যাসিক আৰু সাংবাদিক ৰাধিকামোহন গোস্বামীদেৱ এগৰাকী কৃতী গল্প-লিখকো। তেওঁৰ গল্পত সমসাময়িক সমাজৰ মধ্যবিত্ত শ্ৰেণীৰ মানুহৰ জীৱন অতি সুন্দৰভাৱে চিত্ৰিত হৈছে। সমাজৰ অসাম্য, অনাচাৰ আৰু অবিচাৰৰ প্ৰতি তেওঁ সচেতন। অৰ্থনৈতিক সমস্যা, নৈতিকতা আৰু মূল্যবোধৰ পৰিবৰ্তন—আদিকে বাস্তৱ দৃষ্টিভঙ্গীৰে তেওঁ তেওঁৰ গল্পত দাঙি ধৰিছে। সমাজ-সচেতন শিল্পী হিচাপে আদৰ্শৰ প্ৰতি আস্থাৱান হোৱা হেতু তেওঁৰ ৰচনাত মাজে মাজে ব্যঙ্গ-বিদ্ৰূপৰো প্ৰয়োগ হোৱা দেখা যায়।

'ষ্টেট ট্ৰেন্সপোৰ্ট' গল্পটোত এগৰাকী অভাৱগ্ৰস্ত শিক্ষকৰ জীৱনত ঘটিত নানান ঘটনাৰ যোগেদি শিক্ষকজনৰ মহত্ব আৰু আদৰ্শৰ প্ৰতি নিষ্ঠা

দেখুৱাইছে।  ট্ৰেন্সপোৰ্ট বাছৰপৰা আৰম্ভ কৰি বিভিন্ন পৰিৱেশ আৰু চৰিত্ৰৰ ভীৰত শিক্ষকজনৰ চৰিত্ৰটি স্পষ্ট কৰি তুলিছে।

**চৈয়দ আব্দুল মালিক ঃ** যুদ্ধোত্তৰ অসমীয়া গল্প-সাহিত্যৰ আটাইতকৈ জনপ্ৰিয় ঔপন্যাসিক আৰু গল্পকাৰ হ'ল চৈয়দ আব্দুল মালিক। বহুবছৰ ধৰি চুটিগল্প ৰচনাকাৰ্যত আত্মনিয়োগ কৰাৰ ফলত মালিক অধিকসংখ্যক চুটিগল্প ৰচনাৰ কৃতিত্বৰো অধিকাৰী। মালিকৰ চুটিগল্প বিষয়-বস্তুৰ বৈচিত্ৰ্য আৰু অভিজ্ঞতাৰ ব্যাপকতাৰ ফালৰপৰা অনন্য। সমাজৰ মধ্যবিত্ত শ্ৰেণীৰ অগণন চৰিত্ৰৰ লগতে মালিকৰ গল্পত গুণ্ডা, বেশ্যা, আততায়ী, অপৰাধী, ঠগ আদি তথাকথিত 'অসামাজিক' চৰিত্ৰবোৰ নিজস্ব ৰূপত জীৱন্ত হৈ উঠিছে।

মানুহৰ আনুভূতিক জীৱনৰ বৰ্ণাঢ্য ৰূপ দাঙি ধৰাত মালিক অপ্ৰতিদ্বন্দ্বী কলাকাৰ। 'পৰশমণি', 'ৰঙাগড়া', 'মৰহা পাপৰি', 'এজনী নতুন ছোৱালী', 'শিখৰে শিখৰে' আদি গল্প পুথিৰ গল্পবোৰৰ মাজেদি কোমল, লেহুকা, সাৱলীল ভাষাত মানুহৰ আনুভূতিক জীৱনৰ ৰূপ-বৈচিত্ৰ্য প্ৰকাশ কৰিছে। এই ক্ষমতাৰ বলতেই মালিক জনপ্ৰিয়তাৰ শীৰ্ষস্থানত উপনীত। মানুহৰ বিভিন্ন সহজাত প্ৰবৃত্তি আৰু তাৰ তাড়নাত উদ্ভৱ হোৱা বিচিত্ৰ অনুভূতি— এয়েই মালিকৰ প্ৰায় ভাগ গল্পৰে প্ৰধান উপজীব্য। তাৰে লগত তেওঁৰ মানৱতাবোধ, সমাজৰ তথাকথিত নিম্নস্তৰৰ সৰু মানুহবোৰৰ মহত্ব আৰু সততা আবিষ্কাৰৰ চেষ্টা আৰু সামৰণিৰ চমৎকাৰিত্ব—এই লেখীয়া বৈশিষ্ট্যবোৰে মালিকৰ গল্প বিচিত্ৰ আৰু সংবেদনশীল কৰি তুলিছে। 'তিনিচকীয়া গাড়ী' গল্পটোত হাকিম জাবিদৰ অৱচেতন মনত ল'ৰা-ছোৱালীকেইটিক মানুহ কৰিবলৈ হাড়ভঙা পৰিশ্ৰম কৰি নিঃশেষ হৈ যোৱা দুখীয়া নিচলা দেউতাকৰ প্ৰতি থকা কৃতজ্ঞতা আৰু শ্ৰদ্ধা সুন্দৰকৈ প্ৰকাশ পাইছে। সেয়ে দেউতাকৰ জীৱন-সংগ্ৰামৰ লগৰীয়া মচলা ফেৰি কৰা তিনিচকীয়া ঠেলা গাড়ীখন হাকিম জাবিদে ঘঁহি-মাজি চকচকীয়া কৰি ৰখাৰ যোগেদি দেউতাকৰ সোঁৱৰণিকে জীৱন্ত কৰি ৰখাৰ প্ৰয়াস কৰিছে। 'কাঠফুলা', 'প্ৰাণ পোৱাৰ পিছত', 'বীভৎস বেদনা', 'যীশুখৃষ্টৰ ছবি' আদি মালিকৰ জনপ্ৰিয় গল্প।

**বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য ঃ** 'কলং আজিও বয়' আৰু 'সাতসৰী' আদি গল্প-গ্ৰন্থৰ বাহিৰেও ভট্টাচাৰ্যদেৱ এগৰাকী নিৰ্ভীক সাংবাদিক আৰু কৃতী ঔপন্যাসিক। আধুনিক জীৱনৰ সমস্যাৰ লগতে জৈৱিক সমস্যাও তেওঁৰ গল্পৰ বিষয়বস্তুৰূপে ৰূপায়িত কৰিছে। তেওঁৰ গল্পত সমসাময়িককালৰ সামাজিক-ৰাজনৈতিক সমস্যা আৰু অভীপ্সা, স্পষ্টভাৱে প্ৰকাশিত হৈছে। পৰ্বতীয়া জনজাতিৰ মনৰ কথাও তেওঁ 'ইয়াৰুইঙ্গম' নামৰ উপন্যাসত প্ৰত্যক্ষ অভিজ্ঞতাৰে দাঙি ধৰিছে। সামাজিক ক্ষেত্ৰত তিৰোতাৰ মুক্তি, দৰিদ্ৰ আৰু শোষিত মানুহৰ আত্ম-প্ৰতিষ্ঠাৰ সংগ্ৰাম, পৰম্পৰা আৰু আধুনিকতাৰ সংঘৰ্ষ, পৰিৱৰ্তনৰ দোমোজাত দোদুল্যমান গ্ৰাম্য জীৱন—এই লেখীয়া সমস্যাবোৰ লিখকৰ আদৰ্শবাদৰদ্বাৰা অনুৰঞ্জিত ৰূপত উপস্থাপিত হৈছে। সমাজ-সচেতন আৰু আদৰ্শবাদী লেখক হিছাপে তেওঁকো দায়বদ্ধ লেখক বোলাৰ থল আছে। 'মাকণৰ গোসাঁই' গল্পটোত বিধবা. মাকণৰ চাৰিত্ৰিক দৃঢ়তা আৰু আধ্যাত্মিক সংযম আৰু বলৰ আগত বাপুকণ গোসাঁইৰ দৈহিক ৰূপলাৱণ্য, বৈষয়িক স্বচ্ছলতা আৰু মুখৰ মৌ-বৰষা কথা পৰাভূত হৈছে ঃ মাকণৰ সান্নিধ্যত গোসাঁইৰ জীৱনলৈ আমূল পৰিৱৰ্তন আহিছে। গোসাঁইৰ অন্তৰৰ কামনা-কলুষ মাকণৰ আধ্যাত্মিক আদৰ্শৰ বলত বিধৌত হৈছে। বিষয়-বস্তু, চৰিত্ৰ-চিত্ৰণ আৰু আদৰ্শৰ ফালৰপৰা 'মাকণৰ গোসাঁই' গল্পটো উল্লেখযোগ্য। 'কলং আজিও বয়', 'এজনী জাপানী ছোৱালী' আৰু 'মিঞা মনছুৰ' তেওঁৰ সৰস গল্প।

**যোগেশ দাস ঃ** 'পপীয়া তৰা', 'হাজাৰ লোকৰ ভীৰ', 'আন্ধাৰৰ আঁৰে আঁৰে' আৰু 'ত্ৰিবেণী' এই চাৰিখন প্ৰকাশিত গল্পপুথিৰ লিখক যোগেশ দাস অসমীয়া সাহিত্যৰ আগ শাৰীৰ ঔপন্যাসিকো। 'ডাৱৰ আৰু নাই'—তেওঁৰ জনপ্ৰিয় উপন্যাস। সহজ সৰলভাৱে কথা-বস্তু উপস্থাপন কৰি স্বাভাৱিক পৰিৱেশৰ মাজত সৰুসুৰা ঘটনাৰ আকৰ্ষণীয় ৰূপ পৰিস্ফুট কৰাত যোগেশ দাস দক্ষ। তেওঁৰ গল্পৰ চৰিত্ৰবোৰ সাধাৰণতে উদাসীন, দুৰ্বল, নিষ্ক্ৰিয় আৰু পাৰিপাৰ্শ্বিকতাৰ দাস। এনেবোৰ মানুহৰ অসহায়, কৰুণ আৰু বিমূঢ় জীৱনৰ কাহিনী বিবৃত কৰাত দাসে বিশেষ-দক্ষতা দেখুৱাইছে। 'কলপটুৱাৰ মৃত্যু' গল্পত ধনীৰাম সহজ সৰল কিন্তু ব্যক্তিত্বহীন দুৰ্বল চৰিত্ৰৰ।

ৰূপেশ্বৰীৰ প্ৰতি প্ৰেম-ভালপোৱা বৰবোপাৰ এটি ধমকতে নাইকিয়া হৈছে; বৰবোপাৰ কথামতে দুশ টকাৰে সৈতে গৰ্ভৱতী ৰূপেশ্বৰীক লৈ আহিছে; এই সম্পৰ্কত কোনো দ্বিধা, সঙ্কোচ বা ক্ষোভ দেখুওৱাতো নায়েই, তেনে অনুভূতিও তাৰ নাই। মাথোন ৰূপেক লৈ আহিলেঁ 'সিও ৰক্ষা পৰিব, মৌজাদাৰৰ ঘৰখনো ৰক্ষা পৰিব' বোলা বৰবোপাৰ দিহা-পৰামৰ্শকে বেদৰ বাণী বুলি মানি সি নিজেই যেন ধন্য হৈছে! ধনীৰাম আৰু ৰূপে যেন যন্ত্ৰহে, যন্ত্ৰী হ'ল বৰবোপা আৰু মৌজাদাৰনী। সৰল হাস্যৰসৰ লগতে আৱশ্যক মতে ব্যঙ্গ আৰু বক্ৰোক্তি প্ৰয়োগত গল্পটো সুখপাঠ্য হৈছে। লিখাৰ ভঙ্গীয়ে গল্পটোক সাৰ্থক চুটিগল্পৰ শাৰীলৈ তুলিছে।

**সৌৰভকুমাৰ চলিহা**: 'দুপৰীয়া', 'অশান্ত ইলেক্ট্ৰন', 'এহাত ডাবা' আৰু গোলাম' আদি গল্প-গ্ৰন্থৰ ৰচয়িতা সৌৰভকুমাৰ চলিহা অসমীয়া সাহিত্যত এটি উল্লেখযোগ্য নাম। 'গোলাম' গ্ৰন্থৰ বাবে তেওঁ সাহিত্য অকাদেমীৰ বঁটা লাভ কৰি অসমীয়া চুটিগল্প সাহিত্যক আধুনিক ভাৰতীয় সাহিত্যত সম্মানিত আসনত প্ৰতিষ্ঠা কৰিছে। আধুনিক অসমীয়া গল্প-সাহিত্যত এটি নতুন দৃষ্টি-ভঙ্গী অৱতাৰণা কৰা সৌৰভ চলিহাৰ গল্পতেই আধুনিকতাৰ সূচনা হৈছে বুলি কোনো সমালোচকে মন্তব্য প্ৰকাশ কৰিছে। তেওঁৰ গল্পৰ বিষয়-বস্তু আৰু প্ৰকাশভঙ্গীৰ ফালৰপৰা এই মন্তব্যৰ সত্যতা উলাই কৰিব নোৱাৰি। অস্তিত্ব-বাদী দৰ্শনত বিশ্বাসী চলিহাদেৱ বৈজ্ঞানিক চিন্তাধাৰা অনুসৰি বিজ্ঞান-সম্মত পদ্ধতিৰে মানুহৰ মন বিশ্লেষণ কৰাৰ পক্ষপাতী। 'অশান্ত ইলেক্ট্ৰন', 'জ্যামিতি', 'দুপৰীয়া' আদি গল্পবোৰৰ উপৰিও 'গোলাম' গ্ৰন্থৰ প্ৰায়বোৰ গল্পই ৰসোত্তীৰ্ণ হৈ উঠিছে। সৌৰভকুমাৰ চলিহাৰ গদ্যৰীতি জটিল আৰু ই সাম্প্ৰতিক কালৰ নগৰীয়া জীৱনৰ শুদ্ধ প্ৰকাশৰ বাহন। চৰিত্ৰৰ অন্তৰ্দ্বন্দ্ব ফুটাই তোলাত তেওঁ সিদ্ধহস্ত।

**ভবেন্দ্ৰনাথ শইকীয়া**: 'প্ৰহৰী', 'গহ্বৰ', 'বৃন্দাবন' আৰু 'সেন্দুৰ' আদি গল্প-গ্ৰন্থৰ ৰচয়িতা ভবেন্দ্ৰনাথ শইকীয়া অসমীয়া সাহিত্যত এগৰাকী সৰবৰহী গল্পকাৰ। অসম প্ৰকাশন পৰিষদ আৰু সাহিত্য অকাদেমী পুৰস্কাৰো তেওঁ লাভ কৰিছে। প্ৰাত্যহিক জীৱনৰ সাধাৰণ ঘটনা বা সমস্যাই শইকীয়াৰ

গল্পৰ বিষয়-বস্তু। জীৱনৰ সৰু বৰ ঘটনা সাৱলীল বচন-ভঙ্গীৰে আকৰ্ষণীয় ৰূপত দাঙি ধৰাত শইকীয়া বিশেষভাৱে পাৰদৰ্শী। তেওঁৰ গল্প বহু সময়ত বিক্ষিপ্ত বা জটিল যেন লাগিলেও প্ৰকাশ-ভঙ্গীৰ বৈশিষ্ট্যই সেইবোৰ সুখ-পাঠ্য কৰি তোলে। জীৱনৰ সমস্যা, ক্ৰটি-বিচ্যুতিক তেওঁ শিল্পীৰ দৃষ্টিৰে দাঙি ধৰে; পৰ্যবেক্ষণ শক্তিৰে সকলো খুটি-নাটিকেই তেওঁ নিৰ্ভেজাল অথচ ৰসোত্তীৰ্ণ ৰূপত দাঙি ধৰিবলৈ সক্ষম। 'প্ৰহৰী' তেওঁৰ এটি উল্লেখযোগ্য গল্প। ৰজনী মাষ্টৰ আৰু তেওঁৰ পৰিবাৰ ভাগ্যৱতীৰ জীৱন নিয়তিৰ নিষ্ঠুৰ পৰিহাসত কিদৰে করুণ হৈ পৰিছে সেই কথাকে গল্পটোত কোৱা হৈছে। এটি এটিকৈ তিনিটা সন্তানৰ মৃত্যুৰ পিছত ভাগ্যৱতীয়ে জীয়াই থকাৰ সপোন দেখিছিল নিশাৰ মুখলৈকে চাই; নিশাৰ বয়স বাঢ়ি অহাৰ লগে লগে তাইৰ বিয়াৰ কল্পনাও ভাগ্যৱতীয়ে কৰিছিল। নিশালৈ এযোৰ কাপোৰ আনিও ৰাখিছিল নিশাই কোৱা মতে "কিবা এটা হলে পিন্ধিবলৈ" বুলি। কিন্তু নিশাৰ অকাল-মৃত্যুৱে জীৱনৰ মোৰ সলনি কৰি দিলে। দিৱাকৰ যেতিয়া দৰা সাজি বিজয়াক বিয়া কৰাবলৈ উপস্থিত হ'ল তাকে দেখি ভাগ্যৱতীৰ অন্তৰৰ আধা-মুমুৰা শোকৰ জুইকুৰা দুগুণে জ্বলি উঠিল। ঘৰৰপৰা জীয়েকলৈ সাঁচি থোৱা কাপোৰ যোৰ বিজয়াৰ বিয়াত উছৰ্গা-ৰূপে দি বিয়া-ঘৰতে দুখ আৰু শোকত ভাগ্যৱতী অভিভূত হৈ পৰিল।

**হোমেন বৰগোহাঞি :** 'বিভিন্ন কোৰাচ', 'প্ৰেম আৰু মৃত্যুৰ কাৰণে' আদি প্ৰখ্যাত গল্প-গ্ৰন্থৰ লেখক হোমেন বৰগোহাঞি 'সুবালা' আৰু 'পিতা-পুত্ৰ' আদি উপন্যাসৰ লেখক হিছাপেও সমানে জনজাত। উগ্ৰ আৰু উদণ্ড প্ৰকৃতিৰ চৰিত্ৰাঙ্কনত তেওঁ সিদ্ধহস্ত। পশ্চিমীয়া মনোনিদানৰ সূত্ৰ বা তথ্য আৰু আৰ্টৰ ক্ষেত্ৰত অনুসৃত বিশেষ মতবাদৰ দ্বাৰা তেওঁ প্ৰভাৱান্বিত। ইয়াৰ উপৰিও যৌন-বিজ্ঞান আৰু অস্তিত্ববাদী দৰ্শনৰ চিন্তাধাৰাৰে প্ৰভাৱান্বিত গল্পকাৰে কেতবোৰ অনন্য চৰিত্ৰ সৃষ্টি কৰি জীৱনৰ কদৰ্যতম ছবি অঙ্কন কৰিছে। 'অক্টোপাছ', 'মহাশ্বেতাৰ বিয়া', 'চেনাটোৰিয়াম', 'বৰঘুণ' আদি তেওঁৰ বহুজন-পঠিত আৰু জনপ্ৰিয় গল্প। উচ্চ শ্ৰেণীৰ প্ৰতীকধৰ্মী চুটি-গল্প ৰচনাৰ দাবীও বৰগোহাঞিয়ে কৰিব পাৰে। 'হাতী' নামৰ চুটি-গল্পটিৰ মাজেদি প্ৰাচীন-পন্থী বাপেকৰ হাতীৰ প্ৰতি থকা মোহ আৰু দুৰ্বলতা

আধুনিক শিক্ষিত নতুন পুৰুষৰ প্ৰতিভূ পুতেকহঁতৰ মটৰ গাড়ীৰ প্ৰতি থকা আকৰ্ষণৰ মাজেদি দুটা যুগৰ দুটা পুৰুষৰ মাজৰ সংঘাতকে পৰিস্ফুট কৰিছে। এই সংঘাতৰ পৰিণতি আকৰ্ষণীয় হৈছে। হোমেন বৰগোহাঞিৰ ভাষা শক্তিশালী আৰু সাৱলীল।

**মহিম বৰা** ঃ 'কাঠনিবাৰী ঘাট', 'মই, পিপলি আৰু পূজা', 'ৰাতি ফুলা ফুল' আদি গল্প পুথিৰ ৰচয়িতা মহিম বৰা এগৰাকী জনপ্ৰিয় গল্পকাৰ। অসমৰ গ্ৰাম্য জীৱনৰ বিভিন্ন আৰু বৰ্ণাঢ্য ছবি তেওঁৰ বেছি ভাগ গল্পৰে বিষয়-বস্তু। হাস্যৰসাত্মক গল্প ৰচনাৰ ক্ষেত্ৰতো বৰাদেৱে পাৰদৰ্শিতা দেখুৱাইছে। কোনো কোনো গল্পত ব্যঙ্গ বিদ্ৰূপৰ সহায়তো কথা-বস্তু আৰু চৰিত্ৰ উজ্জল কৰিবলৈ প্ৰয়াস কৰিছে আৰু সেই ব্যঙ্গ-দৃষ্টি সামাজিক সমালোচনাধৰ্মী বা সংস্কাৰধৰ্মী নোহোৱা বাবেই উপাদেয় হৈ উঠিছে। 'কাঠনিবাৰী ঘাট' গল্পটোত ব্ৰহ্মপুত্ৰ পাৰ হ'বলৈ জাহাজৰ বাবে ৰৈ থকা নতুনকৈ বিয়া হোৱা গাঁৱৰ দোৱালী এগৰাকী তেওঁৰ ভায়েক আৰু পিছদিনা ৰাতিপুৱাই আগবঢ়াই নিবলৈ অহা দেওৰেকৰ কথা দাঙি ধৰা হৈছে। দেওৰেকজনৰ কথাৰপৰা জনা গ'ল গাভৰুজনীৰ জীৱনলৈ অকাল বৈধব্য নামি আহিছে। সৰু গল্পটোৰ বিষয়-বস্তু বৰ কৰুণ।

**লক্ষ্মীনন্দন বৰা** ঃ 'দৃষ্টিৰূপা', 'গৌৰীৰূপক', 'কাঁচিয়লীৰ কুঁৱলী,' 'মন মাটি মেঘ', 'সেই সুৰে উতলা', 'নিষিদ্ধ চেতনা' আদি গল্প-গ্ৰন্থৰ লিখক লক্ষ্মীনন্দন বৰা 'গঙাচিলনীৰ পাখি' নামৰ জনপ্ৰিয় উপন্যাস ৰচয়িতা। গাঁৱলীয়া সমাজৰ আৰু গাঁৱলীয়া জীৱনৰ সৰু-সুৰা ঘটনাই বৰাৰ গল্পৰ প্ৰধান উপজীব্য। গতানুগতিক গাঁৱলীয়া জীৱনলৈ পূজা, সবাহ, পৰব, ভাওনা আদিয়ে ক্ষন্তেকলৈ হ'লেও আনে এটি নতুনত্ব, আনে উছাহ উদ্দীপনা। এনেবোৰ ক্ষণতে গাঁৱলীয়া চহা জীৱনৰ ক্ষুদ্ৰ আশা-আকাঙ্ক্ষা, প্ৰেম-প্ৰীতি সফল হোৱাৰ সপোন ৰচিত হয়। এনেবোৰ পৰিস্থিতিৰ বাস্তৱ ৰূপায়ন বৰাৰ গল্পৰ পটভূমি। সময়ৰ পৰিৱৰ্তনে জন-জীৱনলৈ যি পৰিৱৰ্তন আনিলে যাৰ ফলত পুৰণি মূল্যবোধ সংস্কাৰ ৰীতি-নীতি আচাৰ-অনুষ্ঠান, সম্পৰ্কে গাঁৱলীয়া সমাজ আৰু জীৱন হৈ পৰিল সন্দিহান। সেই পৰিৱৰ্তনৰ

দোমোজাত বিস্ময়-বিমূঢ় গাঁৱলীয়া জীৱনৰ প্ৰামাণ্য দলিল-ধৰ্মী বৰাৰ গল্পৰ কাহিনীবোৰ বৰ্ণাঢ্য হৈ উঠিছে। জীৱনৰ জটিল সমস্যা লক্ষ্মীনন্দন বৰাৰ গল্পত নাই, গ্ৰাম্য জীৱনৰ দৈনন্দিন ঘটি থকা কেতবোৰ সৰু-বৰ ঘটনা বাস্তৱ ৰূপত দাঙি ধৰাই বৰাৰ উদ্দেশ্য। 'গুৰু পৰ্ব' গল্পত পতনোন্মুখী এটি গুৰু পৰিয়ালৰ জীৱন কাহিনী চিত্ৰিত কৰা হৈছে: অভাৱগ্ৰস্ত মুকুন্দ গোসাঁয়ে পূৰ্বপুৰুষৰপৰা লাভ কৰা গন্ধৰ্ব-বিদ্যা কৃপণৰ ধনৰদৰে সাঁচি ৰাখিলে; বিষয়-বাসনা আৰু লোভৰ বশৱৰ্তী গোসাঁয়ে কোনো শিষ্যকো 'দেউবিদ্যা' দান কৰা নাই। মৰণৰ আগমুহূৰ্তত নিজৰ দুৰ্বলতা সম্পৰ্কে চেতনা জাগিলত তেওঁ অকপটচিত্তে শিষ্যৰ আগত সকলো স্বীকাৰ কৰি ৰাগ-তাল সম্পৰ্কীয় পুথিখনকে গতাই দি শান্তি লভিছে। 'সখা দামোদৰ' বৰাদেৱৰ আন এটি জনপ্ৰিয় গল্প। গল্পটি পঢ়িলেই হিন্দী সাহিত্যিক প্ৰেমচান্দৰ 'গোদান' আৰু বঙলা সাহিত্যৰ শৰৎচন্দ্ৰৰ 'মহেশ'লৈ মনত নপৰাকৈ নাথাকে।

# ধোঁৱাখোৱা

## লক্ষ্মীনাথ বেজবৰুৱা

### প্ৰথম অধ্যায়

গঙ্গাৰাম ডাঙৰীয়া কাছাৰীৰপৰা আহি হাত-মুখ ধুই আগচোতালতে, হাত-ভগা মাচিয়াডোখৰত দুই-মোন-দুই-সেৰীয়া থুলন্তৰ গাটো থৈ গধূলি বেলিকা জুৰ লৈছে। ডাঙৰীয়াৰ হাত ৰূপৰ ধোঁৱাখোৱাই, ভৰি হাতী-দাঁতৰ চুঙা দিয়া কঁঠাল কাঠৰ খৰমে, ভিঙিৰ তুলসীৰ জগন্নথীয়া মলাই পোহৰাব লাগিছে। এনেতে, লৰ্‌ফৰ্‌ কৰে টিকনি জোঁকাৰি, জামোলৰ বাঙেৰে দেই পৰা, থুনপাকৰ মুখ যেন ওঁঠ দুটা মিচিকিয়া হাঁহিৰ টোচনি-ডোলেৰে দুফালে টানি, ধূলীয়া ফাপৰে খোৱা, পেটু ওলোৱা তালতলা চটি-জোতাৰে কটপ্‌-কটপ্‌ কৰে গোবোৱাত মাৰি আমুকা পণ্ডিত ওলালহি।*

গঙ্গাৰাম—আহ পণ্ডিত আহ, বহ, আজি তিনি-চাৰি দিন তোৰে সৈতে দেখা-সাক্ষাত নাই। ক'লৈ গৈছিলি?

পণ্ডিত—ক'লৈকো যোৱা নাছিলোঁ দেউতা, কঁকালৰ বিষত এই তিনি দিন ঘৰতেহে পৰি আছিলোঁ।

গঙ্গাৰাম—তইও ডেকা মানুহবনো আকৌ কঁকালৰ বিষ কিহৰ? আমাৰ নিচিনা বয়সত তইঁতে শোৱাপাটীৰপৰা উঠিবই নোৱাৰিবি কিজানি। হেৰ বাতীয়া, আমুকা পণ্ডিতলৈ ধপাত এচিলিম লৈ আহ।

---

* এই পণ্ডিতৰ কোনেও নাম নেকাঢ়ে। সকলোৱে এওঁক আমুকা পণ্ডিত বুলি মাতে। এওঁ ইমান কিৰ্পিণ যে এওঁৰ নাম কাঢ়িলে হেনো নাম কাঢ়োঁতাজনৰ সেইদিনা ভাত-চকৰ তললৈ জাল নেযায়। আমিও এই ভয়তে নাম নেকাঢ়ি আমুকা বুলি গা সাৰিলোঁ।

পণ্ডিত—সকতে দেউতা অমৃতা গছৰপৰা পৰি মোৰ এই কঁকালৰ বিষটো হ'ল ; থাকি থাকি মাজে মাজে উক দি উঠে। আৰু এটা কথা, দেউতা বোলোঁতে ভাগ্যৱান পুৰুষ ; আমিনো এনে শৰীৰ পামনে ?

গঙ্গাৰাম—( মিচিকিয়াই ) হেৰ ৰাতীয়া, তোৰ দেখোন ধপাত এচিলিমেই আজি অনা নহয় ? বেগাই লৈ আহ। হেৰ ৰামেশ্বৰ! অ' ৰামেশ্বৰ!— হেৰ ৰাতীয়া, ৰামেশ্বৰ গ'ল ক'লৈ ?

ৰাতীয়া—দেউতা ৰামেশ্বৰ বোপা নাই, ক'ৰবাত ফুৰিবলৈ গৈছে।

গঙ্গাৰাম—তয়ে ভিতৰত কগৈ, গোহালি ঘৰৰ কাষৰ কঁঠাল জোপাৰ কঁঠালটোযে মই পৰহি শাল মৰাই থৈছিলোঁ পকিব পায় ; পণ্ডিতক সেইটো তেনেই খাবলৈ দিয়ক। ইনো ৰামেশ্বৰ গধূলি ফুৰিবলৈ যায় ক'লৈ ? গোসাঁই-ঘৰত চাকি-চুকা এটা দিবলৈ পাবলৈ নাই। ই সদায় সন্ধ্যা বেলিকা কাৰ ঘৰলৈ গৈ কি কৰে, কিবা ক'ব পাৰনে পণ্ডিত ?

এনেতে পাঁচ-বছৰীয়া মাহিৰ্ক্ৰী ভিতৰৰপৰা দলিটো অহাদি লৰি আহি ক'লে, "দেউতা, ককাইদেউৱে দিনৌ ফয়থলা নবিথৰ ঘৰত ধপাত খায়গৈ।" কথাষাৰ ডাঙৰীয়াৰ কাণত তুলাত ফিৰিঙতি পৰাদি পৰিল।

গঙ্গাৰাম—সঁচানে ? ই কুলাধমে ধপাত খাবলৈ শিকিলে ?

মাহিৰ্ক্ৰী—সঁচা সঁচা দেউতা, ককাইদেউৱে খুব ধপাত খায়। তুমি কাছাৰীলৈ গ'লে, তোমাৰ হোকাত ককাইদেউ আৰু ৰাতীয়া, দুয়ো ধপাত খায়। মই নিতৌ তোমাক কৈ দিম বুলি হুমিয়াই থাকোঁ; তোমাক নক'বলৈ নিতৌ তেওঁ পইখা দিম বুলি টুটুৰাই থাকে, নিদিয়ে ; সেই দেখি কৈ দিলোঁ।

পণ্ডিত—হয় দেউতা, ৰামেশ্বৰ বোপাই খুব ধপাত খাবলৈ শিকিলে। তেওঁৰ ধপাতৰ চাটি দেখিলে ভয় লাগে।

গঙ্গাৰাম—মোক ইমান দিনে তইঁতে কোৱা নাছিলি কিয় ? তইঁত এটায়ে মোক মৰিয়াই মাৰিবৰ কাৰবাৰ কৰিছইঁক। যা যা পণ্ডিত, তই এতিয়াই বৰ্‌হমবধীক ফয়চলা নচিবৰ ঘৰৰপৰা ধৰি লৈ আহ গৈ। ৰাতীয়া গোলামক ধৰ! ধৰ! মোৰ হোঁকাত ধপাত খায়! কি বিষম সাহ! ই গোলামে মোৰ ল'ৰাটোক ধপাত খাবলৈ শিকালে! খালে!"

## দ্বিতীয় অধ্যায়

ডাঙৰীয়াৰ ধোঁৱাখোৱাত ধপাত খোৱা আৰু ধপাত খাবলৈ শিকাই ৰামেশ্বৰৰ মুৰ খোৱা অপৰাধত বহুদিনীয়া পুৰণি লগুৱা ৰাতীয়াৰ পিঠিৰ ছাল আৰু চাকৰি লগে-ভাগে গ'ল। এই দণ্ডত ৰাতীয়াক আমি পুতৌ নকৰোঁ, তাৰ দোষ চাই দণ্ড হ'ল। কিন্তু ঘাই জগৰীয়া কোন, এই কথাৰ বুজ নহ'ল। ঘাই জগৰীয়া ৰাতীয়াও নহয়, ৰামেশ্বৰো নহয়, ফয়চলা নচিবৰ পুতেক বা আন নগৰ লগৰীয়া ধপতুৰাইতো নহয়। তেন্তেনো কোন? ক'লেও লাগিব লেঠা, বুলিব গা পালিহি দেখোন। কটা মুখেৰে নকৈও নোৱাৰি। ঘাই জগৰীয়া —ডাঙৰ পাগুৰি, ডাঙৰ গাৰু, ডাঙৰ গাৰে আমাৰ ডাঙৰীয়া ভেৰা গঙ্গাৰাম।

জ্ঞানী লোকে কয়, উপদেশতকৈ আৰ্হি ভাল। তেওঁৰ নিজ ধপতুৰা তেজ-মঙহেৰে গঠিত পাতল মনৰ পুতেকৰ আগত ধোঁৱাখোৱা লৈ দিনে-ৰাতিয়ে ধপাত খাই তেওঁ ঘৰ ধুঁৱলি-কুঁৱলী কৰি থাকিব, আৰু সেই পুতেকে সেই আৰ্হি নোলোৱাকৈ হাত সাবটি বহি থাকিব, এনে আশা কৰাটোৱেই অযুগুত। এশৰ ভিতৰত দুই-চাৰিটা ল'ৰাইহে, ধপাত আদি বাগীয়াল বস্তু খোৱা বাপেকৰ সহজ আৰ্হি লোৱা লোভৰ হাতৰপৰা সাৰিব পৰা দেখা যায়। মানুহৰ মন, বিশেষকৈ ল'ৰাৰ মন তপতে তপতে আমোদ পোৱা পাপ-কাৰ্য কৰিবলৈ অলপতে ঢাল লয়। লোকৰ, ঘাইকৈ মাক-বাপেকৰ আৰ্হি লোৱাটো ল'ৰাৰ স্বভাব। খিতাতে বং লগোৱা বাগীয়াল বস্তু, ধপতুৰা বাপেকৰ আৰ্হি আৰু ৰাতীয়া লগুৱাৰ কুসংসৰ্গ, এই এটাইকেইটাই লগ লাগি ৰামেশ্বৰক ধপাত-গোসানীৰ আগত বলি দিলে। নেচাখি বোলা বস্তুটো বেছি দেখনিয়াৰ আৰু নেখাবি বোলা বস্তুটো ঘৰ সোৱাদ যেন লাগে। আমাৰ ৰামেশ্বৰৰ মনতো খাবলৈ হাক দিয়া ধপাত, চেনিতকৈ সোৱাদ আৰু ধন-সোণতকৈ মূল্যবান হৈ উঠিল। দেখোঁতে দেখোঁতেই শ্ৰীল শ্ৰীযুক্ত গঙ্গাৰাম ডাঙৰীয়াৰ জল-পিণ্ডৰ আশা, আমুকা পণ্ডিতৰ ভৰসা, ডাঙৰীয়ানীৰ আলসুৱা পুতেক শ্ৰীমান ৰামেশ্বৰ ভেকা ডাঙৰীয়াৰ ঘৰধপতুৰা নাম যোৰহাট চহৰৰ, পুবে কুমাৰগাঁও, পছিমে ৰামুৰি-চোৰগাঁও, উত্তৰে ডোমগাঁও, দক্ষিণে হাজাৰীগাঁও আৰু বন্দীগাঁও, এই চাৰি সীমা বিয়পি পৰিল।

## তৃতীয় অধ্যায়

কালক্রমাগত শ্ৰীযুত গঙ্গাৰাম ডাঙৰীয়াই নিজ নামৰ আগৰপৰা 'শ্ৰী'ক আসনচ্যুত কৰি সেই ঠাইত '৺' এই চিন্‌টি বহুৱাই, আৰু নিজ বংশধৰ ৰামেশ্বৰক নিজ উত্তৰাধিকাৰীৰ আৰু প্ৰতিনিধিৰ আসন এৰি দি বিয়দ্-বায়ু-বাৰি-বহ্নি-বসুন্ধৰীৰে মিলি গ'ল। ভূতপূৰ্ব ৰামেশ্বৰ বোপা, ওৰফে ৰামেশ্বৰ ডেকা ডাঙৰীয়া, বৰ্তমান শ্ৰীযুত ৰামেশ্বৰ সম্পূৰ্ণ ডাঙৰীয়া, গতিকে এই পাঁচ দফা বস্তুৰ মালিক হ'ল—

(১) মাক আৰু ভনীয়েক।

(২) ঘৈণীয়েক।

(৩) ১০জোপা বাঁহ, ১৭৫জোপা তামোল, ২০জোপা আম, ১৩জোপা কঁঠাল আৰু সৰুসুৰা আন আন গছেৰে সৈতে বৰঘৰ, মাৰলঘৰ, চ'ৰাঘৰ, গোসাঁইঘৰ আৰু গোহালিঘৰ-বিশিষ্ট, যোৰহাট নগৰস্থ পৈতৃক সম্পত্তি।

(৪) ১৮৪২৬৯ টকা কেয়া, মুদি আৰু দুই চাৰিজন সুতখোৱা লোকৰ ঘৰত পৈতৃক ধাৰ।

(৫) পৈতৃক ৰূপৰ ধোঁৱাখোৱা।

অচিৰতে উল্লিখিত সম্পত্তিৰ স্বত্বাধিকাৰী নতুন ডাঙৰীয়া ৰামেশ্বৰৰ গমন গজেন্দ্ৰৰ নিচিনা, বচন ভগা ঢোলৰ নিচিনা আৰু গলধন ৰজা হ'হৰ নিচিনা হৈ পৰা দেখি আমি আচৰিত নেমানিলোঁ। ৰামেশ্বৰ পূৰা ডাঙৰীয়াৰ গাদিত উঠিবৰ দিনাৰপৰা ৰূপৰ ধোঁৱাখোৱাৰ ধোঁৱাই, তেওঁৰ জীৱনৰ একমাত্ৰ ওখ আশা পৰিপূৰ্ণ কৰি, বৰখুটা-বৰচতিৰে পৈতৃক চ'ৰাঘৰটো, সকলোৱে দেখা-শুনাকৈ, ধুৱলি-কুঁৱলী কৰি থ'বলৈ ধৰিলে।

## চতুৰ্থ অধ্যায়

টকাই টকা আনে বুলি বুঢ়ালোকে কয়। বিয়োগ চিনৰ "—" কানমাৰি কাষত লৈ ১৮৪২৬৯ টকাই নিজৰ লগৈসে অতি অলপ দিনৰ ভিতৰতে ২৩১৩৷০ টকা ভাৰ বান্ধি আনিলে। ধাৰ দিওঁতা কেয়া মহাজন দোকানী পোহাৰীৰ ভিতৰত ৰামেশ্বৰ ডাঙৰীয়াক ভেট ভেট লাগি পৰিল। দলনিত্ৰ

নম্না ম'হৰ ঠেঙত জোক গুলমাদি বামেশ্বৰ ভাঙৰীয়াৰ গাত জোকাজোকে মামলা-মোকৰ্দমা ভিক্রি ভিক্রিজাৰি গুলমি পৰিল। দেখোঁতে দেখোঁতেই বাপতী-সাহোন মাটি-বাৰী অলঙ্কাৰ-পাতি যি আছিল সকলোখোৰ, ফুটা পাচিৰপৰা জুৰ-জুৰ কৰে বালি সৰি পৰাদি সৰি পৰি নাইকিয়া হ'ল। বামেশ্বৰ ভাঙৰীয়াৰ কিন্তু তাত বেজাৰ নাই। হৰিয়ে দিছিল হৰিয়েই আকৌ হৰি নিলে। উপজি আহোঁতে তেওঁ ধন-সম্পত্তি একো লগত লৈ অহা নাই, এই পৃথিৱী এৰি যাওঁতেও সেইবিলাক একোকে তেওঁ লগত লৈ নাযায়। অৱশেষে পৈতৃক ৰূপৰ ধোঁৱাখোৱাটো হাতৰপৰা যাবৰ দিনা তেওঁৰ দুচকুৰে দুধাৰ লো বৈ গৈছিল; কিন্তু সো দুধাৰ তেওঁ সকলোৰে আগত তেতিয়াই মচি পেলালে। তেতিয়াৰেপৰা তেওঁৰ চকুত পানী দেখিছোঁ বুলি কোনোবাই শপত খাই ক'ব পাৰে যদি কওকচোন। কদাই গ'ল, ভদাই আহিল; ৰূপ খটোৱা ধোঁৱাখোৱা গ'ল, তাৰ পিছদিনাই নাৰিকলৰ উকা ধোঁৱাখোৱা আহিল। ৰূপৰ ধোঁৱাখোৱাইদি যেনে বৰণৰ আৰু যি পৰিমাণৰ ধোঁৱা তেওঁ উলিয়াইছিল, আজিৰ এই চৰতীয়া বেচৰ ধোঁৱাখোৱাতো তেওঁ তেনে বৰণীয়া আৰু সিমান পৰিমাণে ধোঁৱা উলিওৱাত কোনো ব্যাঘাত জন্মা নাই। তেন্তে তেওঁৰ নিচিনা জ্ঞানী লোকৰ তাত বেজাৰৰ কাৰণ কি আছে? আগেয়ে তেওঁ ঘৰ-দুৱাৰ আদি নানা বিষয়ৰ ভাবনা-জালত পৰি আছিল; এতিয়া সেই জালৰপৰা এৰাই আহি এক ধোঁৱাখোৱাৰ চিন্তাত ৰ'লহি। শাপ নহ'ল তেওঁৰ পক্ষেই বৰ আৰু "বান্ধ নহ'ল পৰম প্ৰসাদ"হে হ'ল। অন্ততঃ তেওঁৰ এনে বিশ্বাস। বোজা পেলাই এতিয়া বামেশ্বৰ ভাঙৰীয়াই গাটি ফুলৰ চাকি যেন লঘু পালে; আৰু ভাঙৰীয়াৰ লগে লগে দৰ্শকসকলৰ গা-কেইটিও লঘু লাগি পৰিল।

বহুতে ভাবি মূৰ টপা কৰিছে যে বামেশ্বৰ ভাঙৰীয়াৰ কিহত ইমান-বিলাক ধাৰ লাগিল? তেওঁৰ দোষৰ ভিতৰত কেৱল ধপাত খোৱাটোৰ বাহিৰে দেখোন একো শুনিবলৈ পোৱা নেযায়। ধোঁৱাখোৱাই দিনে-ৰাতিয়ে মৰিমুজি তোৰতোৱাইওযে এই অলপ কালৰ ভিতৰতে মাতি আনি, ইমানবিলাক ধাৰৰ বৰষুণ বৰষাবৰ সমৰ্থ হ'ব, এনে সম্ভৱ নহয়। সত্যৰ খাতিৰত সৈ কচা উচিত যে ওপৰত কোৱা 'বহুত'ৰ ভিতৰত

আমাৰো আসন আছে। এই নিৰ্দোষী 'বহুত' বেচেৰাইঁতৰ নিচিনাকৈ লোকৰ আপোন আপোন অৱস্থাদি-সম্পৰ্কীয় গোপনীয় ঘৰুৱা কথা জানিবৰ নিমিত্তে আকলুৱা হৈ শুং বিচাৰি ফুৰা অভ্যাসটো আমাৰো নাই বুলি ধৰম চিয়াই ক'ব নোৱাৰোঁ। কিন্তু অহোপুৰুষাৰ্থ কৰিও, এইবাৰ এই কথাৰ শুং বা শুং বিচাৰি উলিয়াব নোৱাৰিলোঁ।

এই বাবে শুং অন্বেষণকাৰী ভ্ৰাতৃমণ্ডলীৰ ওচৰত আমাৰ গলবস্ত্ৰে ক্ষমা প্ৰাৰ্থনা।

এইবিলাক যেই কিবা নহওক, এইটো ধুৰুপ যে পাঁচদফা সম্পত্তিৰ মালিক ৰামেশ্বৰ ডাঙৰীয়া টুটি গৈ দুবছৰৰ ভিতৰতে মুঠে এদফাৰ মালিকত ৰ'লগৈ। সেই দফাও আগৰ দফাৰ পাইকহে; যথা—নাৰিকলৰ কোবোকাৰ উকা হোকা এক গোট। অৰ্থাৎ পৈতৃক ৰূপথটোৱা ধোঁৱাখোৱাৰ প্ৰেতাত্মা বা ভূত চাৰি-পইছীয়া হোকা এটা। বিপদ নৈৰ ঢল অহাদি আহে। তেওঁৰ মাক, ভনীয়েক আৰু ঘৈণীয়েককো বিপদৰ বানে এই সংসাৰৰপৰা অলপ দিনৰ ভিতৰতে উটাই লৈ গুচি গ'ল। সকলোৰে চকুৰ আগতে ৰামেশ্বৰ ডাঙৰীয়া পৃথিৱীতে অকলশৰীয়া হৈ পৰিল। বিপদৰ বন্ধু এক ধোঁৱাখোৱাত বাজে ইহ-সংসাৰত তেওঁৰ সহায়-সাৰথি আৰু কোনো নৰ'ল। তাকে হাতত লৈ পৰ্বত যেন মানুহ সেই ৺গঙ্গাৰাম ডাঙৰীয়াৰ পুতেক অকলশৰীয়া ৰামেশ্বৰ ডাঙৰীয়া যোৰহাট নগৰৰ আলিবাটত টৌ-টৌকৈ ফুৰিবলৈ ধৰিলে।

## পঞ্চম অধ্যায়

জেঠৰ ৭ তাৰিখে দুপৰীয়া দিখৌমুখলৈ যোৱা বাটৰ গছ এজোপাৰ তলত এজন মানুহে হাতত ধোঁৱাখোৱা লৈ বহি জিৰাইছে। বৰ ৰ'দ কিন্তু গছৰ ছাঁত জুৰ। দূৰৰ গছনিত জিলীয়ে কেৰ-কেৰীয়া দীঘল-সুৰীয়া, আমি বুজিব নোৱৰা গীত গাইছে, আৰু আলিৰ কাষৰ গছৰ জোপাৰ তলত সেই মানুহজনৰ হোকাই সেই গীতত আমি বুজিব পৰা চুটি আৰু দীঘল দুইৰকমৰ গোৰগুৰীয়া সুৰ দিছে। এনে সময়তে টাপলি মৰা ছাতি এটা লৈ, আমাৰ চিনাকি টিকনি জোঁকাৰি আৰু এজন মানুহ কাষ চাপি আহি মাত লগালে, "হ! এইটি আমাৰ ৰামেশ্বৰ বোপা ডাঙৰীয়ানেকি? ক'ৰপৰা আলাহি?"

ৰামেশ্বৰ—তেন্তেই। তুমিনো ক'বপৰা ওলালাহি আগেয়ে কোৱাচোন।

আমুকা পণ্ডিত—মই এটা সকামত ৰংপুৰলৈ গৈছিলোঁ। দক্ষিণপটীয়া গোসাঁই ঈশ্বৰ কাইলৈ শ্ৰাদ্ধ পৰিছে, তালৈকে যাবলৈ বুলি আহিছোঁ, তুমিও সেইমুৱেইনেকি ?

ৰামেশ্বৰ—এৰা, ঘূৰি-পকি আহি আমিও সেইমুৱেই। ভালেদিন গুৰু-ঘৰলৈ যোৱা নাই, এই সময়তে গৈ সেৱা এটা কৰি আহোঁগৈ বুলি ওলাইছোঁ। ভালেই হ'ল, দুয়ো একেলগে যাওঁহক। ধপাত এহোপা নোখোৱানে ?

পণ্ডিত—কিয় নেখাম ? দিয়ঁা।

ৰামেশ্বৰ—এতিয়া আৰু তোমাৰ আগত মই তাহানিৰ নিচিনাকৈ ধোঁৱাখোৱা হুলুকাওঁ। হিঃ হিঃ হিঃ! মনত আছেনে ?

পণ্ডিত—আছেতো। তুমি এতিয়া ডাঙৰৰ শাৰীলৈ 'প্ৰমোচন' পালা। তেতিয়া তুমি 'পোৱালি' আছিলা। হিঃ হিঃ হিঃ!

## ষষ্ঠ অধ্যায়

দিখৌমুখত চাপৰ নোহোৱা নাও এখন লৈ ৰামেশ্বৰ ডাঙৰীয়া আৰু আমুকা পণ্ডিতে দক্ষিণপাটলৈ পাৰি দিলে; গোসাঁইৰ শৰাধত কিমান দক্ষিণা আৰু কাপোৰ-কানি পাব, মনে মনে তাৰ লেখ কৰি আমুকা পণ্ডিত নাৱৰ চৰথতে বহি টলকা মাৰি যাব লাগিছে। ডাঙৰীয়া ৰামেশ্বৰেও কাষতে বহি মৌন হৈ, কি ভাবি ক'ব নোৱাৰোঁ, হোকা হুপি যাব লাগিছে।

গুৰিয়াল—দেউতা, সৌৱা বিৰিকি বিৰিকি দক্ষিণপাট সত্ৰৰ গছ দেখা গৈছে।

"হয়নে, ক'তা ?" বুলি ৰামেশ্বৰ ডাঙৰীয়াই, বা ভূতপূৰ্ব ৰামেশ্বৰ ডাঙৰীয়াৰ অৱশিষ্টই থচ্‌মচ কৰে উঠি সত্ৰৰ উদ্দেশ্যে সেৱা কৰিব খোজোঁতেই, কেনেবাকৈ হাতৰপৰা সচিলিম ধোঁৱাখোৱাটো ব্ৰহ্মপুত্ৰত পৰিল। ডাঙৰীয়াইও মুহূৰ্তমাত্ৰও অপেক্ষা নকৰাকৈ ছুৰতীয়া বেচৰ ধোঁৱাখোৱাটো ধৰি আনিবৰ মনেৰে নিজৰ বহুমূলীয়া শৰীৰটোক, নাৱৰীয়াহঁতৰ আৰু পণ্ডিতৰ "হে কি কৰা ? কি কৰা হ" চিয়ঁৰলৈ আওকাণ কৰি জপং কৰে ব্ৰহ্মপুত্ৰৰ মাজত পেলাই দিলে।

হায়! হোকাটো ব্ৰহ্মপুত্ৰৰ টান সোঁতত ভালেমান দূৰলৈকে সোঁ-সোঁ কৰে উটি যোৱা দেখা গ'ল। কিন্তু ভাঙৰীয়াক আৰু দেখা পোৱা নগ'ল। পণ্ডিত আৰু নাৱৰীয়াইঁতে মূৰে-কপালে হাত দি, "হায়! হায়! কি হ'ল!" কৰিবলৈ ধৰিলে।

বিয়লি বেলিকা নাওখন আহি দক্ষিণপাটৰ ঘাট চাপিলহি। নাও ঘাট চপা দেখি পণ্ডিতে লাহেকৈ মাত লগালে, "নাৱৰীয়া ককাইঁত, এটা কথা, আদখিনি বাটলৈকেতো ৰামেশ্বৰ ভাঙৰীয়া নাৱত আহিছিল; সেই দেখি সেইডোখৰ বাটৰ বাবে আদখিনি কেৰেয়া তেওঁৰ গাত। মোৰপৰা বাকী আদখিনিহে তইঁতে পাব লাগে।"

নাৱৰীয়াইঁত—বাপুদেউ, আপুনি যাওক, আমাক একো দিব নেলাগে। আজি আমি এজন মানুহকে হেৰুৱালোঁ, ধন লৈ আমি চহকী নহওঁ।

এই কথা শুনি "বাৰু, বোপাইঁত কুশলে থাক"—পণ্ডিতে দুই হাত দাঙি নাৱৰীয়াইঁতক আশীৰ্বাদ কৰি নাৱৰপৰা বামলৈ উঠিবলৈ কাৰবাৰ কৰিছে, এনেতে কাষতে জাঁজি এসোপাৰ মাজত লাগি থকা এটা ধোঁৱাখোৱাত তেওঁৰ চকু পৰিল। খাগৰি এডালেৰে হাকুটিয়াই পণ্ডিতে হোকাটো আনিলে। দেখোন ৺ৰামেশ্বৰ ভাঙৰীয়াৰ সেই সাংঘাতিক ধোঁৱাখোৱাটো।

# নদৰাম

## শৰৎচন্দ্ৰ গোস্বামী

১

১৯১৮ ছনৰ অক্টোবৰ মাহৰ নিশা ন-দহ বজাৰ সময়ত আমি কেইজনমানে খোলা পোৰ্টিকোত বহি 'প্লেনচেট' ধৰিছিলোঁ। সেইবাৰ মহামাৰি ইনফ্লুৱেঞ্জাই তেতিয়াও তিমান পৰাক্ৰমেৰে দেখা দিয়া নাছিল ; গতিকে বতৰ অলপ জাৰ হ'লেও বাহিৰত বহিবলৈ ভয় বা অসুখ লগা নাছিল।

উপস্থিত মণ্ডলীৰ কোনোৱে ভূত মানে, কোনোৱে নামানে, কোনোৱে 'প্লেনচেট'ত ভূতৰ আৱিৰ্ভাৱ হয় বুলি বিশ্বাস কৰে, কোনোও 'প্লেনচেট'ক 'প্লেইন চিট' ( plain cheat ), 'সৰল-ফাঁকি' বুলি ভাবে।

এবাৰ প্লেনচেটটো ঘূৰি নদৰাম লিখিলোঁ, প্ৰশ্ন হ'ল—

তোমাৰ নাম ?

নদৰাম।

কি লাগে ?

ফ্ৰান্সত যুদ্ধ কৰিছোঁ।

ঘৰ ক'ত ?

গোৱালপাৰাত।

কি বিচাৰিছা ?

মোৰ তিৰোতা—

সকলোৱে গিৰ্জনি মাৰি হাঁহি মাৰি উঠিল। প্লেনচেট ধৰোঁতা দুজনৰ এজনে 'যা, যা তোৰ তিৰোতা ইয়াত নাই' এই বুলি 'প্লেনচেট' এৰি দিলে। অবিশ্বাসী দল আৰু সংশয়শূন্য হ'ল যে 'প্লেনচেট' এটা মস্ত বুজৰুকি !

তাৰ পাছত, ইনফ্লুৱেঞ্জাৰ প্ৰবল আক্ৰমণত আতঙ্ক আৰু বাতি নৰিয়া পতি কৰি থাকিব লগীয়া নোহোৱাকৈ যি দুই-চাৰিদিন আছিল, সেইকেইদিনৰ প্ৰত্যেক সন্ধ্যাবেলাতেই 'প্লেনচেট' ধৰোঁহক আৰু প্ৰত্যেক দিনেই নদৰামৰ

আৱিৰ্ভাৱ হয়। কিন্তু আমি কোনেও তাক আমোল নিদিওঁ—'প্লেনচেটে' নদৰাম লিখিলেই আমি হাত এৰা দিওঁ, নদৰামৰ বক্তব্য বৈ যায়।

২

প্ৰায় এবছৰৰ পাছত কাৰ্য-চক্ৰত পৰি এদিন নবেম্বৰ মাহৰ পুৱাবেলা গোৱালপাৰাৰ উত্তৰ শালমৰা বঙলাত বহি আছোঁ। আগৰদিনা অনেক ৰকমৰ কাম কৰি আহিছোঁ। মোৰ সঙ্গীজনৰ অলপ অসুখ; সেই দেখি সেই দিনটো প্ৰায় আজৰি। কেনেবাকৈ এবছৰৰ আগৰ 'প্লেনচেট' ধৰাৰ কথা মনত পৰিল—সেই নদৰাম, সি চিপাহী। এইবোৰ ঠাইৰে কোনোবা মেচ বা ৰাজবংশী চিপাহীৰ নাম নদৰাম নাইনে?

এনেতে চিপাহীৰ বুট পিন্ধা, ভৰিত ফিটা মেৰোৱা, মূৰত বুওৰ হেট, কঁকালত কুকৰী খুমৰি অঁৰা, ২২।২৩ বছৰ-বয়সীয়া, গোৰা বৰণৰ ডেকা ল'ৰা এটা ঘপৰ ঘপৰ কৰি বঙলাৰ ভিতৰলৈ সোমাই আহিল; আৰু এটা মিলিটাৰী চেলাম দি ওচৰতে থকা বেঞ্চি এখনত বহি পৰিল। মই আচৰিত হলোঁ। চৰকাৰী বিষয়াৰ অভিমানেও এটা খুন্দা খালে। মই অলপ বিৰক্ত হৈ সুধিলোঁ—

'কি লাগে?'

'দেউতা আপুনি অসমীয়ানেকি?'

'এৰা'—চৰকাৰী হাকিমসকলে এইবোৰ প্ৰশ্ন ভাল নেপায়, সেই দেখি অতি সংক্ষেপ উত্তৰ।

'বৰ ভাল হ'ল। মোৰ এখন আৰ্জি ল'ব লাগে। মোৰ মাইকী লৈ কিবা এটা কাজিয়া হৈছে।'

ওচৰতে পুলিচ থানা বঙলাৰ লগত লগা-লগি। মই বুজিলোঁ, মানুহটোৱে মোক দাৰোগা বুলি ভুল কৰিছে। এই কথা ভাবি বিৰক্তি আৰু অলপমান চৰিল। হাতেৰে দেখুৱাই কলোঁ—

'সৌৱা থানা। এয়া নহয়' এই বুলি আগত থকা পুৰণি কাকতখন মেলি ল'লোঁ।

খবৰৰ কাকত দেখি মানুহটোৱে আৰু সুবিধাহে পালে। সি সুধিলে, 'দেউতা লড়াইৰ খবৰ কি?' মই মামাতি থাকিলোঁ। সি বুজিব পাৰিলে,

যে মই তাক তাচ্ছিল্য কৰিছোঁ। সি, ঘপহ্ কৰে থিয় হৈ কৈ উঠিল, 'উঃ, অসমীয়া মানুহেই অসমীয়া মানুহক নেমাতে যদি আনে কি কৰিব! খাও দেই।' এই বুলি ঘপ ঘপ কৰি ওলাই গ'ল।

মোৰ মনত অলপ অনুতাপ উপজিল, বুজিলোঁ হাকিমী মেজাজটো ভালদৰে নেখাটিল। মানুহজনক মাতি আনিলোঁ, বহিবলৈ দি সুধিলোঁ—

'তোমাৰ নাম কি?'

'নদৰাম!'

নদৰাম, মাইকীৰ মামলা! এবছৰৰ আগৰ সকলো স্মৃতি জাগি উঠিল।

'তুমি ফ্ৰান্সলৈ যুঁজলৈ গৈছিলানেকি?'

'হয়। দেউতাই কেনেকৈ জানিলে?'

তাৰ প্ৰশ্নৰ প্ৰতি কাণ নকৰি ক'লোঁ,—

'কোৰাঁচোন কোৰাঁ, তোমাৰ মাইকীৰ বাবে কি কাজিয়া হৈছে!'

৩

নদৰামৰ কথাটো এই—

প্ৰায় ডুবছৰ পূৰ্বে সি যুদ্ধলৈ যায়। যোৱাৰ ছমাহমানৰ আগতে তাৰ গাঁৱৰে ছোৱালী এজনী সি বিয়া কৰাইছিল। ছোৱালীজনী ৰূপহী; বহু দিন আগৰপৰা তাঁহাত দুইৰ জনা-শুনা।

ফ্ৰান্সৰ কোনোবা ঠাইত যুদ্ধ কৰি থাকোঁতে সি হঠাৎ এদিন চিঠি পালে, তাৰ ঘৈণীয়েক তাঁহাতৰ সমনীয়া আৰু লগৰীয়া ভাটিৰামৰ ভালৈ গুচি গৈছে; বুঢ়া মাক-বাপেকৰ দুখৰ পাৰ-কূল নাই।

কমাণ্ডাণ্ট অফিচাৰক নদৰামে সকলো কথা ক'লে। অফিচাৰে তাৰ চিঠিখন লৈ জিলাৰ ডিপুটি কমিছনাৰলৈ পঠালে; কিন্তু আচল কথাটোৰ একো খা-খবৰ অনেক দিন নিমিলিল।

ইয়াৰ পিছত ফ্ৰান্সত থকা ভাৰতীয় সৈন্য ইজিপ্ট, মেছোপটেমিয়া প্ৰভৃতি ঠাই ঘূৰি ফুৰাৰ লগতে নদৰামেও অনেক দিন ঘূৰি ফুৰি মাহ-ডেৰমাহৰ আগতে ঘৰ পাইছেহি।

ঘৰ পায়েই তাৰ 'মামলা'টোৰ এটা মীমাংসা কৰিবলৈ 'চালিচ' চপাইছিল; কিন্তু ভাটিৰামে একো নামানে।

তাৰ ঘৈণীয়েক ভাটিৰামৰ তালৈ যোৱাত নদৰামৰ তিমান আপছোচ নাই; কিয়নো ভাটিৰামৰ অৱস্থা ভাল, মানুহজন দেখন-শুনত চকুত লগা; আৰু আগৰপৰা ভাটিৰামৰ লগতো ছোৱালীটিৰ প্ৰীতি আছিল। কিন্তু আপছোচৰ কথা এই যে সি ঘৰত নথকাত মাক-বাপেকক ইমানখিনি দুখ দি তাই এনেটো কাম কৰিব নেলাগিছিল। সি লড়াইত ঘাইল হোৱা হ'লে মাক-বাপেকৰ দুৰ্দশা কি হ'লহেঁতেন!

কোৱা বাহুল্য যে এই কথাৰ মীমাংসা মোৰপৰা হ'বৰ একো সম্ভাৱনা নেদেখি নদৰামক থানালৈ যাবলৈ ক'লোঁ।

প্ৰায় এঘণ্টাৰ পাছত নদৰাম থানাৰপৰা ঘূৰি আহিল। থানাত সি সম্বিধান পালে যে আঠ-দহদিনৰ ভিতৰতে বৰচাহাব সেইবোৰ ঠাইলৈ আহিব; তাৰ কথাটো বৰচাহাবক মুখে মুখে ক'লে, চাহাবে তেতিয়াই তাৰ এটা সুমীমাংসা কৰিব।

নদৰামৰ ভাব, সি লড়াইৰপৰা অহা মানুহ, ৰজাৰ কাৰণে যুদ্ধ কৰি ফুৰোঁতে যদি আনে তাৰ তিৰোতা লৈ যাব লাগিল, তেনেহলে ৰজাৰ গৌৰৱনো ৰক্ষা পৰিল কেনেকৈ?

৪

জিলাৰ বৰচাহাব কি এটা ষ্টেচনত নামি তাৰ ওচৰতে ইন্‌স্পেক্‌চন বঙলাতে আছেহি। নদৰামে তাৰ গোচৰ বৰচাহাবক জনালে। চাহাবে হুকুম কৰিলে যে তাঁহাতৰ নিজ গাঁৱত গৈ তেওঁ পাছদিনাই এই কথাৰ সু-মীমাংসা কৰিব।

গাঁৱত গাঁওবুঢ়া, মেম্বৰ প্ৰভৃতি অনেক লোক। বৰচাহাবে খোজ কাঢ়ি আহি সেইখিনি পালে। নদৰাম, ভাটিৰাম আৰু ছোৱালীটিক হাজিৰ কৰা হ'ল। চাহাবে গাঁওবুঢ়া আৰু নদৰামৰ বুঢ়া বাপেকৰপৰা কথাটো আঁতি-গুৰি মাৰি শুনিলে; শুনি হুকুম কৰিলে, 'ছোৱালীজনী এতিয়াই নদৰামৰ ঘৰলৈ যাব লাগে, আৰু ভাটিৰামক ধুবুৰীলৈ চালান দিব লাগে, তাত তাৰ বিচাৰ হৈ ফাটেক হ'ব। যদি খুচিমতে ছোৱালীয়ে নদৰামৰ ঘৰ নকৰে তেন্তে তাইকো ফাটেক দিয়া যাব।'

৫

গধূলি, প্ৰায় সাঁজ পৰি হৈছে। বঙলাৰ বহল বাৰান্দাত ইজি চেয়াৰ এখনত বহি ৰবচাহাব, ওচৰতে সৰু টিপয় এখনৰ ওপৰত সেউজীয়া আঁৰ দিয়া লেম আৰু ৰবচাহাবৰ হাতত খবৰ কাগজ।

মানুহ এজন মিলিটাৰী বুটৰ গেৰেপ-গেৰেপনি তুলি একেবাৰে চাহাবৰ সমুখত হাজিৰ—গতিবিধিত অলপো সঙ্কোচৰ ভাব নাই। চাহাবে কিছু বিৰক্ত হৈ সুধিলে,—'কোন?'

'হুজুৰ হাম্ নদৰাম হুঁ।'

'কিয়া মাঙতা?'

'হুজুৰে ভাটিৰামক মাফ কৰি এৰি দিব লাগে।'

'ক্যা?'

'হুজুৰে ভাটিৰামক এৰি দিব লাগে।'

'ভাটিৰামতো তোমাৰ দুষ্মন্ আছে?'

'হয়, হুজুৰ। পাছে, তাই ছোৱালীজনী কান্দি-কাতি বিয়াকুল হৈছে। কিজানি ভাটিৰামক নাপালে তাই আত্মঘাতী হয়। কৈছে, বোলে তাইহে ভাটিৰামক এইবোৰ কৰিলে, ভাটিৰামৰ কিবা হ'লে তাই নিশ্চয় জীয়াই নেথাকে।'

'সেই মাইকী তোমাক নেলাগে?'

'লাগিলে কি হ'ব হুজুৰ! মোৰ লগত তাইৰ ৰাজী-খুচি নাহিল যেতিয়া, তাইক ৰাখি কি লাভ হ'ব? ভাটিৰামৰ লগতে থাকক!'

'তোমাৰ মোকৰ্দমা ভাল নেলাগেতো কৰিছিলি কেলেই?'

'হুজুৰৰ হুকুমে ৰজাৰ মান ৰাখিছে, মোৰো মান বচাইছে। এতিয়া মই নিজে খুচি হৈ এৰি দিছোঁ।'

'তোমাৰ বুড্ঢা মাও-বাপ?'

'বুড্ঢা মাও-বাপেকক হুজুৰ বুজাই দিম, ৰাজী-খুচি নহ'লে ছোৱালীৰে ঘৰ কৰি কি লাভ হ'ব?'

ৰবচাহাব এক মুহূৰ্ত থমকি ৰ'ল! তাৰ পাছতে ক'লে, 'নদৰাম, তুমি সাচ্চা আদমি আছে। ভাটিৰামক আমি খালাচ দিব।'

# ৰসায়ন

নগেন্দ্ৰনাৰায়ণ চৌধুৰী

ডাক্তৰ ফুকনে বিদেশত শিক্ষা শেষ কৰি আহি দেশীয় গছ-লতা, শিপা-পাত, ফল-মূল আদি লৈ নানান পৰীক্ষা জুৰি দিলে। বিশেষকৈ দেশৰ যিবোৰ বেজ, ওজা আদিৰ দৰবৰ অদ্ভুত শক্তিৰ কথা শুনিবলৈ পোৱা গৈছিল, সেইবোৰ বান্দৰৰ গাত বেজীৰে সুমাই দি নাইবা খুৱাই সিবিলাকৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া বিশেষকৈ পৰ্যৱেক্ষণ কৰি বহীত টুকি থ'বলৈ ধৰিলে।

ঠিক এনে সময়ত কাকতে-পত্ৰে প্ৰকাশ হ'ল বৃদ্ধতম হিন্দু নেতা মহামান্য মদনমোহন মালব্যদেৱৰ কায়কল্প চিকিৎসাৰ কথা। অৱশ্যে মালব্যজীৰ চিকিৎসা সম্পূৰ্ণ সফলকাম হোৱা বুলি ক'ব নোৱাৰিলেও কায়কল্প চিকিৎসাৰ দ্বাৰা বৃদ্ধৰ তৰুণ অৱস্থা আনিব পৰাৰ ব্যৱস্থা যে আয়ুৰ্বেদীয় চিকিৎসা শাস্ত্ৰমতে প্ৰচলিত আছিল, তাত কোনো ভুল নাই। ৰসায়ন চিকিৎসাৰ উদ্দেশ্যই হ'ল বাৰ্ধক্য-নিৱাৰণ। ইয়াক লৈ বৰ্তমানে 'ৰিজুৱিনেশ্যন'ৰ ইমান বিজ্ঞাপন। যদিও বৈজ্ঞানিকবিলাকে ইবোৰক এটা ভুৱা বা বাজি বুলি প্ৰকাশ্যে মন্তব্য কৰিবলৈ ইতস্ততঃ নকৰে, তথাপি বান্দৰৰ গ্ৰেণ্ডৰ ৰস মানুহৰ গাত সুমুৱাই দি বুঢ়াক ডেকা কৰিবৰ চেষ্টাটো বিলাতত নহ'লেও য়ুৰোপ, আমেৰিকাত দস্তুৰমতে চলিছে। এই যৌৱন-চিকিৎসা মহাভাৰতৰ যুগতো আছিল তাৰ প্ৰমাণ যযাতি ৰজাৰ চিকিৎসা। তেওঁৰ পুত্ৰ পুৰুৱে পিতাকক নিজৰ যৌৱন দি নিজে অল্প বয়সতে জৰা গ্ৰহণ কৰিছিল। আকৌ কিছু কালৰ পিছত যযাতিয়ে পুৰুৰ যৌৱন ওভোতাই দিছিল।

এইবোৰ আলোচনা কৰি ডা° ফুকন পৰম উৎসাহিত হৈ শাস্ত্ৰমতে কায়কল্প চিকিৎসাৰ যি বিধি আছে ভাল কৰি তাৰ অনুসন্ধানত লাগি গ'ল। ডা° ফুকন কোনো বিষয়তে সংস্কাৰবদ্ধ নাছিল। কিতাপত লিখা কথাৰ সকলো বিধি কণাৰ নিচিনাকৈ অনুসৰণ নকৰি তাৰে ভিতৰপৰা নিজৰ বিবেচনামতে নানাবিধ তাৰতম্য কৰি ঔষধ-প্ৰস্তুতৰ ব্যৱস্থা কৰিলে।

বহু চেষ্টাৰ ফলত আকৌ বিয়া কৰাওঁলৈ প্ৰবল ইচ্ছা থকা বুঢ়া ৰবলা এগৰাকী সংগ্ৰহ কৰা হ'ল। ইচ্ছা প্ৰবল হ'লে ভগৱান সহায় হয়। বুঢ়াবো যেনেকৈ ভেকা কৰি দিয়া চিকিৎসক ওলাল, ঠিক তেনেকৈয়ে ডা° ফুকনবো অভিগিৰি নামৰ এগৰাকী সন্ন্যাসী মিলিল। তেওঁ আয়ুৰ্বেদ শাস্ত্ৰৰ ৰসায়নাধিকাৰত সিদ্ধহস্ত। তাৰ উপৰিও তেওঁৰ কিছুমান অব্যৰ্থ ঔষধ জনা আছে, সেইবোৰে মন্ত্ৰৰ নিচিনা কাম কৰে।

ডা° ফুকনে বুঢ়াক ক'লে—"মোক একো দিব নালাগে। আপোনাৰ মাটি-বাৰী, তামোল-পাণ আদি একোকে মোক নালাগে। আপোনাৰ যাকে ইচ্ছা তাকেই দান কৰক। কৃতকাৰ্য হ'ব পৰাটোৱেই মোৰ পুৰস্কাৰ হ'ব। আপুনি এতিয়া ঠিক হৈ বহকচোন। দৰব আনি দিয়া মাত্ৰকে পলম নকৰি গিলি থ'ব।"

বুঢ়াই প্ৰফুল্ল অন্তৰে সষ্টম হৈ বহিল। অভিগিৰি সন্ন্যাসীয়ে দৰব মাৰিবলৈ ধৰিলে। ডাক্তৰে আকৌ এবাৰ পুৰণি জৰাজীৰ্ণ পুথিখনি মেলি পঢ়ি পঢ়ি বস্তুবোৰৰ ওজন কৰিবলৈ ধৰিলে। এটা বস্তুৰ নিৰ্যাসৰ ওজন লিখা ঠাইখিনিতে অলপ পোকে খাইছে। গতিকে ৰতি, নে মহা, নে তোলা লিখা আছিল, তাক ধৰিব নোৱাৰিলে। সি যিয়ে নহক, সাধাৰণ বস্তু এটাৰ ৰসৰ অলপ ইতৰ-বিশেষতনো কি ক্ষতি-বৃদ্ধি হ'ব পাৰে? ডাক্তৰে মত দিলে, "ভয় নাই একো, দিয়ক দুই আউঞ্চমান।" অকল এয়ে নহয়, আৰু কিছুমান বস্তুৰ সলনি "মধ্বভাৱাৎ গুড়ং দদ্যাত"ৰ ব্যৱস্থা কৰা হৈছিল—ঠিক এই চিকিৎসাৰ ব্যৱস্থামতে নহ'লেও আয়ুৰ্বেদীয় দ্ৰব্যগুণ বিচাৰ-ব্যৱস্থা দেখি।

দৰৰ দুটা শিলৰ বাটিত আনি মিহলাই দিয়া মাত্ৰকে ধোঁৱা ওলাবলৈ ধৰিলে। মুখত দিয়েই বুঢ়াই মুখখন বিকটাই পেলালে। কোনোমতে তিনি ভাগমান দৰব খাই বাকীখিনি পেলাই দিলে। তৰল দৰব দৈ-গাখীৰু যেন হৈ জমা লাগি গৈছে। তাকে দেখি সন্ন্যাসী আৰু ডাক্তৰ দুয়ো 'সৰ্বনাশ' বুলি চিঞৰি উঠিল। এনে পৰিশ্ৰমৰে প্ৰস্তুত মূল্যবান দৰব এনেদৰে নষ্ট কৰিলে দেখি।

দৰব নিয়মমতে আৰু ঠিক পৰিমাণমতে খাব লাগিব, নহ'লে মালব্যজীৰ নিচিনা অকল কষ্টই সাৰ হ'ব। সেইবাৰ আকৌ দৰব তৈয়াৰ হ'ল। সেইবেলি যে কিমান দৰব খাইছিল, তাৰ কোনো চিন দিয়া নাছিল। অনুমানৰ ওপৰত

আধাবাটিমান খোৱা বুলি ধৰি আকৌ আধাবাটিমান খুৱাই দিয়া হ'ল। কিন্তু কিছুমান দৰব বতিয়াই পেলালে।

পথ্যৰ ব্যৱস্থা হ'ল অকল ফল-মূল আৰু গাখীৰ যিমান খাব পাৰে। দৰব খোৱাৰেপৰা বুঢ়াৰ বতিয়াওঁ বতিয়াওঁ লাগি আছিল আৰু দিনমানে 'ৱাক্ ৱাক্' কৰি উকিয়াই আছিল। বিশেষ একো খাব নোৱাৰিলে। পিছদিনাৰ দৰব খায়ো আকৌ বতিয়ালে। তাকে দেখি সন্ন্যাসীৰ লগত পৰামৰ্শ কৰি দৰবৰ ভাগ কিছু কম কৰি মকৰধ্বজৰ লগত খুৱাবলৈ ধৰিলে।

বুঢ়াই যে মনে মনে কানি খাইছিল সেই কথা ডাক্তৰ নাইবা সন্ন্যাসী কোনেও নাজানিছিল। জানোচা কানীয়া বুলি জানিলে তাক খেদাই দিয়ে, এই ভয়ত সি কথা গোপন কৰিছিল, কিন্তু কুঅভ্যাসটো হলে এৰিব পৰা নাছিল। সি নিয়মমতে আনে নজনাকৈ নিতৌ কানি খাইছিল। তাৰ উপৰি প্ৰথম কেইদিন নিয়মমতে চলিছিল যদিও লোভী বুঢ়াই ডাঃ ফুকনৰ চাকৰক মিঠা মাতেৰে আৰু পইছাৰ লোভ দেখুৱাই ইচ্ছামতে কু-পথ্য খাবলৈ ধৰিলে। টেঙা আৰু খাৰ খোৱা আছিল সমূলি নিষেধ। কিন্তু বুঢ়াই তলে তলে কাঁহুদী আৰু খাৰলিৰে ভাত খাবলৈ ধৰিলে।

প্ৰথম কেইদিনমান বুঢ়াৰ বিশেষ পৰিৱৰ্তন দেখা নগ'ল; অৱশেষে পোন্ধৰ দিনমান দৰব খুওৱাৰ পিছত বুঢ়াৰ শাৰীৰিক অৱস্থাৰ আশাতীত পৰিৱৰ্তন দেখি সন্ন্যাসী আৰু ডাক্তৰ দুয়ো মহা ৰং পালে। বুঢ়াই তাৰ নিজৰ চেহেৰাৰ পৰিৱৰ্তন দেখি সন্তুষ্ট হ'ল। তাৰ সকলো গাৰ নোম, চুলি আদি সৰি পৰিছিল, মুখৰ ভিতৰত এটা দাঁতো নাছিল—এতিয়া কেঁচুৱাৰ নিচিনা সৰু সৰু দাঁত গজি ওলাইছে। গাৰ ছালৰ লোলা অৱস্থা বহুত পৰিমাণে গুচি টান হৈ উঠিছে। কোমল মাংসপেশীবোৰ আকৌ টান হ'বলৈ ধৰিছে। আশা হৈছে, পুনৰ যৌৱন উভতি আহিল। যৌৱন গ'লে উভতি নাহে বুলি যি ফৰ্কৰা আছে সি উলটি যাবৰ লক্ষণ সুস্পষ্ট দেখা গৈছে।

সন্ন্যাসীয়ে উল্লসিত মনে ভাবিছে, এই চিকিৎসাৰ যোগেদি তেওঁৰ প্ৰতি সৰ্বসাধাৰণৰ ভক্তি বাঢ়ি যাব। ভক্ত আহি শিষ্যত্ব গ্ৰহণ কৰিব। আৰু ডাক্তৰেও তাওঁৰ এটা আৱিষ্কাৰৰ দোহাই দি নাম-যশ বঢ়োৱাৰ লগে লগে নোবেল বঁটা পাবৰ আশা কৰিবলৈ ধৰিলে, আৰু হেৰোৱা যৌৱন ওভোতাই

পোৱা বুঢ়াই অপূৰ্ণ বাসনা আৰু লালসাৰ পৰিতৃপ্তিৰ আশাত সোণালী আকাশ-কুসুম সৃষ্টি কৰিবলৈ ধৰিলে।

চিকিৎসা নিয়মমতে চলিবলৈ ধৰিলে। ডা° ফুকনে বুঢ়াক দেখি 'টোকা' লিখিছে আৰু প্ৰতিদিনৰ একোখন ফটো তুলি ৰাখিবলৈ ধৰিলে। চিকিৎসাৰ অন্তত এইবোৰ ফটো ডাক্তৰৰ ডায়েৰিৰ লগত ছপাই পুস্তিকাকাৰে উলিয়াব আৰু সেই 'বুকলেট' দেশ-বিদেশৰ মেডিকেল এছোছিয়েশ্যনবিলাকলৈ পঠোৱা হ'ব।

এতিয়া সন্ন্যাসীয়ে ইমান পৰিশ্ৰম নকৰে। এজন কম্পাউণ্ডাৰ আৰু এটা লগুৱাই দৰব তৈয়াৰ কৰে। সন্ন্যাসীয়ে আত্মপ্ৰসাদত মত্ত হৈ গঞ্জিকাদেৱীৰ সাধনাত বিভোৰ হ'ল। দেৱীৰ অনুগ্ৰহত তেওঁ দুই চকু ৰঙা কৰি ঘন ঘনকৈ "হৰ-হৰ-বোম্-বোম্" বুলি চিঞৰিবলৈ ধৰিলে।

দৰব পৰীক্ষাৰ কাম অতি গোপনে চলিছিল যদিও ওচৰ-চুবুৰীয়া সকলোৱে জানিব পাৰিলে—এই ৰসায়ন চিকিৎসা আৰু তাৰ ফলাফলৰ কথা। বহুতে এই আচৰিত চিকিৎসাৰ ৰোগী বা সৌভাগ্যবান পুৰুষক চাবৰ বাবে ডা° ফুকনক মিনতি কৰিবলৈ ধৰিলে; কিন্তু দেখুৱাৰপৰা বিশেষ ক্ষতিৰ কাৰণ থাকক বা নাথাকক, ডাক্তৰ আৰু অভিগিৰি সাধুৱে গহীন হৈ দেখুৱাবলৈ অক্ষম বুলি সকলোকে বিদায় দিবলৈ ধৰিলে।

চিকিৎসা শেষ হ'বলৈ এতিয়াও সাতদিনমান বাকী; ইয়াৰ ভিতৰতে বুঢ়াই ক্ৰমাৎ ডেকাকাল পাই অলপ শিশুকাল পাবৰো উপক্ৰম হৈছে যেন দেখা গ'ল। ডাক্তৰে তেতিয়া সন্ন্যাসীক দেখুৱাই ক'লে, "মোৰ মনেৰে চিকিৎসা বন্ধ কৰা উচিত; কাৰণ আমাক যৌৱন লাগে। ইয়াতকৈ আগ বঢ়াই বালক কৰিবৰ সকামনো কি?"

অভিগিৰি বাবাজীয়ে বুঢ়াক ভালকৈ পৰীক্ষা কৰি চাই উত্তৰ দিলে, "এৰা, ডেকাতকৈও আগ বাঢ়ি ল'ৰাকালৰপৰা জীৱন আৰম্ভ কৰিলে বেয়া নহয়, অৱশ্যে পিছে আমি বৰ্তমানে সেইটো বিচৰা নাই। বাল্যকালৰ কথা মানুহে অলপ-অচৰপ ভাবিলেও সকলোৱে ডেকাহে হ'ব খোজে। এনে কি ল'ৰাইও সোনকালে ডেকা হ'বৰ বাবে খুৰাই খুৰাই ডাঢ়ি উলিয়ায়। সি যিয়ে নহ'ক, এই দৰবৰযে ইমান আচৰিত গুণ আৰু

চিকিৎসাৰ এনে ফল ধৰিব এই কথা আশা কৰিব পৰা নাছিলোঁ। এটা নতুন আৱিষ্কাৰ হৈ গ'ল। ভালেই হ'ল।"

ডাক্তৰেও এই কথাত মহা ৰং পালে; কাৰণ বুঢ়া ডেকা নহৈ একেবেলি ল'ৰাত পৰিণত হ'বৰ উপক্ৰম। বাহাদুৰী চিকিৎসা! চাবাচ্ সন্ন্যাসী অভিগিৰি! সাৰ্থক পৰিশ্ৰম! তেওঁ ক'লে, "তেনেহলে চিকিৎসা বন্ধ কৰি দিয়াটোহে ভাল। কি কয় আপুনি?"

দুয়ো পৰামৰ্শ কৰি দৰব খুওৱা বন্ধ কৰিলে অৱশ্যে; কিন্তু বুঢ়াক তেতিয়াই এৰি নিদি কেইদিনমান তাতে থাকিবলৈ ক'লে। কাৰণ এই আচৰিত চিকিৎসা সম্বন্ধে সৰ্বসাধাৰণৰ আগত প্ৰচাৰ কৰিবৰ বাবে এখন ৰাজহুৱা সভা পাতি ল'ৰাকাল পোৱা বুঢ়াক এখন ওখ মঞ্চৰ ওপৰত থিয় কৰাই বক্তৃতা দিয়াব লাগিব। কোৱা বাহুল্য, বুঢা বিনা ওজৰে তাত মান্তি হ'ল।

সভাৰ অনুষ্ঠান পাতোঁতে পাতোঁতে ছয়-সাত দিন গ'ল। ইফালে কিন্তু বুঢ়াৰ শাৰীৰিক অৱস্থা ক্ৰমে ক্ৰমে তলৰ পিনে বহুখিনি আগ বাঢ়ি যোৱা দেখা গ'ল।

যি মুহূৰ্তৰপৰা মানুহ বা কোনো প্ৰাণীৰ জন্ম হয় সেই মুহূৰ্তৰপৰা বয়স বৃদ্ধিৰ লগে লগে কায়াৰো বৃদ্ধি হ'বলৈ ধৰে। বুঢ়াৰ চিকিৎসা যি দিনৰপৰা ক্ষান্ত ৰখা হৈছে সেই দিনৰপৰা বৃদ্ধিৰ ফালে যোৱাটোৱেই হ'ব জীৱৰ শাৰীৰিক প্ৰাকৃতিক ধৰ্ম। কিন্তু এই ক্ষেত্ৰত দৰৱ খুওৱা বাদ দিয়াৰ পিছতে বুঢ়াৰ অৱয়ৱ পাছ ফাললৈ উজায় দেখি ডাক্তৰ ফুকনৰ দৃষ্টি সেইফালে আকৃষ্ট হ'ল। তেওঁ সন্ন্যাসীক এই কথা ক'লে আৰু ক্ৰমাৎ ইয়াতকৈও সৰু হৈ গ'লে আৰু ভাল নহয় বুলি বুজাই দিলে। কাৰণ বুঢ়াৰ অকল শৰীৰৰ আকৃতিয়েইযে ল'ৰাৰ নিচিনা হৈ যাব ধৰিছে তেনে নহয়, তেওঁৰ ভাব-গতি, চলন-ফুৰণ, কথা-বতৰা, বুদ্ধি-বিবেচনা আদি সকলো ল'ৰাৰ নিচিনা হৈ যাবলৈ ধৰিছে। তাৰ বিশেষ প্ৰমাণো পোৱা গৈছে। ডেকা কালৰ নিচিনা গাৰ গঠন হোৱাৰ লগে লগে যেন গাঁৱত থকা গাভৰু তিৰোতাৰ কথা, চিকাৰ কৰা, মাছ-মৰা, খেতি-বাতি, কাম-বন আদিৰ কথা পাতিবলৈ ভাল পাইছিল। এতিয়া সেইবোৰ কথা এৰি দি খেল-ধেমালি, খোৱা-বোৱা আদিৰ কথাহে পাতিবলৈ ভাল পায়। যদি শৰীৰ আৰু মনৰ শক্তি আদি

বৃদ্ধি হ'লহেঁতেন ডেকা বা ল'ৰাৰ নিচিনা, তেনেহ'লে আছিল সৰ্বাতকৈ ভাল। সি যি নহ'ক, বয়সযে উজাই দিব পৰা গৈছে, এইটোৱেই এটি বিশেষ কৃতিত্বৰ কথা বুলি ক'ব পাৰি। পিছে এই ক্ৰমাৎ সৰু হৈ যোৱাটো বন্ধ হ'ব কেতিয়ালৈ? কেতিয়াৰপৰা আকৌ স্বাভাৱিক গতি কৰিব অৰ্থাৎ বয়স বাঢ়িবলৈ ধৰিব—এই বিষয়ত অলপ উদ্বেগৰ সূচনা হ'ল ডাক্তৰৰ।

ডাক্তৰ ফুকনৰ বিশেষ সন্দেহ হৈছে কম্পাউণ্ডাৰে দৰব মিহলাবৰ সময়ত কিবা গোলমাল কৰি পেলাইছে, নহ'লে এনে ঘটনা ঘটিবৰ কোনো কাৰণ নাছিল। অভিগিৰি সন্ন্যাসীয়ে শপত খাই কৈছে যে তেওঁ নিজে আৰু তেওঁৰ আন দুইগৰাকী গুৰুভায়ে (একেজন গুৰুৰ শিষ্য) বাৰুকৈয়ে ৰসায়ন চিকিৎসাৰ সহায়ত বয়স উজাই ডেকা হৈছিল। সাধুৰ অনুসন্ধানৰ ফলত জানিবলৈ পোৱা গ'ল লগুৱাটোৱে ঘটনাক্ৰমে এটা দৰবৰ চিচা ভাঙিছিল; সেই কাৰণে সি গালি-শপনি খাবৰ ভয়ত আন এটা চিচা আনি কোনোবা এচিচাৰ দৰব ভাতে ঢালি থৈ দিছিল। গতিকে এবিধ দৰব কম হৈছে আৰু আন এবিধ দৰবৰ মাত্ৰা বেছি হৈ গৈছিল। তাৰ উপৰিও পোকে খোৱা দৰবটোৰ ওজন অনুমানৰ ওপৰত ধৰা হৈছিল। সকলোৰে ওপৰত মকৰধ্বজ মিহলাইযে কি কুকাণ্ড কৰা হৈছিল তাক কোনে ক'ব? কেইবিধমান বস্তুৰ সংযোগত যদি এবিধ গুণ ধৰিব পাৰে, সেইবোৰৰ সাল-সলনিতযে ৰাসায়নিক ক্ৰিয়াৰ বহুত ব্যতিক্ৰমো হ'ব পাৰে, তাক এই বিজ্ঞানৰ যুগত কাকো নক'লেও চলিব পাৰে। কিন্তু ডা° ফুকনৰ বিশেষ সন্দেহ থাকি গ'ল। পোকে খোৱা দৰবৰ অকল ওজনৰে গোলমাল নহয়, 'চূণ' বুলি যিটো আখৰক ধৰা হৈছিল জানোচা সেইটো 'লোণ' আছিল? শব্দটোৰ আধামান পোকে খোৱাত আৰু সন্ন্যাসীৰ মনত নপৰাত এই কাণ্ড হৈ গ'ল। এতিয়া অকল ভাবি থাকিলেই নচলে। দিনক দিনে বুঢ়াৰ বয়স যেন কমিহে যাব ধৰিলে, ডাঙৰ ল'ৰাৰপৰা ক্ৰমাৎ সৰু ল'ৰা হৈ যাব ধৰিলে। ইয়াৰ কোনো প্ৰতিকাৰ অভিগিৰি সন্ন্যাসীৰ জনা নাছিল। আয়ুৰ্বেদ শাস্ত্ৰতো নাই, পাশ্চাত্য চিকিৎসা বিজ্ঞানততো নায়েই। ডাক্তৰ ফুকনৰ মনত মহা দুশ্চিন্তা উপস্থিত হ'ল। কেইদিনমানৰ পিছতে এই ক্ৰমাৎ সৰু হৈ যোৱাৰ গতি বন্ধ হৈ যাব বুলি সাধু বাবাই যি আশা বা অনুমান কৰিছিল তাৰ লক্ষণ আজিলৈকে একো দেখা নগ'ল, অৱশ্যে

এদিন এই জীৱনৰ অদ্ভুত গতি বন্ধ হৈ আকৌ স্বাভাৱিক গতি ল'ব। কিন্তু কিমান দিনৰ পিছত? কিমান দিনলৈকে সৰু হৈ গৈ এই দেহৰ অৱশেষ কিবা থাকিব? ডাক্তৰৰ মনৰ উদ্বেগ বাঢ়ি গ'ল।

ডাক্তৰৰ চেষ্টাৰ ত্ৰুটি নাই। সৰু ল'ৰা-ছোৱালীক বেছিকৈ খুৱালে অধিকাংশ স্থলতে স্থূলকায় হৈ উঠে, আন সাধাৰণ ল'ৰা-ছোৱালীতকৈ বেগাই বাঢ়ি যায়। অকালতে যৌৱন কাল পাই ল'ৰা-ছোৱালীৰ বাপেক বা মাক হৈ অলপ দিনতে বাৰ্ধক্যই দেখা দিয়ে নাইবা ইহ সংসাৰৰপৰা আঁতৰি যায়। এই ক্ষেত্ৰটো বিশেষ বিশেষ পুষ্টিকৰ বস্তু অধিক পৰিমাণে খুৱালে ফল নিদিবনে? ডাক্তৰে ভিটামিনৰ তালিকা চাই ভাল ভাল বস্তু বুঢ়াক খুৱাবলৈ ধৰিলে। 'ডায়েটিক ট্ৰিটমেণ্ট' অৰ্থাৎ খোৱা বস্তুৰে চিকিৎসা কৰাটোৱেই সকলো ফালৰপৰাই ভাল। এই কামৰ সাহায্যৰ বাবে আয়ুৰ্বেদীয় 'ৰাজবল্লভ' নামৰ কিতাপ এখন কিনি ল'লে।

পুষ্টিকৰ খাদ্যৰ গুণাগুণ বুজিবলৈ অলপ পলম লাগে। অকল বস্তু খুৱালেই নহয়, খাওঁতা মানুহজনৰ হজম কৰিবৰ শক্তিৰ ফালেও চকু দিয়াটো বিশেষ দৰকাৰ। অৱশ্যে ডা° ফুকনে একেলগে বহুত পৰিমাণে খাবলৈ দিয়া নাছিল। জানোচা বুঢ়াৰ (ল'ৰা) পেটৰ অসুখ কৰে। এটা সুমথিৰা টেঙাৰ ৰস দিয়াৰ আধা ঘণ্টা পিছত এটা বিলাহী বেঙেনাৰ ৰস; তাৰ আধাঘণ্টামান পিছত কাবুলী বেদানা এটাৰ ৰস, তাৰ পিছত আঙুৰ, পালেং শাকৰ ৰস ইত্যাদি কৰি যিমানবোৰ ফল-মূল শাক-পাচলি আছিল সেইবোৰৰ ভিটামিন যাতে অকণো নষ্ট নহয় সেই ব্যৱস্থা ঠিক ৰাখি বুঢ়াক খুৱাবলৈ ধৰিলে। আনফালে আধা-সিজা কুকুৰা-কণী, মাখন-পাউৰুটি আৰু আধাসেৰকৈ গাখীৰ পুৱাৰ জলপান; দুপৰীয়া চপ-আলু-মটৰ, মঙহ-মাছ-ভাত আদি। টিফিনৰ সময়ত নাৰিকল আদি আৰু কিছ্মিছ্, পেষ্টা, বাদাম, এৰাৰুট, কাবুলী মেৱা আৰু চাৰি পিয়লা গাখীৰ; আবেলি কবিৰাজী শাস্ত্ৰ চাই মাহৰ দালিৰ পৰমান্ন আদিৰ ব্যৱস্থা হ'ল। সাল-সলনি কৰি ৰাতিৰ খোৱা সহজপাচ্য অথচ পুষ্টিকৰ বস্তু যেনে আটাৰ ৰুটি, ভাত, বাৰ্লি, ছাগু, পাউৰুটি, কবি, শাক-পাচলি আদি সিজোৱা। এইবোৰৰ বাহিৰেও সাধাৰণে নাম নজনা বহু পুষ্টিকৰ বস্তুৰ ব্যৱস্থা হ'ল। যেনে খা-আলম্ মিছিৰি, তোকমা হায়াৎ, ৰ মিট জুছ, বভ্ৰিল, কড্লিভাৰ অয়েল ইত্যাদি। এইবোৰক দৰবৰ ভিতৰত

ধৰিব পাৰিলেও পুষ্টিকৰ খাদ্যৰ হিছাপত বুঢ়াক খুৱাবৰ ব্যৱস্থা হ'ল। জানোচা হজম কৰোঁতে দিগদাৰি হয় বা পলম হয় এই কাৰণে ভাত, ৰুটি আদিক 'পেপটোনাইজড্' কৰি দিয়া হ'বলৈ ধৰিলে। নিশা শুবৰ আগেয়ে 'হজমি গুলি' খুৱাবৰো দিহা হ'ল। কাৰণ ক'ব নোৱাৰি জানোচা বদহজম হয়।

বুঢ়াই আজিকালি ডেকাৰপৰা কৈশোৰত ভৰি দিছে। খাদ্য বস্তু প্ৰথম কেইদিন ভালেই হজম কৰিলে। শৰীৰ পুষ্ট হওঁতে পলম লাগিব অৱশ্যে। পিছে ডাক্তৰে তাৰ ফলাফল চাবৰ কাৰণে বাট চাই থাকিব নোৱাৰে। কাৰণ বুঢ়াৰ বয়স উজাই যোৱাৰ গতি দিনক দিনে বৰ দ্ৰুত হৈছে যেন দেখা গৈছে। এতেকে তাক নিতৌ উত্তেজক 'ব্ৰাণ্ডি' সেৱন কৰাবলৈ ধৰিলে। সি যিয়ে নকৰক, অতি ভোজনৰ কু-ফল ফলিল। এদিনাখন ৰাতি বুঢ়াৰ পেট চলি অতিসাৰ হ'ল। এনে কি, হাত-ভৰি কোঁচ খাবলৈ ধৰিছিল। কপালত চাউল আছিল বাবে কোনোমতেহে ৰক্ষা পালে। ডাঃ ফুকনে দেখি আকৌ আচৰিত হ'ল যে বুঢ়া একে ৰাতিতে দহ বছৰমানৰ সৰু হৈ পৰিছে। ভীষণ পৰিৱৰ্তন! ভয়ানক ঊৰ্ধ্বগতি! লগতে গ্ৰহণী বেমাৰে দেখা দিলে।

নিতৌ বুঢ়াৰ গাৰ জোখ লৈ বুজিব পৰা গ'ল, সাত দিনত এক ইঞ্চি হিছাপে কমি আহিছিল, এতিয়া ডেৰ ইঞ্চি হিছাপে সৰু বা চুটি হৈ যাবলৈ ধৰিলে। এনে অৱস্থাত উপায় কি? একো একোবাৰ ডাক্তৰে ভাবে বুঢ়াৰ সকলো চিকিৎসা এৰি দি কিছুমান দিনলৈকে তাৰ বয়স কমি কি অৱস্থা হয় চোৱা যাক। কিন্তু এইভাৱে যদি সি নিচেই কেঁচুৱা হৈ যায়, তেনেহ'লে তাক তুলি-তালি ডাঙৰ কৰিব কোনে? অৱশ্যে আপোন পিয়াহ খুৱাই আনৰ ল'ৰাক প্ৰতিপাল কৰা "ৱেট-নাৰ্চ" নে কি কলিকতাৰ ফালে পোৱা যায়। তাইঁতক দৰমহা লয় ৩০-৩৫ টকা আৰু খোৱা-পিন্ধা দিব লাগে। কিন্তু দুৰ্দিনত টকা আহে ক'ৰপৰা? বৰ্তমানে আঙুৰ, বেদানা আদিতেযে বহুত-খিনি টকা গৈছে, চিকিৎসা কৰি ফুৰিলে অৱশ্যে কিছু ৰোজগাৰ হ'ব পাৰে। পিছে এটা মানুহৰ দুফালে চিন্তা হ'লে দুই নাৱত দুই ভৰিৰ নিচিনা তাৰ এটা কামো সিদ্ধ নহ'ব। নাইবা সিও নহয় কৰা গ'ল; কিন্তু এই বুঢ়াইযে কেঁচুৱা ল'ৰাতকৈও সৰু হৈ নাযাব তাৰ বিশ্বাস কি? বৰং যি দেখা গৈছে তেনেকুৱা আশঙ্কাহে বেছি।

ডাক্তৰৰ মনত হ'ল বান্দৰ বা চিম্পাঞ্জীৰ গ্ৰন্থি বা গ্ৰন্থিবিশেষৰ ৰসেৰে

বেজী দিলে যেতিয়া বাওনা মানুহো বাঢ়ি যায় তেতিয়া সেই বান্দৰৰ গ্লেণ্ডৰ ৰসৰ বেজী বুঢ়াৰ গাত দি চালে সুফল ফলিবও পাৰে।

চিম্পাঞ্জী বান্দৰৰ গাৰ বৰণটো ক'লা নহ'লেও হাতেৰে গছৰ ঠালে-ঠেঙুলিয়ে ফুৰা আদিলৈ চাই এইবোৰক আমাৰ দেশৰ হলো বান্দৰৰ লগত ৰিজাব পাৰি। এই কাৰণে ডাঃ ফুকনে হলো বান্দৰ কিনি আনি তাৰ গ্লেণ্ডৰপৰা ৰস উলিয়াই বুঢ়াৰ গাত বেজী দিবলৈ ধৰিলে। পিছে ফল হ'লে একো নহ'ল। ইফালে আকৌ ভয়, জানোচা বাঢ়িব ধৰিলে অস্বাভাৱিকভাৱে দীঘল হৈ যায়। কিন্তু বৰ্তমানে বুঢ়াৰ ক্ষয় বন্ধ হোৱাৰ কোনো লক্ষণ দেখা নগ'ল।

বুঢ়াই যেতিয়া তাৰ গাঁও এৰি আহে, তেতিয়া সি তাৰ প্ৰকৃত কাৰণ কাৰো আগত প্ৰকাশ কৰা নাছিল। কাৰণ, বুঢ়াই আকৌ ডেকা হ'ব খোজে কি কাৰণে? এই প্ৰশ্নটো স্বভাৱতে মানুহৰ মনলৈ আহিব। এই বয়সতেযে মনৰ লালসাপূৰ্ণ প্ৰকৃতি থাকিব পাৰে সেই কথা প্ৰকাশ হোৱা বাবে এনে বয়সত প্ৰায়ভাগ মানুহৰে লাজ নাথাকে, বুঢ়াৰো নাছিল। তাৰ ভয় হৈছিল, যদি চিকিৎসাত কোনো ফল নধৰে, অৰ্থাৎ আকৌ ডেকা হ'ব নোৱাৰে, তেনেহ'লে সি ডেকা হৈ বিয়া কৰাবলৈ ইচ্ছা কৰা কথা জানিব পাৰি তাৰ সম্পত্তিৰ আশাধাৰী ভতিজাক আদিয়ে জীয়াই থাকোঁতে তাক ত্যাগ কৰি সম্পত্তিখিনি লুটি-পুটি খাব। সেই নিমিত্তে চিকিৎসাৰ বাবে আহিবৰ সময়ত ভতিজাহঁতক ফাঁকি দি আহিছিল, "বোপাইহঁত, মোৰ মূৰ-ঘূৰণিৰ চিকিৎসা কৰাও হ'ব আৰু আই কামাখ্যাৰ দৰ্শনো হ'ব। ডেৰ মাহৰ কাৰণে নগৰলৈ যাওঁ। ঘৰ-বাৰী চাবি, মই ঢুকালে এইবোৰ তহঁতৰ হ'ব। মোৰনো আৰু কোন আছে?" মনে মনে ভাবিলে, "ডেকা হ'ব পাৰিলে বিয়া কৰালে বংশ-ৰক্ষা হ'বও পাৰে।"

কোৱা বাহুল্য, বুঢ়াৰ সম্পত্তিখিনিৰ লোভত আজিকালি ভতিজাক কেইজনে বুঢ়াক অলপ ভক্তি দেখুৱাইছে। বুঢ়াই ভাবে, এইবোৰ ভক্তি নহয়, মৰিশালিলৈ গৈ পুৰি আহি সম্পত্তি খাবৰ ইচ্ছা। পিছে সিহঁতৰ সহায়ৰ বাহিৰে তাৰ আন উপায় নাছিল।

সি যিয়েই নহওক, ভতিজাক এজনে সুধিলে, "আপুনি অকলে যাব খুজিছে এই বয়সত? ক'ত থাকিব, কাৰ ওচৰলৈ যাব?"

বুঢ়াই অকলে ফুৰিবৰ শক্তি আছে বুলি কৈ ডাক্তৰ ফুকনৰ তাতে থাকিব বুলি বিদায় হ'ল। তেৰমাহৰ উপৰিও আৰু ২০।২৫ দিন পাৰ হৈ যোৱাতো বুঢ়া উভতি নোযোৱা দেখি ভতিজাকহঁতে নানান সন্দেহ কৰিবলৈ ধৰিলে। যি বুঢ়া ঘৰ এৰি ক'লৈকো নাযায়, গ'লেও ততাতৈয়া কৰি উভতি আহে, সেইজন মানুহে ঘৰ এৰি ইমান দিন বাহিৰত আছে। তেওঁৰ এবাৰ খবৰ লোৱা উচিত ভাবি ডাক্তৰ ফুকনৰ ঠিকনাত বুঢ়াৰ নামে ডাকত এখন চিঠি দিলে। বুঢ়াই লিখা-পঢ়া নাজানিছিল, গতিকে ফুকনে তাৰ হৈ উত্তৰ দিলে—বুঢ়া ভালে আছে, চিন্তা কৰিবৰ কাৰণ নাই।

এদিন হঠাতে ভতিজাক এজনৰ নগৰলৈ যাবৰ আৱশ্যক হ'ল। অৱশ্যে খবৰোযে বৰ বিশেষ কিবা আছিল তেনে নহয়, আইৰো বাৰ্তা গঙ্গাৰো যাত্ৰা। বুঢ়াৰ খবৰটোও লোৱা হ'ব আৰু পাৰিলে তাক অকলশৰে লগ পাই পাৰে যদি মাটি-বাৰীখিনি নিজৰ নামত লিখি লৈ আনক ফাঁকি দিব পাৰে, সেইটোৱেই আছিল তাৰ আন্তৰিক ইচ্ছা।

গতিকে নগৰলৈ আহি ডা° ফুকনৰ ঘৰলৈ গৈ বুঢ়াৰ খবৰ ল'লে। কিন্তু ডাক্তৰে তাক এজন ল'ৰাক 'বুঢ়া' বুলি দেখুৱালে আৰু চিকিৎসাৰ ফলত এনে সৰু হৈছে বুলি ক'লে। সেই কথা তাৰ বিশ্বাস নহ'ল। বৰং কিবা মতলব কৰি চিকিৎসা কৰিবলৈ আনি মাৰি পেলাইছে বুলি সন্দেহ কৰিলে। আস্পতালবোৰত বেমাৰ হোৱা মানুহৰ ওপৰত বিষ প্ৰয়োগ কৰি নানাবিধৰ পৰীক্ষা কৰা হয়, এই ফুকন ডাক্তৰে নিশ্চয় তেনে কিবা কৰি পেলালে; বিশেষকৈ বিলাত-ফেৰত ডাক্তৰ যেতিয়া। বাৰু, ডাক্তৰে জানিবা নাই মৰা, বুঢ়া জীয়াই আছে। সি যি অৱস্থাতে নাথাকক, ডাক্তৰে ল'ৰা এটাক বুঢ়া বুলি তাক ফাঁকি দিবলৈ বিচাৰে কিয়? ই নিশ্চয় বুঢ়াৰ সম্পত্তিৰ ওপৰৰ ডাক্তৰৰ লোভৰ বাহিৰে আন একো নহয়।

বুঢ়াৰ ভতিজাকজনে এগৰাকী উকিলৰ লগত পৰামৰ্শ কৰি থানালৈ গৈ এখন এজাহাৰ দিলে, বুঢ়া ডাক্তৰৰ ঘৰৰপৰা অদৃশ্য হৈছে আৰু তাৰ সলনি এটা ল'ৰা দেখুৱাই কৈছে সেইটোৱেই বুঢ়া বুলি। কৰ্মনিষ্ঠ থানাৰ প্ৰধান কৰ্মচাৰীয়ে পলম নকৰি ডা° ফুকনৰ ঘৰত আহি উপস্থিত হ'ল দুটা কাৰণে। প্ৰথম কাৰণ হ'ল ৰসায়ন চিকিৎসাৰ কথা শুনা গৈছিল, সেই কথা সঁচা নে মিছা চাবলৈ আৰু দ্বিতীয়টো হ'ল কৰ্তব্য। অৰ্থাৎ মানুহক

ঠগোৱা বুলি ফৌজদাৰী বা কিবা এটা ধাৰাত পেলাই ডা° ফুকনক বুজাই দিব পৰা যায় নে নাই কৰ্মচাৰীজনৰ ক্ষমতা কিমান।

ইন্‌স্পেক্টৰে আহি ডা° ফুকনৰ ঘৰৰ দুৱাৰমুখতে দেখিবলৈ পালে, অভিগিৰি বাবাজীয়ে বাঘৰ ছালৰ আসনত বহি ভাং হুপিছে আৰু কেইজনমান বিহাৰী, উত্তৰ প্ৰদেশ আদিৰ মানুহে সন্ন্যাসীৰ ভাং প্ৰসাদ পাবৰ আশাত তেওঁৰ মুখৰপৰা এৰি দিয়া ঘূৰণীয়া ৰাশিকৃত ধোঁৱাৰ ফালে আগ্ৰহেৰে চাই আছে।

ইন্‌স্পেক্টৰক দেখা মাত্ৰকে সন্ন্যাসীৰ বাহিৰে সকলোৱে ঠিয় হৈ চেলাম দিলে। ডা° ফুকন ক'ত আছে বুলি সোধাত লগুৱা এটাই ইন্‌স্পেক্টৰক ঘৰৰ ভিতৰলৈ লৈ গৈ বহিবলৈ দি ডাক্তৰক খবৰ দিলে। তেওঁ তেতিয়া আছিল লেবৰেটৰিত। পুলিচ আহিছে বুলি শুনি ততালিকে ওলাই আহি মাত লগালে। তেওঁৰ বিৰুদ্ধে মানুহক অদৃশ্য কৰা আৰু ঠগোৱাৰ এজাহাৰ পৰিছে বুলি শুনি ইন্‌স্পেক্টৰক লেবৰেটৰিলৈ লৈ গৈ যি ঠাইত ল'ৰাটোক (বুঢ়া) বহুৱাই থৈ কিবাকিবি কৰিব ধৰিছিল, সেই ঠাইলৈ নি সংক্ষেপে চিকিৎসাৰ কথা বৰ্ণনা কৰিলে। ইন্‌স্পেক্টৰে দেখিলে খোটালিটো মানুহৰ কঙ্কাল আৰু বান্দৰ আদিৰ হাড়েৰে ভৰা। লগতে নানাবিধৰ ঔষধ তৈয়াৰ কৰা যন্ত্ৰ আৰু নানা দৰব, চুৰি, কেচি, কটাৰী আদিৰে ভৰপূৰ। ল'ৰাটোৰ চকু বান্ধি 'আলট্ৰাভায়োলেট-ৰে' নামৰ এটি বিজুলী চাকিৰ পোহৰ গাত লগাবলৈ ধৰিছে। ইন্‌স্পেক্টৰে আন কোনো কথা-বতৰা নকৈ ডা° ফুকনক, যথাসময়ত গৈ থানাত দেখা কৰিবলৈ উপদেশ দিলে।

ইন্‌স্পেক্টৰেযে ডাক্তৰৰ কথাআষাৰ সম্পূৰ্ণ বিশ্বাস কৰিব পাৰিছিল, তেনে নহয়। থানালৈ আনি ল'ৰাটোক ভালকৈ কথা সুধিবলৈ ধৰিলে। কিন্তু তাৰ মুখতো ডাক্তৰৰ কথাৰে প্ৰতিধ্বনি শুনি খং কৰি ইন্‌স্পেক্টৰে এজন কনিষ্টবলৰ হতুৱাই তাৰ গালত কেইটামান চৰ শোধাই দিলে। সি কান্দিবলৈ ধৰিলে। সন্ন্যাসীৰ বিৰুদ্ধে কাৰো ক'ব লগীয়া একো নাছিল যদিও তাক থানাতালাচ কৰি ৰসায়ন চিকিৎসাৰ পুৰণি পুথিখন ডাক্তৰৰ তাত বেচি যি এশ টকা ৰূপ পাইছিল সেইখিনি টকা কাঢ়ি ল'লে আৰু পুলিচৰ ক্ষমতা অনুসৰি তাক চৌৱিছ ঘণ্টা আটক কৰি থ'লে।

এইখিনি সময়তে বুঢ়াই তাৰ ভতিজাজনক দেখি ল'ৰাৰ নিচিনাকৈ,

কান্দি তাক জামিন হৈ খালাচ কৰিবলৈ ক'ব ধৰিলে। ভতিজাকে কিন্তু 'ঠগ' বুলি তাক গালি-শপনি পাৰি কৰ্মচাৰীগৰাকীক ক'লে, 'চাওকচোন দেউতা, ই কেনে চয়তান। আপোনালোকৰ আগতে কেনেখন ভাও জুৰিছে।"

ইন্স্পেক্টৰে ল'ৰাৰূপী বুঢ়াক ভবিয়াই মনে মনে থাকিবলৈ ক'লে। এনেতে ডাক্তৰ ফুকন আহি পালে।

তেওঁ আহি বুঢ়াৰ অৱস্থা চাই আচৰিত হ'ল। এইখিনি সময়ৰ ভিতৰতে ল'ৰাটোৰ গা ভালৰ ফালে ঢাল খাইছে, অৰ্থাৎ তেওঁ যেনে বাঞ্ছা কৰিছিল তেনে হৈছে। তেওঁ মহা ৰং মনেৰে বুঢ়াৰ ফালে চাই চিন্তা কৰিবলৈ ধৰিলে, "এই উন্নতিৰ কাৰণনো কি? দৰবৰ ফল ধৰিলে নে নতুন বিপৰীত চিকিৎসাৰ মাহাত্ম্য, নাইবা পুলিচৰ ভয়ত যেনেকৈ বহুতৰ পৰমায়ু কমি যায়, ঠিক তেনেকৈ বয়স আগ বাঢ়িছে?"

বিশেষ প্ৰমাণ নাপাই ডাক্তৰ ফুকন, সন্ন্যাসী আৰু ল'ৰাটোক থানাৰ-পৰা এৰি দিয়া হৈছে। অনাহকত বুঢ়াই অপমান পালে থানাত আৰু সন্ন্যাসীৰ টকাবিলাক তেওঁৰ হাতলৈ উভতি নাহিল। তেওঁৰ 'ত্যাগ' শিক্ষাত সহায়তা কৰিলে। অদৃষ্টত যি আছিল সেয়ে হ'ল। এতিয়া বুঢ়াৰ বৰ ইচ্ছা হ'ল, ঘৰলৈ উলটি যায়। আৰু কিমান দিননো ঘৰ-বাৰী এৰি থাকিব? ডাক্তৰ ফুকনেও দেখিলে, এতিয়া বুঢ়া ভালৰ ফালে আহিবলৈ ধৰিছে যেতিয়া স্বাভাৱিক গতি ধৰিছে, তেতিয়া আৰু কোনো ভয় নাই। সেই বাবে তেওঁ বুঢ়াক বিদায় দিলে। ইয়াৰ পিছত যেতিয়া সভা পাতি বক্তৃতা দিয়াৰ ব্যৱস্থা হ'ব তেতিয়া মাতিলে যেন আহে, এইখিনি প্ৰতিজ্ঞা কৰাই ল'লে। সন্ন্যাসীও একে ঠাইতে বহি আৰু কিমান দিন থাকিব? সিও তাৰপৰা বিদায় হ'ল।

বুঢ়া তাৰ গাঁৱলৈ গ'ল। ভতিজাক উভতিল। এনে অসম্ভৱ কথা ভতিজাকৰ বিশ্বাস হোৱা নাছিল—এই অলপ-বয়সীয়া ল'ৰাটোৱে সিহঁতৰ বুঢ়া বুলি। পুলিচে ডাক্তৰৰপৰা ভেটি খাই মোকৰ্দমা নল'লে বুলি তাৰ একান্তই বিশ্বাস হ'ল।

বুঢ়াই গৈ তাৰ নিজৰ ঘৰত সোমাবলৈ খোজা মাত্ৰকে ভতিজাক-বিলাকে আহি 'চোৰ, চোৰ' বুলি ল'ৰা-ৰূপী বুঢ়াক ধৰি গালে-মুখে ভালকৈ টঙনিয়াই তাৰ হাত-ভৰি বান্ধিলে। গাঁৱৰ মানুহ আহি কোনোবাই কাণ

মলিলে, কোনোবাই লঠিয়ালে। অৱশেষত পুলিচত দিম বুলি ভয় দেখুৱাই তাক তাৰপৰা খেদি দিলে। নিৰুপায় হৈ বুঢ়াই কান্দি কান্দি নগৰলৈ আহি আকৌ ডাক্তৰ ফুকনৰ ঘৰতে আশ্ৰয় ল'লে।

এইবোৰ অত্যাচাৰ। তাৰ উপৰিও দীঘলীয়া বাট যোৱা আৰু অহাৰ পৰিশ্ৰম। পেটত ভাত-পানী পৰা নাই। ডাক্তৰৰ ঘৰ পাই বুঢ়া অৱসন্ন হৈ পৰিল। অলপ জা-জলপান খাই এটা দীঘলীয়া টোপনি মাৰিলে। যেতিয়া সাৰ পালে তেতিয়া ডাক্তৰে ভাল কৰি চাই বুজি পালে বুঢ়াই থানালৈ গৈ যিখিনি বয়স বৃদ্ধি কৰিছিল সেইখিনিতো গৈছেই, এনে কি, তাতকৈ বহুত সৰু হৈ গৈছে—আজি দুটা দিনতে। বুঢ়াই ফুকনৰ ভৰিত ধৰি হুৰাওৰাৰে কান্দিবলৈ ধৰিলে, "দেউতা, এতিয়া মোৰ কি দশা হ'ব? মোৰ নিজৰ ঘৰতে ঠাই নাইকিয়া হ'ল। যি কেইটা ভতিজাই মোৰ সম্পত্তি পাবৰ লোভত সদায় মোৰ প্ৰতি খাতিৰ-যতন কৰি আহিছিল, সেই কেইজন ভতিজাই মোক অপমান কৰিলে, মাৰিলে, খেদি দিলে। মান গ'ল, ইজ্জত গ'ল। গোটেই গা, গাল, মুখ মাৰ খাই খাই বিষালে, বেমাৰী কৰালে। কাণ দুখন ছিগি যাওঁ ছিগি যাওঁ হৈছে। অৱশেষত মোৰ নিজা মাটি-বাৰীখিনিও মই জীয়াই থাকোঁতেই গ'ল। মোক আৰু নালাগে ডেকা কাল, মই যেনে আছিলোঁ তেনে কৰি দিয়ক।"

ডাক্তৰ ফুকনে তাক অভয় দি ক'লে, "বাৰু, ভয় নকৰিবাঁচোন। মান-অপমান নিজৰ মনৰ কথা। সম্পত্তি গ'ল আকৌ আহিব হ'ব, বয়স থাকিলে কাম কৰিবৰ শক্তি থাকিলে। কি আছিলা কেনে হৈছা ভাবি চোৱাঁ।" এনেকৈ যদিও ক'লে, বিবেকে ডাক্তৰক বৰ আঘাত কৰিলে, "কি কৰোঁতে কি কাম হ'ল!"

বুঢ়াই ঘৰত বহি থাকিব নোখোজে—ল'ৰাৰ নিচিনাকৈ লৰা-ঢপৰা কৰি নাচি-বাগি ফুৰিব খোজে। কিন্তু তেনেকুৱা কোনো স্ফূৰ্তি আৰু পৰিশ্ৰম একেলগে থকা কাম কৰিলেই বুঢ়াৰ বয়স উজানৰ পিনে ক্ষয় হ'বলৈ ধৰে। গতিকে খেল-ধেমালি আদি বন্ধ কৰি দিয়া হৈছে। তাৰপৰা বুঢ়াই দেৱানী ফাটেকত থকাৰ নিচিনা কষ্ট পাবলৈ ধৰিলে। বয়সৰ মাহাত্ম্য পূৰ্ণ মাত্ৰাত প্ৰকাশ পাইছে। বুঢ়াই অকলে থাকিলেই চিঞৰি চিঞৰি "আই ঔ, মোৰ বোপাই ঔ" বুলি কান্দিবলৈ ধৰে। কেতিয়াও দুখত চিঞৰি গীত গাবলৈ

ধৰে। আজৰি পালেই ঘৰৰ ভিতৰতে অকলে অকলে উমলিবলৈ ধৰে। মানুহৰ গালৈ দলিয়ায়, ধূলি ছটিয়ায়।

ডা° ফুকনে পলম নকৰি এইবাৰ নগৰৰে পেঞ্চন পোৱা ছিভিল ছাৰ্জন-গৰাকীক মাতি পৰামৰ্শ কৰিবলৈ ধৰিলে। লগতে আস্পতালৰ বৰ্তমান ছিভিলছাৰ্জনগৰাকীৰো পৰামৰ্শ ল'লে। তেওঁলোকৰ আগত তিনিটা প্ৰশ্ন উপস্থিত হৈছে—যেতিয়া বুঢ়াৰ গাত হলৌ বান্দৰৰ 'গ্লেণ্ড'ৰ ৰসৰ বেজী দিয়া হৈছিল, তাৰ পিছতে বয়স বৃদ্ধিৰ ফালে গৈছিল। অৱশ্যে অলপ পিছত আলট্ৰাভায়োলেট ৰে দিয়া হৈছিল ; আৰু তাৰ পিছতে ইন্‌স্পেক্টৰে থানালৈ ধৰি লৈ গৈছিল। (১) ইয়াৰ যি কোনো এটাতে বয়স বাঢ়ি গৈছিল, নে (২) সকলোবোৰ মিলি এই গুণ দিছিল। (৩) বাঢ়ি যোৱা বয়স আকৌ কমিবলৈ ধৰিলে কিয় ?

শৰীৰৰ ভিতৰত অক্সিজেনেই হওক বা ভিটামিন-প্ৰোটিন আদি আন বস্তুৱেই হক, খাদ্য আদিৰ নাম কৰি যিবোৰ 'লেটেণ্ট ফোৰ্ছ' মানুহে গ্ৰহণ কৰিছে তাৰ ক্ৰিয়া নোহোৱাকৈ নাথাকে। কাম-বন, দেখা-শুনা, মাত-বোল আদিত যিখিনি শক্তিৰ অপচয় ঘটিছে সেইখিনিৰ বাজে বাকীখিনি সঞ্চিত শক্তিয়ে শৰীৰৰ বৃদ্ধিৰ কাম কৰিব। সকলোখিনি শক্তি ক্ষয় হোৱা অসম্ভৱ ; গতিকে শৰীৰ বৃদ্ধি সমূলি বন্ধ কৰিব নোৱাৰি। আকৌ সকলোখিনি শক্তি সঞ্চয় কৰি ৰাখি অকল শাৰীৰিক বৃদ্ধিৰ কাৰণে খটাব নোৱাৰি। নিতান্ত বহি থাকিলেও দেখা-শুনা, ভাত-পানী খোৱা, সেইবোৰ হজম কৰা, হাওঁফাওঁৰ ক্ৰিয়া আদিৰ কাৰণে কিছু নহয় কিছু শক্তি খৰচ হ'বই। তাৰ উপৰিও শক্তিৰ ব্যৱহাৰৰ বা অপচয়ৰ ফলত দেহৰ ভিতৰুৱা যিবোৰ কাম হৈছে তাতো শৰীৰৰ অলপ নহয় অলপ কিবা বিকৃতি বা পৰিবৰ্তন হবলৈ ধৰিছে। এইবোৰ বিবেচনা কৰি এই বালকৰূপী বৃদ্ধৰ চিকিৎসা কৰিব লাগিব।

ভাল ভাল বস্তু খাবলৈ দি এই চিকিৎসাযে নচলিব তাৰ প্ৰমাণ পোৱা গৈছে ; বৰং তাৰপৰা হিতে বিপৰীতহে ফল দিয়ে। ডা° ফুকনে বান্দৰৰ গ্লেণ্ডৰ ৰসৰ ইন্‌জেকশ্যন আৰু লগতে আলট্ৰাভায়োলেট ৰে দিয়াৰে বেছি পক্ষপাতী। আস্পতালৰ ছিভিল ছাৰ্জনৰ মত হ'ল, তাৰ লগতে অক্সিজেন গেছ সৰহ পৰিমাণে নাকত দিব লাগিব। পেঞ্চন পোৱা ছিভিল ছাৰ্জনে অকল "বেয়া নহয়, দি চাব পাৰে" বুলি মত দি গুচি গ'ল।

এইবাৰ হলৌ বান্দৰ পোৱা নগ'ল। এটা ভাঙৰ হনুমান পোৱা গ'ল। যি আছে অদৃষ্টত সেয়ে হ'ব বুলি সেইটোৰে সকলোবিধ গ্লেণ্ডৰ ৰস উলিয়াই বুঢ়াৰ গাত সুমুৱাই দি চকুত নীলা বিত-চকু এযোৰ পিন্ধাই দি আলট্ৰাভায়োলেট ৰে লেম্পৰ তলত বহুৱা হ'ল। বুঢ়াৰ মূৰটো ভাল কৰি বান্ধি দি নাকৰ ওচৰত অক্সিজেন গেছ দিবৰ ব্যৱস্থা কৰা হ'ল।

এইভাৱে কেইদিনমান চিকিৎসা চলিল। বুঢ়া সৰু হৈ যোৱাৰ গতি অলপ পৰিমাণে কমিল। সম্পূৰ্ণ নকমিলেও এইখিনিকে অলপ উপকাৰ যেন ভাবি আস্পতালৰ ছিভিল ছাৰ্জন অলপ আশান্বিত হ'ল। ডা° ফুকনে কিন্তু এনে ভাবৰ কম-বেছি, উজান-ভাটী বহুতবাৰ দেখিছে। গতিকে বিশেষ উৎসাহিত নহ'ল। সি যিয়েই নহওক, এটা কিবা চেষ্টা কৰিবই লাগিব।

পেঞ্চন পোৱা ছিভিল ছাৰ্জনে ডা° ফুকনৰ ডায়েৰীখন ঘৰলৈ লৈ গৈ বিশেষ মন দি পঢ়িবলৈ ধৰিলে। লগতে বুঢ়াৰ ফটোবিলাকো ভাল কৰি পৰীক্ষা কৰি চাবলৈ ধৰিলে। এটা কথা তেওঁৰ মনত পৰিল।

তেওঁ পিছদিনা পুৱা ডা° ফুকনৰ ঘৰলৈ আহি ক'বলৈ ধৰিলে—"আহক, এই ল'ৰাটোক কেঁচাইখাতী গোসানীৰ থানলৈ গৈ বলি দিয়া যক।"

কথাৰ লগে লগে তেওঁ ল'ৰাটোৰ হাত এখনত ধৰি নিজৰ মটৰত তুলি লৈ নগৰৰপৰা সাত মাইল দূৰত থকা কেঁচাইখাতী থানৰ পিনে আগ বাঢ়িল। ডা° ফুকনক পাছে পাছে আহিবলৈ ক'লে।

ডাক্তৰ ফুকনে এই কথাৰ একো সূত্ৰ নাপাই, কাপোৰ-কানি পিন্ধি ওলাল। এনেতে তেওঁৰ লগুৱাটোৱে তেওঁক এখন চিঠি দিলে। চিঠিখন তেওঁ ততালিকে খুলি নামটো পঢ়ি চালে—পেঞ্চন পোৱা ছিভিল ছাৰ্জনে লিখিছে।

"প্ৰাণদণ্ডৰ আদেশ পোৱা কোনোবা য়ুৰোপীয় ৰজাৰ একে নিশাতে ডাঢ়ি-চুলি পকি যোৱাৰ কথা ইতিহাস-প্ৰসিদ্ধ। এই ল'ৰা-ৰূপী বুঢ়াৰো প্ৰাণ বধ কৰা হ'ব বুলি ভয় দেখুৱাব পাৰিলে জানোচা ফল দিয়েই, তাকেই পৰীক্ষা কৰি চাবৰ বাবে এই ব্যৱস্থা কৰা হ'ল। আপুনি যেন দস্তৰমতে তেনে অভিনয় কৰে।"

ডা° ফুকনে সকলো কথা বুজি পালে। এখন টেক্সি মাতি নিৰ্দিষ্ট ঠাইলৈ ৰাওনা হ'ল। ছিভিল ছাৰ্জনৰ গাড়ীখন বাটত থিয় হৈ আছে। ডা° ফুকনৰ

কাৰণে এজন মানুহ সেই ঠাইতে বাট চাই আছিল। তাতে নামি মানুহজনৰ লগত এমাইল বাট খোজ কাঢ়ি হাবিৰ মাজত সোমাল। তেওঁ দেখিবলৈ পালে—তুয়োজন ছিভিল ছাৰ্জন তাত উপস্থিত। ল'ৰাৰূপী বুঢ়াক এখন ৰঙা পাটৰ চুৰিয়া পিন্ধোৱা হৈছে। ডিঙিত এধাৰি জবা ফুলৰ মালা আৰু কপালত শোভা পাইছে এটি সৰু চন্দনৰ ফোঁট। এজন দৈত্যৰ নিচিনা মানুহে তাৰ হাত এখনত ধৰি আছে। মুখৰ আগত এটা শিল সেন্দুৰ দি ৰঙা কৰি থৈ দিয়া আছে। তাৰ আগতে পূজাৰ উপকৰণ আৰু বলি দিবৰ বাবে দা আদি।

ডাক্তৰ ফুকন তাত উপস্থিত হোৱা মাত্ৰকে বুঢ়াই তেওঁক দেখি "মোক ৰক্ষা কৰক" বুলি চিঞৰিবলৈ ধৰিলে। পেঞ্চন পোৱা ছিভিল ছাৰ্জনে ক'লে, "আপুনি বাধা নিদিব। বলিৰ বাবে ল'ৰা পোৱা টান। সকলোৰে হয় মাক-বাপেক নাইবা আন কোনো মিতিৰ-কুটুম আছে, ঘৰ-বাৰী আছে। কিন্তু ইয়াৰ কোনো নাই। বুঢ়া ক্ষয় পাই ল'ৰা হৈছে। ইয়াৰ কোনেও খবৰ নল'ব। গতিকে বলিৰ উপযুক্ত এনে ল'ৰা এই ইংৰাজৰ ৰাজ্যত হঠাতে পোৱা টান। আই কেঁচাইখাঁতীয়ে বহুত দিন, বহুত বছৰ বলি খোৱা নাই।"

ডা° ফুকনে মুখখন শুকাই যোৱাৰ দৰে দেখুৱালে। ওঁঠ চেলেকি চেলেকি তেওঁ সুধিলে, "কেতিয়া বলি দিব?" "আজি মাজ নিশা"।

ডাক্তৰ ফুকনে বুঢ়াৰ ফালে চালে। বুঢ়াই সকৰুণ দৃষ্টিৰে ডা° ফুকনলৈ চাই—"দেউতা" বুলি চিঞৰি উঠিল। বুঢ়াৰ গাল-মুখ চকুলোৰে তিতি গৈছে।

পেঞ্চন পোৱা ছিভিল ছাৰ্জনৰ হুকুমমতে পূজা আৰম্ভ হ'ল। ইঙ্গিত পাই ডা° ফুকন আৰু আস্পতালৰ ছিভিল ছাৰ্জন তুয়ো অলপ আঁতৰলৈ গ'ল। গোসানীৰ ওচৰতে বুঢ়াৰ হাত-ভৰি বান্ধি পেলাই থৈ দিয়া হ'ল। পূজা শেষ হওঁতে বেলি তুপৰ হৈ গ'ল। এজন মানুহক পহৰা থৈ সকলো সেই ঠাইৰপৰা গুচি গ'ল। তেতিয়া বুঢ়াই মানুহজনক কাকুতি কৰি ক'বলৈ ধৰিলে, "তুমি মোৰ জন্মদাতা পিতা। মোক দয়া কৰি এৰি দিয়াঁ। মই চিৰজীৱন তোমাৰ গোলাম হৈ কটাম।"

পহৰা দি থকাজনে উত্তৰ দিলে, "অ' বাপা, মই তোক এৰি দিওঁ আৰু তোৰ সলনি মোক বলি দিয়ক সিহঁতে! ভাল কথা কৈছ তই। কিয়নো ভয় কৰিছ—প্ৰাণ এদিন নহয় এদিন যাবই যেতিয়া আই কেঁচাইখাঁতীৰ ওচৰত বলি হ'লে তোৰহে ভাল, স্বৰ্গলৈ যাবি।"

কথা শুনি বুঢ়াই মনে মনে ইষ্ট দেৱতাক সুঁৱৰিবলৈ ধৰিলে। পৰিত্ৰাণ একোতে নাই জানি আসন্ন মৃত্যুৰ ভয়ত ম্ৰিয়মাণ হ'ল। ক্ৰমে দিন গৈ ৰাতি ওচৰ চাপি আহিব ধৰিলে আৰু বুঢ়াৰ ভয়ৰ মাত্ৰাও বাঢ়ি যাবলৈ ধৰিলে। একো একোবাৰ সি ভয়তে মূৰ্ছাও যাবলৈ ধৰিলে।

চৰকাৰী ডাক্তৰ দুপৰীয়াই গুচি গৈছে। বুঢ়াৰ অৱস্থাৰ ফালে চাই আছে ডা° ফুকন আৰু পেঞ্চন পোৱা ছিভিল ছাৰ্জনে। গধূলি পৰত আকৌ কেইজন-মান মানুহ আহি পূজাৰ আয়োজন কৰিবলৈ ধৰিলে। সেই ভীমকায় দৈত্যৰ নিচিনা মানুহজনে বলিকটা দাখনত ধাৰ দিবলৈ ধৰিলে; চাৰিওফালে মহলা জলাই দিয়া হ'ল। এইভাৱে নানান কাম কৰোঁতে সময় যেতিয়া মাজ নিশা হ'ল, তেতিয়া বলিৰ সকলো বন্দৱস্ত হ'বলৈ ধৰিলে। পোন প্ৰথমে এটা পঁঠা ছাগল বলি দিয়া হ'ল। তাকে দেখি বুঢ়াই ধুমুহাত কঁপাদি কঁপিবলৈ ধৰিলে। পিছত পূজাৰি বামুণে বুঢ়াৰ গাত পানী ছটিয়াই তাক মন্ত্ৰপূত কৰি বলিশালত তাৰ মূৰ সুমুৱাই দিলে। ওচৰতে বলিকটীয়া দা লৈ থিয় হ'ল। সকলোৱে কেঁচাইখাঁতীৰ নামত জয়ধ্বনি দিলে।······

দুয়ো ডাক্তৰ আহি বলিশালৰপৰা বুঢ়াক উলিয়াই টৰ্চৰ পোহৰত পৰীক্ষা কৰি চাবলৈ ধৰিলে। বুঢ়াৰ বহু পৰিৱৰ্তন হৈছে সঁচা; পিছে সেই পৰিৱৰ্তন আচৰিত ৰকমৰ। বয়স বাঢ়ি আকৌ বুঢ়া হৈছে অৱশ্যে; কিন্তু নিচেই সৰু হৈ এটা হনুমান বান্দৰৰ সমান হৈছে। গাত নোমো গজিবলৈ ধৰিছে। চাওঁতে চাওঁতে এডাল নেজো ওলাল। কেই মুহূৰ্তমানৰ ভিতৰতে অবিকল এটা বুঢ়া হনুমান বান্দৰৰে আকৃতি হৈ পৰিল। লগতে তাৰ জ্ঞানো ঘূৰি আহিল। সি এবাৰ চাৰিওফালে চাই ল'লে, তাৰ পিছত থিয় হৈ "হুপ্ হুপ্" কৰি চিঞৰি লৰ মাৰি মুখৰ আগৰ এজোপা গছত লহ-পহকৈ উঠি ইডালৰপৰা সিডাল কৰি শেষত আন্ধাৰত অদৃশ্য হৈ পৰিল।

# মতা মানুহ

## নকুলচন্দ্ৰ ভূঞা

পাৰ কৰা ৰঘুনাথ
সংসাৰ-সাগৰে।

বেলি দুপৰীয়া। মাৰল-ঘৰৰ মাজৰ খোঁটালিত বাঁহৰ চাংখনৰ ওপৰত শুই থকা, গ্ৰহণী বেমাৰত আজি এমাহ পৰি থকা তিনিকুৰি-বছৰীয়া বায়নে আধাফুটা মাতেৰে ওপৰৰ ঘোষাটো লাহে লাহে গাইছে। এনেতে পুতেক মনবৰ পিতাক বায়নৰ ওচৰত থিয় হৈছেহি।

পুতেক মনবৰলৈ চাই বায়নে ক'লে—"বোপাই অ' মনবৰ, মোৰ গাটো আজি কিবা ৰকম পাইছোঁ। ক'ব পৰা নাই, গুৰুজনে মোক আজিয়েই নিয়ে নে কি?"

কথাষাৰ কৈ বায়ন অলপ ৰ'ল। আকৌ লাহে লাহে গীত এটা ধৰিলে,—
"পাৰে পৰি হৰি কৰোঁহো কাতৰি।"

পুতেক মনবৰে পিতাকৰ ভৰি-পথানত বহি ভৰিকেইটা পিটিকি আছে। বায়নে আকৌ সেহাই সেহাই পুতেকলৈ চাই ক'লে,—"বোপাই অ' মনবৰ! এটা কথা। তোৰ মাৰক মই বিহুতলীৰপৰা ধৰি আনিছিলোঁ। নামঘৰতে ৰাইজে সোধ সুধিছিল। সোধত ৰাইজে মোক দণ্ড কৰিলে—ৰাইজক জলপান এটি খুৱাবলৈ আৰু মাৰৰ পিতাকক গাখীৰ-গুৰ-চাউলৰ ভাৰ এখনেৰে ৰূপ কুৰি টকা দিবলৈ। মোৰ পিতাই আৰু দদাইহঁত সেই কথাত মান্তি হ'ল। ৰাইজে হৰিধ্বনি দিলে। মই ৰাইজৰ আগত আঁঠু লৈ সেৱা কৰিলোঁ।"

এই কথা কেইআষাৰ কৈ বায়নে চকু মুদি অলপ সময় ৰ'ল। তেতিয়া মনবৰে মাত লগাই সুধিলে, "পিতাই, কি ক'ব খুজিছ, ক। নমতা হ'লি দেখোন?"

বায়নে সেপ ঢুকি আকৌ লাহে লাহে ক'বলৈ ধৰিলে, "বুইছ মনবৰ,

বিহুতলীত মাৰতকৈ কোনেও ভালকৈ নাচিব নোৱাৰিছিল। মাৰে জীয়াৰী-কালত নাচোঁতে পখিলা উৰাদি উৰিছিল। মাৰৰ নাচোনত আমি বিহু-চোৱা ডেকাবিলাকৰ অঁৰিয়াঅঁৰি লাগিছিল—কোনে মাৰক বিয়া কৰিব। আমি চাৰিটা পাঁচোটা ডেকাই বিহু-নামেৰে গীতৰ সুৰত সুধিছিলোঁ—মাৰেনো আমাৰ কোনটোৰ ফালে মন কৰিছে বুলি। এইদৰে কেইবা-দিনো নাম দিয়া-দিইৰ পিছত বহাগৰ দহ কি বাৰ দিন যোৱাত সেইদিনা আবেলি মাৰে নামৰ উত্তৰত নাচৰ ছেৱে ছেৱে এই নামটো গালে—,

আইকো তেজিম বোপাইকো তেজিম
তেজিম সমনীয়া ভাই,
তোমাক ঐ ধনবৰ তেজিব নোৱাৰোঁ
মৰিম বৰবিহ খাই॥

মাৰে গোৱা নামটো শুনিয়েই লগৰ বাকীকেইটা ডেকাই বিহুতলী এৰি অলপ দূৰৈত পথাৰৰ আলিতে বহি তামোল খাবলৈ ল'লেগৈ।"

বায়নে আকৌ পুতেকৰ চকুলৈ চাই অলপ সময় ৰ'ল। এনেতে বোৱাৰীয়েকে বায়নক ঔষধ এপালি খুৱালেহি। ঔষধ খোৱাৰ পিছত বায়নে আকৌ লাহে লাহে ক'বলৈ ধৰিলে, "শুন বোপাই, গধূলি হ'বৰ হ'ল। বিহু ভাগিল। মাৰে গাভৰুইতৰ লগত ঘৰলৈ খোজ ল'লে। মই আলিত বহি থকা ডেকাইঁতৰ লগলৈ আহিলোঁ। যাওঁতে মাৰে মোলৈ কেৰাহিকৈ চাই গ'ল। মাৰৰ ঘৰৰ পদূলিয়েই আমাৰ ঘৰলৈ অহা বাট। মাজ পথাৰতে আমি ডেকাইঁতে নিজৰ নিজৰ ঘৰলৈ বাট ললোঁ। মই ঘৰলৈ আহোঁতে মাৰে পদূলিৰ মূৰৰ বকুলজোপাৰ তলতে বৈ আছিল। মই মাৰক দেখি মাত লগাই ক'লোঁ, 'যাবিনে আহ।' কোনো উত্তৰ নিদি মাৰ মোৰ পাছে পাছে আহিবলৈ ধৰিলে। সাদিনৰ পিছত নামঘৰত ৰাইজ বহিল। ৰাইজে মাৰক মোক গতাই দিলে। আগতে ৰাইজ বহাৰ কথা কলোঁ নহয়?" এই বুলি বায়ন আকৌ মনে মনে ৰ'ল।

পুতেক মনবৰে বুজিব পৰা নাই বাপেক বায়নেনো এইবোৰ পুৰণি কথা ডেকা পুতেকক কিয় কৈছে। মনবৰে এইদৰে বাপেকৰ কথাবোৰ শুনিছে। এনেতে বায়নে আকৌ সেহাই সেহাই মাত লগালে, "বুইছ মনবৰ, মই ৰাইজৰ সোধৰপৰা ঘৰলৈ আহোঁতেই সৌ আমাৰ বাঁহনিডৰাৰ মূৰতে ধনীৰামে

লৰি আহি মোক বৰ চৰ এটা মাৰি ক'লে, "বিহুতীক (ধাৰক) মই নিম বুলি বহুত দিনৰপৰা আশা কৰি আছিলোঁ। ধনবৰ! এই বিহুতীক তই চিলাই থাপ মৰাদি লৈ গ'লি। তাৰেই হোৰ তুলিলোঁ, বেয়া নাপাবি। আজিৰপৰা বিহুতীলৈ আশা এৰিলোঁ" বুলি ততালিকে বাঁহনিলৈ লৰ মাৰি পলাল। মই টলকিবই নোৱাৰিলোঁ।" বায়নৰ চকু দুটাৰপৰা দুধাৰে চকুপানী বৈ গ'ল।

মনবৰে বহাৰপৰা থিয় হৈ ততালিকে পিতাক বায়নক সুধিলে, "পিতাই, তই দেখোন কাহানিও মোক কোৱা নাছিলি ধনী দদায়ে তোক মাৰিছিল বুলি? তহঁত দুয়ো দেখোন বৰ মিল, একেলগে হাবিলৈও যাৱ, মাছলৈও যাৱ?"

ধনবৰ বায়নে হুমুনিয়াহ এটা পেলাই ক'লে, "হয় মনবৰ, আমাৰ মিল। মিলেৰে আছিলোঁ—তাহানিৰ চৰটোৰ ময়ো এপাট চৰেৰে ধনীৰামক উধাৰণী দিম বুলি। পিছে, ধনীৰাম বৰ টেঙৰ। সি নিজৰ গা চাই মোৰ লগত এনেকৈ ফুৰে যে মই সমুলি চল নেপালোঁ।" এই বুলি বায়নে হাতখন মেলিলে। পুতেক মনবৰ ওচৰ চাপি গ'ল। পুতেকৰ গাত হাত দি বায়নে মনবৰক ক'বলৈ ধৰিলে,—"ধনীৰামৰ চৰটোৰ কথা মই নেপাহৰোঁ। মৰিলেও কথাটো মোৰ লগতে যাব। মই মৰিমেই। মই আৰু ধনীৰামক চৰটো ঘূৰাই মাৰিবলৈ জীয়াই নেথাকোঁ। শুন, তই যদি মোৰ পো হৱ, এই চৰটো মোৰ হৈ ধনীৰামৰ গালত যদি মাৰিব পাৰ, তেতিয়াহে সিপুৰীত মোৰ আত্মাই শান্তি পাব।"

পিতাক বায়নৰ কথাৰ মূৰতেই মনবৰে ততালিকে উত্তৰ দিলে—"পিতাই তোৰ গাত ধৰি কৈছোঁ, ধনীৰাম দদাইক আজিয়েই বা কাইলৈ চৰ এপাট দিমেই। তোৰ পুতেৰ হৈ এই সৰু কথাটো নেৰাখিমনে?"

বায়নে পুতেকৰ মূৰত হাত দি ক'লে, "মনবৰ, তই মোৰ পো হৱ। তোৰ ভাল হ'ব, মই আশীৰ্বাদ দিছোঁ।" বুলি বায়নে আকৌ ঘোষাত ধৰিলে,—"পাৰ কৰা ৰঘুনাথ সংসাৰ-সাগৰে।"

২

যোৰহাটৰ এইখন বাঁহনিগাঁৱতে তাহানিৰ মণিৰাম দেৱানক ফাঁচী দিয়াৰ এসেৰ মুগা সূতাৰ জৰী বাটি দেৱান আৰু পিয়লী বৰুৱাৰ ভিতিত

ফাটী-বৰণী লগোৰা জনমভৰ ফাটেকিয়াল বীৰাইৰ ঘৰ আছিল। এইখন বাঁহনিগাঁৱত ভাল স্বভাৱৰ মানুহো আছিল, বেয়া স্বভাৱৰ মানুহো আছিল। অসহযোগ আন্দোলনত এইখন বাঁহনিগাঁৱৰ মানুহে কপাহৰ সূতা কাটি তাৰে চুৰিয়া-কাপোৰ বৈ কংগ্ৰেছৰ ভলণ্টিয়াৰবিলাকক মনে মনে দিছিল। এওঁবিলাকৰ কেইজনমান ডেকাই ভলণ্টিয়াৰৰ লগত ফাটেকো খাটিছিল। আকৌ এইখন গাঁৱতে গধূলি বাটকৰা মানুহক আলিবাটত বাট ভেটি বস্ত্ৰ-বাহানি কাঢ়ি লৈ, শাও-শপনি খোৱা অঘাইতং ডেকাও আছিল।

এইখন গাঁৱতে বায়ন ধনবৰৰ ঘৰ। গাঁওখনতে ধনবৰৰ ঘৰ চহকী মানুহ। ধনবৰৰ দুটা ধানৰ ভঁৰাল, এগোহালি গৰু, খুঁটিত দুজনী ম'হ। পাণে-তামোলে, টেঙায়-টোকোচায় বাৰীখন ভৰপূৰ। গাঁওখনত বায়নক সকলোৱে মান কৰে। ধনীৰামৰ ঘৰো এইখন গাঁৱতে, কিন্তু চহকী নহয়, দিনে দিনে দুখীয়াহে হৈ গৈছিল। ধনবৰে বিহুতীক নিয়াৰ পিছ বছৰত ধনীৰামে আন এজনী ছোৱালী বিহুতলীৰপৰা আনিলে। ধনীৰামে অনা ছোৱালীজনীৰ মাক-বাপেক নাছিল, সৰুতে মৰিল। ছোৱালীজনীৰ ককায়েক-বোৱেকহে আছিল। ককায়েকটো অঘাইতং আছিল। ৰাইজে বুজালেও, ককায়েকে কথা নুশুনি পুলিচলৈ যাবলৈ ওলাল। পুলিচৰ ভয়ত ধনীৰামে মাৰোৱাৰীৰ ঘৰত মাটি বন্ধক দি, নগদ সাত কুৰি ভৰিহে সি অনা ছোৱালীজনীৰ ককায়েকৰ মুখ মাৰিব পাৰিছিল। সূতে-মূলে মাৰোৱাৰীৰ ঘৰত বহুত ধাৰ লগাত ধনীৰাম গাঁওখনতে দুখীয়া হৈ পৰিল।

ল'ৰাকালৰ লগৰীয়া ধনবৰৰ বুদ্ধিতেই ধনীৰামে দুবছৰ কুঁহিয়াৰ খেতি কৰি, গুৰ বেচি আৰু এডৰা বন্ধাকবিৰ খেতি কৰি সেইবোৰ ওচৰৰ চাহ-বাগিচাৰ হাটবিলাকত বেচি ভালেমান ধন গোটালে। ধনীৰাম মাৰোৱাৰীৰ ঘৰৰ ধাৰৰপৰা মুক্ত হ'ল।

তেতিয়াৰপৰা ধনবৰ বায়ন আৰু ধনীৰামৰ ইমান মিল হ'ল যে দুয়ো দুয়োকে এৰি ক'লৈকো নেযায়। হাবিলৈও যায়, মাছলৈও যায় দুয়ো একেলগে।

ধনবৰ বায়ন গ্ৰহণী বেমাৰ হৈ পৰি থকাত বন্ধু-ধনীৰামে সদায় পুৱা-গধূলি খবৰ কৰেহি। প্ৰায়ে ৰাতি ৰাতি ধনবৰৰ ওচৰত ধনীৰামে জাত লগাই কীৰ্ত্তন পুথিখন পঢ়েহি।

কেইদিনমান ধনবৰ বায়নৰ তেজ-শাঁও পৰা কম দেখি সেই দিনত দেওবাৰে পুৱা বাৰীৰ পাণ-তামোল, বন্ধাকবি, বেঙেনা, লাও, জলকীয়াৰ ভাৰ এখন লৈ ধনীৰাম তিতাবৰৰ হাটলৈ গ'ল।

হাট কৰি আবেলি তিতাবৰৰপৰা আহি সাজ লগাৰ আগত ঘৰ পাই শুনি বিচূৰ্তি হ'ল যে ধনীৰাম হাটলৈ যোৱাৰ পিছতে, দুপৰীয়া ধনবৰ বায়নে চোতালতে বহি গা ধুবলৈ মূৰত পানী ঢালোঁতেই ঢলি গ'ল আৰু সেইপিনেই ৰাম-নাম ল'লে।

লৰা-লৰিকৈ ধনীৰামে খোজ ল'লে বায়নৰ ঘৰলৈ। তেতিয়া মানুহ-বিলাকে বায়নক খৰি-খেৰ দি আহি গা-পা ধুই চোতালত বহিছেহি। এনেতে ধনীৰামে চোতালত থিয় হৈ মনবৰক মাত লগালেগৈ, "বোপাই মনবৰ, মই বৰ দুৰ্কপলীয়া। শেষ সময়ত বায়ন ককাইক দেখা নেপালোঁ।"

এনেতে মনবৰ চ'ৰাঘৰৰপৰা কাঁৰপাট অহাদি আহি ধনীৰামৰ গালত ভাল কাণতলীয়া চৰ এটা মাৰি পঠিয়ালে। চোতালত থকা মানুহ অবাক হ'ল। ধনীৰামে জাপ মাৰি উঠি, "ভালক বুলি আহোঁতে, তই মোক চৰটোহে মাৰিলি" বুলি দাখন টোৱাই খণ্ডত মনবৰলৈ খেদা মাৰি গ'ল "তোকো বাপেৰৰ লগত থওঁহে" বুলি। মনবৰে ততালিকে ধনীৰামৰ ভৰিত দীঘল দি পৰি হুকুহুকুকৈ কান্দিবলৈ ধৰিলে। চোতালত বহি থকা দুজন মানুহে লৰ মাৰি মনবৰক ধৰিলেহি—কিজানি মনবৰ মৃত পিতাকৰ শোকত বলিয়াই হ'ল! তেতিয়া মনবৰে কান্দি কান্দি ধনীৰামক ক'বলৈ ধৰিলে—"দদাই, বেয়া নাপাবি। আজি দুপৰীয়া, মৰাৰ আগতে পিতায়ে মোক কৈ গ'ল—তই বোলে নামঘৰৰ শোধৰপৰা আইক ঘৰলৈ লৈ আহোঁতে সৌ বাঁহনিভৰাতে পিতাইক চৰ এটা মাৰিছিলি। পিতায়ে তোক সেই চৰটো ঘূৰাই মাৰিবলৈ আৰুছল নেপালে। মোক কৈ গ'ল —মই যদি পিতাইৰ পো, তোক সেই চৰটো মাৰিব লাগিব। তেহে

সিপুৰীত পিতায়ে শাস্তি পাব। আজিৰপৰা সেই পুৰণি কথাটো গ'ল। মই তোক সেৱা কৰিছোঁ।"

ধনীৰামে তেতিয়া মনবৰৰ হাতখনত ধৰি তুলি ক'লে, "থ থ, হ'ল আৰু। সকলো বুজিলোঁ। কথাটো সঁচা। তথাপি পিতাৰ মোৰ বুকুৰ বান্ধে আছিল। পিতাৰৰ বুধিতেই ধাৰৰপৰা মুকলি হৈছিলোঁ। সেই বুলি মই পাহৰা নাছিলোঁ, গা চাই ফুৰিছিলোঁ, পিতাৰে কিজানি ক'ৰবাত মোৰ ওপৰত চৰটোৰ হোৰ তোলে। পিছলৈ ভাবিছিলোঁ, গোসাঁইৰ ওচৰত নাম-কথা লৈ পিতাৰে সেইবোৰ পাহৰিলে। ভাল কৰিলি,—চৰটো মাৰিলি, ধাৰ শুজিল। কৰাক নকৰিলে পিতৃয়েও পানী নেপায়। এতিয়া পিতাৰৰ সকামটো ভালকৈ কৰিবি। ময়ো সকামলৈ দুকলহ গাখীৰ দিম।"

এনেতে চোতালৰ মূৰত বহি থকা তাহানিৰ বিহুৱতী গাভৰু, এতিয়া মনবৰৰ মাক বিহুৱতী বুঢ়ীয়ে আগ বাঢ়ি ধনীৰামলৈ চাই ক'লেহি, "তোমালোকক চিনা বৰ টান। ভালেতো তোমালোকক মতা মানুহ বোলে।"

# মেধি

**লক্ষ্মীনাথ ফুকন**

১

দুষ্ট ল'ৰাবিলাকে মেধিক জোকাইছিল। মেধিক দেখিলেই সিহঁতে চিয়ঁৰি চিয়ঁৰি গাইছিল—

মেধি ঐ মেধি,
কুকুৰে নিলে খেদি,
মেধি পৰিল খালত,
কুকুৰে কামুৰিলে গালত।

সুৰ লগাই চিয়ঁৰি চিয়ঁৰি সিহঁত মেধিৰ ওচৰ চাপি আহে আৰু মেধিয়ে দলি বা ফৰ্মুটি কিবা এটা হাতলৈ তুলি ল'লে সিহঁত দূৰলৈ লৰ মাৰে আৰু তাতে বৈ আকৌ চিয়ঁৰি চিয়ঁৰি গায়। মেধিয়ে দলিটো বা ফৰ্মুটিডাল লৈ এনে ভঙ্গি কৰে যেন দলিটো বাটলুগুটি যোৱাদি গৈ সিহঁতৰ এটাৰ মূৰতে বা গাতে পৰি ভাগি চূৰ্ণময় হৈ যাব, যেন ফৰ্মুটিডাল সিহঁতৰ কাৰোবাৰ হাত-ভৰি ভাঙি ঘাইল কৰি তেজেৰে মাটি ৰঙা কৰি তুলিব। কিন্তু মেধিৰ হাতৰ দলিটো বা ফৰ্মুটিডাল সিহঁতৰ ফালে নগৈ হাততে ৰয় আৰু অলপ পিছতে তললৈ সৰি পৰে।

ল'ৰাবিলাক আকৌ মেধিৰ ওচৰ চাপি আহে, আকৌ মেধিক জোকায়। এই অভিনয় দুই-চাৰি বাৰমান চলে। ল'ৰাবিলাকৰ ভিতৰত আটাইতকৈ অঘাইতংটো হ'ল গোপাল। সি এবাৰ আহি মেধিৰ কানৰপৰা গামোচা-খনকে লৈ যায় নতুবা মেধিক চিকুট এটাকে মাৰি দিয়ে। মেধিয়ে কিবা-কিবিবোৰ বকে। কেতিয়াবা খং কৰি কয়, "বাপেৰক কৈ দিম ৰ, তেতিয়া দিব ভালকৈ এসেকা।" এদিন এনেকৈ মেধিক জোকাওঁতেই গোপালৰ বাপেকে দেখি তাক ঘৰলৈ নি এনে মাৰ দিলে যে তাৰ গাঁচ তিনি-চাৰি

দিনলৈকে থাকিল। মেধিয়ে দেখি তাৰ গাত হাত ফুৰাই মৰম কৰি ক'লে, "ইস্ ইস্, ল'ৰাটোকনো এনেকৈ মাৰিব লাগেনে? মোৰ গাৰপৰা ল'ৰা-মানুহে গামোচাখন জানিবা টানি নিলেই—সিনো কি জগৰৰ কথা হ'ল! গোপাল, ব'ল, ব'ল, আম পাৰি দিম খাবিগৈ ব'ল, ইবিলাক ল'ৰাকো মাতি আন।"

মেধিয়ে দীঘল হঁাকুটি এডাল লৈ গ'ল টাপত থকা তেওঁৰ মিঠা আমজোপাৰ তললৈ। ল'ৰাবিলাকো গ'ল তেওঁৰ লগে লগে। সেইজোপা আম পকিবলৈ নাপায় আৰু পকিবলৈ পালেও ইমান পোক হয় যে এচকলো খাবলৈ নোলায়। কেঁচায় খাবলৈ ভাল আৰু পোক হ'লেও তেতিয়া বেছি নহয়। মেধিয়ে হঁাকুটি লগাই তলৰ ডাল এটা জোকাৰি দিলত কেইটামান আম সৰিল, আৰু ল'ৰাবিলাকে আমকেইটা হাতে হাতে লৈ দাঁতেৰে কামুৰি বাকলি গুচাই খাই মেধিক তাতে এৰি গুচি গ'ল। মেধিয়ে হঁাকুটিডালেৰে আকৌ কেইটামান আম পাৰি ঘৰলৈ গামোচাখনত বান্ধি ল'লে। হঁাকুটিডাল বাঁওখন কানৰ ওপৰত তুলি বাঁও হাতেৰে তাত ধৰি আৰু সোঁও হাতেৰে আমৰ টোপোলাটো ওলোমাই লৈ ঘৰমুৱা হৈ আহি থাকোঁতে আকৌ মেধিৰ কাণত পৰিল—

মেধি ঔ মেধি,
কুকুৰে নিলে খেদি.
মেধি পৰিল খালত,
কুকুৰে কামুৰিলে গালত।

মেধিয়ে আম পাৰি দিয়া সেই ল'ৰামখাই! দলি-কৰ্মুটি তুলি ল'বলৈ তেওঁৰ হাত বন্দী। সিহঁতে আহি তেওঁৰ হাতৰপৰা আমৰ টোপোলাটো কাঢ়ি ল'লেই। মেধিয়ে "কি কৰ, কি কৰ" বোলালৈ কাণ নিদি। টোপোলাটো লৈ সিহঁত গুচি যাওঁতে মেধিয়ে মাত লগালে, "হেৰ, আটাইকেইটা নিলিইক দেখোন। খুৰীয়েৰবলৈ ছুটামান থৈ যা।"

মেধিক নোজোকোৱা অৱস্থাত ল'ৰাবিলাকে তেওঁক দদাই বোলে। সেই সময়তে মেধিয়নী হ'ল সিহঁতৰ খুৰী। আমৰ গামোচাখন লৈ যোৱা ল'ৰাটোৰপৰা গোপালে গামোচাখন লৈ খুলিলে, আৰু তাৰ চাই তিনিটা আম গামোচাখনত বান্ধি মেধিক দি ক'লে, "দদাই, এই

তিনিটা আম খুৰীলৈ দিলোঁ। বাকীকেইটা আমি খাওঁগৈ দেই। কি কোৱা ?"

মেধিয়ে আৰু কি ক'ব ? সিহঁতৰ কথাতে মেধি ৰাজী।

২

মেধিয়ে বাঁহ এটা কাটি ছোৱা ছোৱা কৰি জেওৰা জোঙালিছে, মন্থুৰে ক'ৰবাৰপৰা আহি পিঠি ফালৰপৰা মেধিক সাবটি ধৰিলেহি। মেধিৰ জেওৰা জোঙলা বন্ধ হৈ গ'ল। মন্থু ওচৰৰে মানুহ এঘৰৰ ছৰছৰীয়া ল'ৰা। আবদাৰৰ সুৰত সি মেধিক ক'লে, "মই তোমাৰ পিঠিত ঘোঁৰা উঠোঁ, তুমি মোক লৈ লৰ দিয়া।"

উপায় নাই। মন্থুৰে কণঠকৰা এডালকে ঘোঁৰা কৰি উঠি আহিছিল, মেধিক দেখি দূৰতে সেইডাল পেলাই থৈ আহিল। ইমানকৈ আশা কৰিছে যেতিয়া ঘোঁৰা হৈ নদৌৰিলে হ'বনে ? মেধিয়ে মন্থুক বোকোচাত লৈ থিয় দিলে আৰু মেধিৰ ডিঙিত ভালকৈ ধৰিবলৈ কৈ ইফালৰপৰা সিফাললৈ কেইবাৰমান দৌৰিলে। মেধিয়ে দৌৰে আৰু মাজে মাজে মন্থুক সোধে, "কেনে লাগিছে ? ভাল লাগিছেনে ?"

এনেকৈ মেধিয়ে আৰুবা কেইবাৰ দৌৰিলেহেঁতেন, কোনে জানে ? মেধিয়নীৰ মাত শুনি ভেওঁ বৈ গ'ল আৰু মন্থুক বোকোচাৰপৰা নমাই দিলে। "বোকোচাত ল'ৰা লৈ জপিয়াই ফুৰিলেই হ'বনে" বুলি মেধিয়নীয়ে সিকি এটা আৰু বটল এটা দি মেধিক পঠাই দিলে দোকানৰপৰা কেৰাচিন তেল আনিবলৈ। মেধি গ'ল, কিন্তু দোকান নাপালেগৈ। বাটতে মনবৰে পাই কলে, "দদাই, বৰ কথা এটা হ'ল। কি কৰোঁ এতিয়া ?"

"গৰুজনী বিচাৰি আহিছিলোঁ, পিছে গৰুজনী কোনোবাই কাজীহচত দিলে। আজিয়েই নিনিলে কাইলৈ পইছা বেছিকৈ ভৰিব লাগিব। দিব পাৰানে মোক চাৰি অনা ? ঘৰলৈ এতিয়া পইছা আনিবলৈ গ'লে আজি আৰু গৰুজনী মোকলাব নোৱাৰিম।"

মেধিয়ে সিকিটো মনবৰক দি দিলে, আৰু সন্ধ্যা লাগি ভগাৰ পিছত শুদা হাতে ঘৰ ওলালগৈ। কেৰাচিন তেল নাপাই মেধিয়নীয়ে মেধিক বকিলে, মেধিয়ে শুনি গ'ল, মুখেৰে 'উঁ-ঋা' একো নকৰিলে। যেতিয়া

মেখিয়নী শাঁত পৰিল তেতিয়া মেখিয়ে মাত লগালে, "এদিন কেৰাচিন তেল নহ'লে নমৰ, জুইকুৰাকে ভাঙৰকৈ ধৰ, নহ'লে সৰিয়হ তেলেৰে মাটিৰ চাকি এটাকে জ্বলা।"

মেখিৰ আচল নাম আছিল বলোৰাম। আউনিআটী সত্ৰৰ মেধি হোৱাৰ পিছত বলোৰাম নাম তল পৰিল, মেধি নাম ওপৰলৈ উঠিল। মেধি ভাগিবৰো এতিয়া তেওঁৰ ভালেমান বছৰ হ'ল; তথাপি মেধি নাম বৈ গ'ল। মেধিৰ নামযে বলোৰাম আছিল, মানুহে পাহৰিলে, ল'ৰাৰপৰা বুঢ়ালৈকে সকলোলৈকে তেওঁ হ'ল মেধি।

মেধিয়ে বিয়া কৰাওঁতে বয়স ডেৰ কুৰিতকৈ দুবছৰমান বেছি হৈছিল, তাতে তেওঁ আকৌ মেধিয়নীক ধৰম-বিয়া কৰাইছিল। গতিকে মেধিতকৈ মেধিয়নী বয়সত বহুত সৰু। এতিয়া মেধি আধা-পকা দাড়ি-চুলিৰে আৰু শোঁটোৰা-শোঁটোৰ মুখেৰে এক ৰকম জঠৰ হৈ পৰিছে, কিন্তু মেধিয়নী কিচ্‌কিচীয়া ক'লা চুলিটাৰেৰে আৰু বয়সৰ সাঁচ নপৰা নিমজ উজ্জ্বল মুখখনেৰে চেঙেলীজনী হৈয়ে আছে, ফাগুনৰ পয়োভৰেৰে উদ্দীপ্ত প্ৰকৃতিৰ নিচিনাই উতলা। আঁঠুলৈকে পৰা তেল-চিকটি বন্ধ যোৱা চুৰিয়া এডোখৰ হ'লেই মেধিৰ হয়, অ'লৈ ত'লৈ যাওঁতে মাথোন চেলেং কাপোৰ এখন গাত লয়, কোট এটা আছে যদিও তাৰ লগত বৰ সম্বন্ধ নাই। মেধিয়নীয়ে ঘৰতে নিকা সাজ-পাৰ কৰি থাকে, দিনৌ ৰিহা-মেখেলা চাবোনেৰে ধুই লয়, ক'তো চেকা এটা দেখিবলৈ নাই। অলপ দেখনিয়াৰকৈ মেধিয়নী থাকিব খোজে। কেৰাচিন তেলৰ চাকি জ্বলোৱাতকৈ নিতৌ লেম এটা জ্বলাবলৈ পোৱা হ'লেহে মেধিয়নীয়ে ভাল পালেহেঁতেন।

মাঘ বিহুলৈ মাজতে কেইদিনমান আছে। সন্ধিয়া লগাৰ পিছত এদিন "চোৰ, চোৰ" আৰু লগে লগে "কেনি চোৰ" চিয়ঁৰ উঠিল। মানুহো চাৰি-পাঁচোটা গোট খালে আৰু তাৰে এটাই মেধিৰ বাৰীৰ তামোল গছ এজোপাৰ ওপৰলৈ আঙুলিয়াই দেখুৱালে। জোনৰ শেঁতা পোহৰত চোৰক দেখা গ'ল। সি বপুৰাই তামোল এথোকা ছিঙি নামি আহিছিল, চিয়ঁৰ-বাখৰ শুনি আৰু তলত মানুহ দেখি গছৰ ওপৰতে বৈ গ'ল। কিন্তু তেনেকৈ মানুহৰপৰা ৰক্ষা পাব জানো? এখন নহয়, কেইবাখন মুখৰপৰা সমবেত সঙ্গীত ধ্বনিত হ'ল, "নামি আহ, নামি আহ।" এটাই চিয়ঁৰিলে.

"মই কুঠাৰ এখন আনো ৰ, গছজোপাকে দিওঁ কাটি।" অগত্যা তামোল-খোকা তললৈ পেলাই দি নামি আহি জাপ মাৰি মাটিত পৰি পলাব খোজোঁতেই মানুহকেইটাই চোৰক ধৰি পেলালে আৰু লপা-থপাও অলপ কৰিলে। থানালৈ নি পুলিচক চমজাই দিবলৈ ঠিক কৰি সন্ধ্যাতে উঁহালৰ আগৰ খুঁটা এটাতে চোৰক বান্ধি থোৱা হ'ল।

মেথি ঘৰত নাছিল। চোৰক খুঁটাটোত বন্ধাৰ অলপ পৰৰ পাছতে মেথি আহি দেখে এই কাণ্ড। মেথিয়ে চোৰক চিনি পালে, আগতে মানুহ-মথায়ো পাইছিল। চোৰ গাঁৱৰে লৰা মণিৰাম। ঘটনাৰ বৃত্তান্তও মেথিয়ে সকলো শুনিলে। শুনি মণিৰামৰ বান্ধ মুকলি কৰি দিলে। বান্ধ মোকলাই দিয়া মানুহকতে সি লৰ মাৰিবই খুজিছিল, মেথিয়ে তাক ৰখালে, ৰখাই তামোল গছৰ তলৰপৰা তামোলখিনি গোটাই আনি তাক দি ক'লে, "চুৰ কৰিবলৈনো তোক পাইছিল কিহে? মোক কোৱা হ'লেই মই তামোল দিলোঁহেঁতেন নহয় তোক।" মানুহকেইটাই ইটোৱে সিটোৰ মুখলৈ চালে, কিন্তু মুখেৰে একো নামাতিলে। মেথিৰ গতি-গোত্র সিহঁতে জানেই। চোৱে তামোলখিনি লৈ সিহঁতৰ আগতে তাৰপৰা নাইকিয়া হ'ল।

৩

স্থানীয় মাইনৰ স্কুলৰ হেডমাষ্টৰ অৱনীধৰ বৰঠাকুৰ। তেওঁ মেথিৰ ঘৰৰ ওচৰৰে মানুহ এঘৰৰ ল'ৰা এটাক ৰাতিপুৱা আহি এঘণ্টা পঢ়ায়। ল'ৰাটোৰ বাপেকে দলৌমুখ বাগিচাত ৰৰমহৰি কাম কৰে আৰু দেওবাৰে দেওবাৰে ঘৰলৈ আহি পুতেকক হেডমাষ্টৰক গতাই দি কয়, "সি পঢ়ি ডাঙৰ মানুহ হ'ব, সেইটো বাৰু পাইছোঁ। প্রথম শ্রেণীমান পালেগৈয়ে হয়, মই বৰচাহাবক কৈ বাগিচাতে কিবা এটা কৰি দিব পাৰিম!"

ল'ৰাটোক পঢ়াবলৈ আহোঁতে মাজে-সময়ে বৰঠাকুৰে মেথিয়নীক দেখা পায়। কোনোদিনা দেখা পায় মেথিয়নীয়ে তাঁত বৈ থাকোঁতে, কোনো দিনা দেখা পায় ৰৰমহৰিৰ ঘৰৰ পুখুৰীটোৰপৰা পানী আনিবলৈ যাওঁতে বা পানী লৈ ঘূৰি আহোঁতে। লাহে লাহে সদায়েই বৰঠাকুৰে মেথিয়নীক দেখা পোৱা হ'ল, প্রায় একে ঠাইতে, একে সময়ত আৰু একে বেশতে। পুখুৰীটোত সাঁতুৰি-নাছুৰি গা ধুই আঁঠুলৈকে মেখেলাখনৰ পানী চেপি

তিতা বিহাখন নতুনকৈ গাত লিপিট খুৱাই লৈ মেখিয়নী ঘৰমুৱা হয়, খোজৰ ছেৱে ছেৱে কাখৰ ভৰা কলহৰপৰা পানী উছলি পৰে আৰু লগে লগে ছিটিকি পৰে পুৱা ব'দৰ চিকমিকনিবে সমুজ্জল মেখিয়নীৰ যৌৱন-জগোৱা মুখখনিৰ স্নিগ্ধ মধুৰ আভা। দেখি বৰঠাকুৰ উত্ৰাৱল হৈ যায়। চকুৱে চকুৱেই দুয়ো কথা হয়, দুয়োৰে হাঁহি বিৰিঙি পৰে।

তাৰ পিছত এদিন ল'ৰাটোৰ পঢ়া সোনকালে শেষ কৰি বৰঠাকুৰ মেখিৰ ঘৰ সোমাই মেখিয়নীয়ে নিজ হাতে আলফুলকৈ দিয়া তামোল এখন খাই মনটো লৈ আৰু মনটো দি ঘৰমুৱা হ'ল। এদিনৰ পিছত এদিন, আৰু এদিন, আৰু এদিন। পুৱা নাহিলেও, গধূলি নিতৌ বৰঠাকুৰ মেখিয়নীৰ ওচৰলৈ অহা হ'ল। তেওঁ স্থানীয় মানুহ নহয়, তেওঁৰ ঘৰ যোৰহাটত, তাৰপৰা আহি ইয়াত কামহে কৰিছে। স্কুলৰ ওচৰতে স্কুলৰপৰা সজাই দিয়া তেওঁৰ ঘৰ, তাতে তেওঁ গাভৰু ঘৈণীয়েক আৰু তিনি-বছৰীয়া ল'ৰাটোৰে সৈতে থাকে।

ঘৈণীয়েকে এদিন সুধিলে, "আপুনি ফুৰিবলৈ গৈ ইমান ৰাতি কৰে দেখোন আজিকালি? আগেয়ে দেখোন সোনকালেই ঘৰ পাইছিলহি।"

"তুমি হ'বলা ভাবিছা মই ইমান ৰাতিলৈকে ঘূৰি ফুৰিছোঁ বুলি। ল'ৰাটোক গধূলিও পঢ়াব লগা হৈছে নহয়! বাপেকে ইমানকৈ কৈছে, নপঢ়ায়নো কেনেকৈ? যিহে গাধা ল'ৰা, কি কৰিব পাৰোঁ, ক'ব পৰা নাই।"

স্কুলৰ ডেকা চকিদাৰটোৱে তেওঁলোকৰ কথা শুনি নইহাকৈয়ে যি একণ হাঁহিলে সি বৰঠাকুৰণীৰ চকুত নপৰাকৈ নাথাকিল, আৰু এই দেখ-নেদেখ হাঁহিযে অৰ্থহীন নহয় তাকো তেওঁ বুজিলে। বৰঠাকুৰনীয়ে অকলশৰীয়াকৈ তাক সোধাত সি কৈ দিলে, "গধূলি ক'ৰ ল'ৰা পঢ়ায় আইদেউ! মেখিয়নীক পঢ়ায়গৈ।" অৰ্থ একেবাৰে স্পষ্ট হৈ পৰিল, কাৰণ বিয়া হোৱাৰ এই সাত বছৰে বৰঠাকুৰক বৰঠাকুৰনীয়ে ভালকৈয়ে চিনিছিল।

বৰঠাকুৰনীও তীখৰ মানুহ। আলনাৰপৰা বৰঠাকুৰৰ চুৰিয়া এখন আৰু কামিজ এটা আনি পিন্ধি তাৰ ওপৰত বৰঠাকুৰনীয়ে এখন এৰীয়া চাদৰ ল'লে আৰু মূৰত মুগাৰ বিহা এখনেৰে পাগুৰি মাৰিলে। তাৰ পিছত বৰঠাকুৰৰ জোতা ভৰিলৈ ডাঙৰ হোৱাত নিজৰ চেণ্ডেলযোৰকে পিন্ধি বৰঠাকুৰনী মেখিৰ ঘৰ পালেগৈ। বৰঠাকুৰ আৰু মেখিয়নী দুয়ো চ'ৰা-ঘৰতে কল্পী-

কপৌৱনী হৈ বহি আছে, বৰঠাকুৰ সৰু মূঢ়া এটাত আৰু মেধিয়নী পীৰা এখনত আগতে তামোলৰ বটাটো লৈ। দুয়ো দুয়োতে মছগুল। মেধিয়নীৰ মুখৰ তিৰবিৰণিত কেৰাচিন তেলৰ চাকিৰ ম্লান পোহৰ আৰু ম্লান হৈ পৰিছিল।

একো মাত-বোল নকৰি বৰঠাকুৰনী কপৌ-কপৌৱনীৰ আগতে ওলালগৈ। বৰঠাকুৰে ভেবা লাগি বৰঠাকুনীৰ মুখলৈ চাই ৰ'ল। মেধিয়নীয়ে এই কোমল-মুখীয়া পাগুৰি-মৰা মানুহজনক মূৰৰপৰা ভৰিলৈকে এবাৰ চাই সুধিলে, "আপুনি কোন?"

বৰঠাকুৰনীয়ে একো উত্তৰ নিদি মেধিয়নীলৈ পোন্দোৰাকৈ চালে আৰু মেধিয়নীয়ে উত্তৰ নাপাই আকৌ সুধিলে, "ইয়ালৈ কিয় আহিছে?"

"কিয় আহিছোঁ তাকো জনা নাইনে? কুকুৰটোক নিবলৈ আহিছোঁ।"

বৰঠাকুৰে এইবাৰ মাত লগালে, "তুমিনো এইখন কি ভেশচ্ছন্ন কৰি ফুৰিছা? মই ভাল পোৱা নাই।"

"তই ভাল পাব নাপাব, মোৰ কি হ'ল? ব'ল এতিয়া ঘৰলৈ। তোৰ আৰু লাজ নহ'ল।"

"ইয়াত বকিবলৈ নাহিবা এইদৰে। এইবোৰ কথা ভাল নহয়।"

"তই মোক ভাল কথা শিকাবলৈ আহিছ! ব'ল এতিয়া ভালে ভালে, নহ'লে মই কুৰুক্ষেত্ৰ কৰিম। চিঞঁৰি চিঞঁৰি ইয়াত মানুহ জমা কৰিম। তেতিয়া পাবি মজা দুয়োটাই।"

৪

মেধিয়নীয়ে ধান দাই আছে। বাঁওহাতেৰে ধান এগোছা এগোছাকৈ ধৰি সোঁ হাতেৰে কাঁচিখনেৰে খচ্ খচ্ কৈ মেধিয়নীয়ে কাটি নিছে আৰু এথামোচ হ'লেই তাৰে ধান এডাল বা দুডালেৰে মোচৰা মাৰি বান্ধি থৈছে। মেধিয়নী অকলৈ। সিফালে অলপ দূৰত তিনিজনী দাৱনীয়ে ঘৰৰপৰা লৈ অহা বেৰাৰ টেঙা চকলিয়াই খাই আকৌ ধান দোৱাত লাগিছে, মাজে মাজে বিয়ানামো গাইছে।

ভাওৰি এজাৰ ঘৰত থৈ মুহীধৰে আকৌ বিৰিয়াডাল লৈ হাৰ মাটিলৈ আহিছে। মেধিয়নীক বাটতে পাই সি মাত লগালে, "কি মেধিয়নী, মেধিক দেখোন দেখা নাই। আজি অহা নাইনেকি?"

"আহিব পিছত ভাঙৰি নিবলৈ।"

"পিছে, দিন কেনেকৈ গৈছে মেখিয়নী? বৰঠাকুৰ গ'ল নহয় ইয়াৰপৰা!"

বৰঠাকুৰনীৰ দেউতাক অলপ বুজন ধৰণৰে চৰকাৰী বিষয়া। তেওঁ জীয়েকৰ কথা এবাৰ নোৱাৰি যাক যেনেকৈ ক'ব লাগে, কৈ মেলি জোঁৱায়েকক মাইনৰ স্কুলৰ হেডমাষ্টৰৰ পদৰপৰা একৰাই আনি যোৰহাট গৱৰ্নমেণ্ট হাই স্কুলত মাষ্টৰৰ কামত সুমুৱাই দিলেহি। মেখিয়নী-বৰঠাকুৰ-পৰ্ব দুপতীয়াতেই শেষ হৈ গল।

মুহীধৰৰ কথা শুনি মেখিয়নীৰ খং উঠি গ'ল। আচলতে সিমান খং উঠা নাছিল, পিছে যিমান খং উঠিছিল তাতকৈ বেছি খং দেখুৱাই মেখিয়নীয়ে ক'লে, "আহিলিনে তয়ো মোক জোকাবলৈ? মাৰজনীক চিনা নাই হ'বলা?"

"অ', তেনেহ'লে ময়ে জোকোৱাই নাই, আনেও জোকাইছে!"

"জোকাইছে যদি জোকাইছে, তোৰ কি হ'ল?"

"কি হ'ব আৰু? বুকু ভাগি-ছিগি চুৰমাৰ হৈ গ'ল।"

"যাবি যোৰ তালৈ, ভগা বুকু ভালকৈ যোৰা লগাই দিম।"

"বাৰু কেইছা যেতিয়া যাবই লাগিব। নগ'লে ভাল পাবা জানো?"

"যাবি; ঢেঁকিথোৰাৰ খুন্দা কেইটামান খাই আহিবিগৈ।"

"বাৰু, ঢেঁকিথোৰাৰ খুন্দা কোনে কাক দিব পাৰে দেখা যাব।"

মুহীধৰ আৰু তাত নৰ'ল। সি তাৰ পথাৰলৈ খোজ ল'লে আৰু যাওঁতে সুৰ লগাই গাই গ'ল—

পৰ্ব্বতে পৰ্ব্বতে বগাব পাৰোঁ মই,
লতা বগাবলৈ টান,
বনৰে হাতীকো ধৰাব পাৰোঁ মই,
মেখিয়নীক ধৰাবলৈ টান।

ইমান আতোলতোলকৈ গোৱা বিহুগীত মেখিয়নীয়ে শুনিও নুশুনিলে, নুশুনিও শুনিলে। গীতৰ সুৰ মেখিয়নীৰ বুকুত ঠেকা খাই আশে-পাশে গোটেইখনতে সিঁচৰতি হৈ পৰিল। মেখিয়নীৰ কাঁচি চলিয়েই থাকিল, কিন্তু আগতে যেনেকৈ চলিছিল ঠিক তেনেকৈয়েনে? মেখিয়নীৰ কাঁচি

ৰ'ব খুজিও নব'ল, মেঘিয়নীৰ হাত কঁপিব খুজিও নকঁপিল। পকা ধানত শিহৰণ উঠিল, মেঘিয়নীয়ে ৰিহাখনৰ আগেৰে মুখখন মুচি ল'লে।

মুহীধৰ সেইখন গাঁৱৰ মানুহ নহয়, কিন্তু তাৰ মাটি মেঘিৰ মাটিৰ ওচৰতে আৰু সেই সূত্ৰতে মেঘি আৰু মেঘিয়নীৰ লগত তাৰ চিনাকি। পাঁচ বছৰৰ ওপৰ হ'ল তাৰ ঘৈণীয়েক মৰিল, তেতিয়াৰেপৰা সি বৰলা হৈয়ে আছে, মাজে মাজে চেলু আৰু সুবিধা পালে আৰু-তাৰু জোকায় আৰু আকৌ নতুনকৈ বিয়াৰ সোৱাদ ল'বনে নলয়, ভাবে। ছবছৰীয়া ল'ৰা এটাও আছে তাৰ। মুহীধৰৰ মাক এতিয়াও জীয়াই আছে দেখিহে, নহ'লে তাৰ ঘৰ গুচি ইমান দিনে বাঁহতল হ'লহেঁতেন। মাকে তাক ঘৰখন আকৌ পাতিবলৈ কয়। মাকনো আৰু জীয়াই থাকিব কেই দিন, মাকৰ অবিহনে তাৰ ঘৰখন ধৰিব কোনে, ল'ৰাটোকে বা চম্ভালিব কোনে—এনেবোৰ যুক্তিকে মাকে আৰু ওচৰ-চুবুৰীয়া মানুহে তাক দেখুৱায়।

আকৌ এদিন মেঘিয়নী ধান দাই আছে, এনেতে মেঘিয়নীৰ আগেদিয়েই মুহীধৰ তাৰ মাটিলৈ যাওক—আগে আগে মুহীধৰ, পিছে পিছে মুহীধৰৰ ল'ৰাটো। ইয়াৰ আগতে কেইবাদিনো মেঘিয়নীক লগ পাইছিল যদিও মুহীধৰে জোকোৱাহে নালাগে মাত এষাৰকে লগোৱা নাই, যেনেকৈ আহিছে তেনেকৈ গুচি গৈছে। আজি ল'ৰাটো লগত থকা বাবেই হ'বলা কিবা এটা উদ্দীপনা পাই মুহীধৰে একেবাৰে সুস্থ আৰু সংযত মনেৰে মেঘিয়নীক সুধিলে, "ধান দাবলৈ আৰু কিমান বাকী, মেঘিয়নী?"

মেঘিয়নীৰ উত্তৰতো সঁচা বা মিছা একো বোধ প্ৰকাশ নাপালে, "শেষ হ'লহি, আৰু এই তিনিডৰাহে বাকী। পিছে এইটো কাৰ ল'ৰা, এই ৰ'দখনতযে ইয়ালৈ লৈ আহিছা?"

"কাৰ হ'ব আৰু? মোৰে। সদায় পথাৰলৈ আহিবলৈ দিগদাৰি কৰি থাকে, সেই দেখি আজি লৈ আহিছোঁ, মজাটো পক।"

"আঁহে দেহি!"

মেঘিয়নীয়ে ল'ৰাটোক ওচৰলৈ মাতি আনিলে, আনি তাৰ দুখে-গালে হাত ফুৰাই তাক মৰম কৰি সুধিলে, "তোমাৰ নাম কি?"

"অৰুণ।"

"বৰ বঢ়িয়া নাম। ইমান ৰ'দত এই অকণমান ল'ৰাটোক মাকেও আৰু ভাল আহিবলৈ দিলে।"

অকণে মেধিয়নীৰ মুখলৈ আৰু ঘাম লাগি বিয়পি পৰা কপালৰ ফোঁটটোলৈ চাই থাকিল। মুহীধৰে মাত লগালে, "তাৰ মাক নাই, তাৰ দুমাহমান হওঁতেই মাক ঢুকাল।"

মেধিয়নীয়ে অকণৰ মুখলৈ চালে আৰু মেধিয়নীৰ চকুৰেদি সহানুভূতিৰ সুষমা বিয়পি গ'ল।

৫

মেধিৰ বৰঘৰটোৰ বেৰ ভাগি গৈছিল। মাক জীয়াই থাকোঁতেই সজোৱা ঘৰ। মাক মৰিবৰো হ'ল বাৰ বছৰৰ ওপৰ। বাঁহৰ বেৰ থাকিবনো কিমান দিন? জোৰা-টাপলিও বহুত মৰা হ'ল, কিন্তু একেবাৰে নতুনকৈ নিদিলে এইবাৰ আৰু নহৈছে। ধান চপোৱা হৈ গ'ল। আজৰি পাই মেধিয়ে বৰঘৰত বেৰ দিয়াব লাগিল।

একালৰ এখন বেৰ দিয়া হৈ গ'ল আন এখন বেৰ মানুহ এটাৰ লগত ধৰি-মেলি বাহিৰলৈ আনোতে হাতত কামি কেইটাহে লাগি থাকিল, বাকীখিনি ভাগি-ছিগি সৰি পৰিল। এনে অৱস্থা হৈছিল বেৰখনৰ! বেৰৰ তলৰ খবুৱা আৰু গড়ভালো একৱাই অনা হ'ল। তাৰ পিছত মেধিয়ে কুকুৰ এটা অলপমান খানি টানোতেই ওপৰডোখৰ ভাগি হাততে আহিল। মেধিয়ে আকৌ খানিলে আৰু খানোতে চিপৰাংখন কিবা এটা টান বস্তুত লাগিলগৈ। উলিয়াই আনিলত দেখা গ'ল টান বস্তুটো আন একো নহয়, বগীতামৰ সাঁফৰ মৰা সৰু টিন এটা। টিনটো গধুৰ, মামৰেৰে গোটেইটো চিতা-পখৰীয়া। মেধিয়ে নলীয়া কটাৰী এখনেৰে কৰি-বাকুহি সাঁফৰটো খুলিলে আৰু খুলি দেখিলে তাত কিছুমান টকা। মহাৰাণী ভিক্টোৰিয়া আৰু সম্রাট সপ্তম এডোৱাৰ্ডৰ চাব মৰা টকা।

মনৰ উত্তেজনা মনতে সামৰি মেধিয়ে এটকা এটকাকৈ টকাখিনি সেই-খিনিতে বহি লেখিলে, কমো নহয়, বেছিও নহয়, ডেৰ শ টকা। মনৰ মনত এটা আলোড়ন উঠিল। ঘৰখন মানে মেধি, মেধিয়নী আৰু বেৰ দিয়াওঁতা মেধিক লাগি-ভাগি দিওঁতা সেই গাৱঁৰে পজো, সমন্বত মেধিৰ পেহীয়েকৰ পুতেক

তায়েক। টকাবোৰৰ বং ভেকুৰিছিল। মেখিয়নীয়ে নি টেঙেচি-পাতেৰে মঁহি ভালকৈ ধুলতহে টকাবোৰৰ বৰণ ওলাল। কিন্তু টকাখিনি তাত থ'লে কোনে আৰু কেতিয়া থ'লে? মেখিয়ে নিজকে নিজে কোৱাদি ক'লে. "কোনে থ'ব আৰু! মাকে নথ'লে কোনে এনেকৈ থ'ব পুতেকলৈ।" এই বেৰথনৰ দাঁতিৰ চালপীৰাথনতে একালত মেখিৰ মাক শুইছিল। মাক মৰিলত কোনো কোনোৱে কোৱা-কুই কৰিছিল বোলে, বুঢ়ীৰ হাতত 'ভালেখিনি টকা' আছিল। এইখিনিয়েই সেই 'ভালেখিনি' টকা। মেখিৰ মনত পৰিল, মৰিবৰ অলপ আগতে মাকে তেওঁক কওঁ-কওঁকৈ কিবা ক'ব খুজিও ক'ব নোৱাৰিলে, মুখৰপৰা কথা ৱাজ নহ'ল। এই টকাৰ কথাকে মাকে মেখিক ক'ব খুজিছিল কিজানি।

মেখিয়নীয়ে উৎসাহেৰেই মেখিক ক'লে, "টকাখিনি পাই ভালেই হ'ল, আমাক লগা কিছুমান বস্তু কিনিব পৰা যাব। মোৰ বিয়া-সবাহলৈ যোৱা ৰিহা-মেখেলা এযোৰেই নাই, এযোৰ ভাল চাই ল'ব লাগিব। অসমীয়া পাটৰ সূতা আনি দিলে ময়ে বৈ ল'ব পাৰিম। ৰিহা-মেখেলাৰ লগত থাপ খোৱাকৈ এখন চাদৰো ল'ম। তুমিও ল'বা ভাল চাই চুৰিয়া এখন আৰু কোট চোলা এটা। সেই মনত নপৰা কালৰে শোটাকানি হোৱা চোলাটো আৰু পিন্ধিব নেলাগে।"

মেখিয়ে উত্তৰ কৰিলে, "মোক চুৰিয়া চোলা একো নেলাগে, সেইটো চোলাৰেই মোৰ দিন কেইটা যাব। তই ল'ব খুজিছ ল'বি বাৰু ৰিহা-মেখেলা এযোৰ আৰু চাদৰ এখন। বাকী টকা যি থাকে থাকিব, থাকিলে সময়ত ভাল কামত লগাব পৰা যাব।"

"মই হ'বলা বেয়া কামত লগাবলৈ কৈছোঁ? ভাল কাপোৰ-কানি লোৱা হ'বলা বেয়া কাম? তুমি আৰু কথাবোৰ কোৱা! মানুহ যি কেইদিন থাকে যেনেকৈ পাৰে ভালকৈ থাকিব লাগে, মই তাকেহে জানো। তুমিও ল'বা কাপোৰ-কানি, ময়ো ল'ম। চকি এখনো আনিব লাগিব। ভাল মানুহ-দুনুহ আহিলে বহিবলৈ দিবলৈ চকি এখনকে নাই, মূঢ়াটোতনো কি বহিবলৈ দিম? চকি এখন লাগিবই, লণ্ঠন এটাও। ঘৰখনত লেম এটা নহ'লেনো চলে কেনেকৈ? তাৰ পিছত—"

মেখিয়নীক আৰু ক'বলৈ নিদি মেখিয়ে মাত লগালে, "লণ্ঠনৰ কথাটো

বাৰু বুজিলোঁ, বাতি অ'লৈ ত'লৈ নিবলৈও ভাল। কিন্তু চকিখন কেলেই? মুঢ়াত বহিবলৈ দিবলৈ যদি বেয়া পায়, বহুৱাবি সেই বৰপীৰাখনতে। বৰপীৰাৰ জোৰ চকিয়ে নেপায় জানিছ! মেৰচৰা-পাটীচৰাও আছে নহয়, দিবিহি ভিতৰৰপৰা উলিয়াই, কোনোবা বহিব লগীয়া আহিলে বহিব।"

"হয় হয়, মই দিমহে হয় মেৰচৰা-পাটীচৰা উলিয়াই! তুমি আনিবা চকি এখনকে, কাঠৰে বা বেতৰে এখন হ'লেই হ'ব।"

পদোৱে ইমান বেলি বেতৰ সুত এডাল চাঁচি চাঁচি মেধি-মেধিয়নীৰ কথা শুনি আছিল। এইবাৰ পদোৱে মাত লগালে, "কিমান আৰু কথাৰ মালিহা মাৰি থাকাইক? কথাৰে মুখৰ খজুৱতি মৰে, পেটৰ খজুৱতি নমৰে। কথা বহুত হ'ল—কথাৰ পিছত এতিয়া কাম।"

মেধিয়নীয়ে টপৰাই সুধিলে, "কি কাম?"

পদোৱে একেআষাৰেই ক'লে, "আটাইতকৈ ডাঙৰ কাম। দেখা নাই জানো, কিমান কাম কৰিলোঁইক দুয়ো? এতিয়া জলপান চাহ্-পানী আনা, দুয়ো ককাই-ভায়ে খাওঁ, খাই আকৌ কামত ধৰোঁ। কৰা কাম শেষ কৰিবই লাগিব। আধাডুখৰীয়াকৈ থ'লেতো নহ'ব।"

৬

স্থানীয় মাইনৰ স্কুলটো হাই স্কুল কৰিবলৈ যত্ন চলিছে। আৰু এই কামত উঠি-পৰি লাগিছে বিনন্দি কাকতী। একেবাৰে নিঃস্বাৰ্থভাৱে তেওঁ লাগিছে বুলি ক'লে ভুল হ'ব। তেওঁৰ স্বাৰ্থ ভালকৈয়ে আছে। প্ৰথম স্বাৰ্থ হ'ল তেওঁৰ যত্নতে হাই স্কুলটো হ'লে তেওঁযে গাঁৱৰ এজন মুখিয়াল মানুহ সেই কথাটো দহদহীয়া হ'ব আৰু লোকেল বৰ্ডৰ মেম্বৰ হ'বলৈ তেওঁ সুবিধা পাব। দ্বিতীয়তে, তেওঁৰ জীয়েকক বিয়া দিবলৈ বি.এ. পাছ ল'ৰা এটা চাই থৈছে। হাই স্কুলটো হ'লে হেডমাষ্টৰ নহ'লেও তাক এচিষ্টেণ্ট হেডমাষ্টৰৰ কামটো দিয়াব পৰা যাব। তৃতীয়তে, হাই স্কুলৰ মেনেজিং কমিটীৰ তেওঁ মেম্বৰতো হ'ব পাৰিবই, প্ৰেছিডেণ্টযে হ'ব নোৱাৰিব, তাকনো কোনে ক'ব পাৰে?

গাঁৱে গাঁৱে ঘূৰি কাকতীয়ে স্কুলৰ কাৰণে টকাও তুলিছে ভালেমান। তেওঁ টকা তুলিব জানে। কথকী মানুহ, যাক যেনেকৈ ক'লে কাম সিজে।

তেনেকৈ ক'ব পাৰে। কেইমাহমান ধৰি তেওঁ এই কামতে ঘূৰিছে, দিনটোয়াকৈ গৈ ঘূৰিও আহে আৰু দৰকাৰ পৰিলে ৰাতিও থাকে। এনেকৈ ঘূৰি ফুৰা বাবে তেওঁ কাকতীয়নীৰ বকনিও শুনিব লগা হৈছে, কিন্তু তাতৈ তেওঁৰ কাণসাৰ নাই। হাঁহৰ গাত পানী যিমানেই ঢালক, পানী ভিতৰলৈ নোসোমায়, পাখিয়েদি বাগৰি যায়, যিকণ লাগি থাকে সেইকণো পাখি জোকাৰি দিলে উফৰি পৰে। কাকতীয়েও তেনেকৈয়ে কাকতীয়নীৰ বকনি এছাৰ মাৰি গাৰপৰা পেলাই দিয়ে।

হাই স্কুলৰ কথাকে ভাবি কাকতী চৰাঘৰতে চকি এখনত বহি আছে, এনেতে মেধি সোমাই গ'ল। কাকতীয়ে চকিখনৰপৰা উঠি বেৰৰ কাষত থকা হাতীছালৰ বৰণ ধৰা কাঠৰ বেঞ্চখন হাতেৰেই মুচি মেধিক তাতে বহিবলৈ দি সুধিলে, "পিছে, নহা মানুহ আহিলা দেখোন? কি মন কৰি?"

"আহিছোঁ এটা মন কৰি। এনেয়ে অহা নাই।"

"কোৱাঁচোন শুনো।"

মেধিয়ে বেঞ্চখনৰ ওপৰত ভৰি দুটা তুলি লৈ লেপেটা কাঢ়ি বহি ক'লে, "স্কুলটো বোলে হাই স্কুল হ'ব? তই বোলে টকা তুলি ফুৰিছ, হয়নে বাপু?"

কাকতীৰ ঘৰলৈ মেধিৰ ঘৰৰপৰা ডেৰ-মাইলমান যদিও কাকতীৰ বাপেক জীয়াই থাকোঁতে আহ-যাহ ভালদৰেই আছিল। যেনেকৈ বিনন্দিক মেধিয়ে বাপু বুলি মাতিছিল, এতিয়াও তেনেকৈয়ে বাপু বুলিলে। বাপুত যিমান মৰম প্ৰকাশ পায় বিনন্দিত নাপায়। বিনন্দি বুলি মেধিয়ে মতা হলে বিনন্দিৰে বেয়া লাগি গ'লহেঁতেন। একোজনৰ মুখত নিজৰ সুৱদি নামটোও অসুৱদি শুনি।

কাকতীয়ে ক'লে, "হয়, তুলিছোঁ। অহা বছৰৰপৰা হাই স্কুল হ'বই।"

"মই টকা দিলে ল'বিনে?"

কাকতীয়ে এইবাৰ মেধিক দদাই বুলিলে, "তুমি টকা দিবা, দদাই? দিলে ল'মতো, নল'ম কিয়? কিমান দিবা?"

"দিম যি পাৰোঁ। মই বাক কাইলৈ তোক ইয়াতে দি যামহি।"

এই অভিজ্ঞতা বিনন্দি কাকতীৰ নতুন। কাকতীয়ে স্কুলৰ কাৰণে টকা তুলিছে, টকা তুলি ফুৰোঁতে কাকতীয়ে অৱশ্যে মেধিয়ে খেৰৰ থমুৱাৰ ভজত টকা পোৱাৰ কথা শুনিছিল। কিন্তু এনেয়ে পোৱা টকাবোযে মোহ

মানুহে এৰিব নোৱাৰে! কাকতীৰ মেধিলৈ শ্ৰদ্ধা বাঢ়ি যায়, আৰু মেধিয়ে দিব খোজা টকাখিনিৰ প্ৰতি বাঢ়ি যায় হেঁপাহ।

কাকতীয়ে ক'লে, "দদাই, তুমিনো আকৌ কাইলৈ কষ্ট কৰিব লাগিছে কিয়? যাওঁতেন মরো তোমাৰ লগতে গৈ এতিয়াই টকাখিনি লৈ আহোঁগৈ, কি বোলা?

মেধিয়ে ভালেই পালে। মেধিৰ লগতে কাকতী মেধিৰ ঘৰলৈ আহিল। বাৰীত কেনিবা মেধিয়ে টকাখিনি পুতি থৈছিল। টকাখিনি উলিয়াই আনি পঞ্চাশ টকা গামোচাখনৰ আগত বান্ধি লৈ বাকী এশ টকা লেখি লেখি মেধিয়ে হাই স্কুলৰ কাৰণে কাকতীক দি দিলে।

কাকতীয়ে ৰচিদৰ বহী উলিয়াই লৈ ক'লে, "টকাৰ ৰচিদ এখন দি যাওঁ।"

"ৰচিদ লৈ মই কৰিম কি? টকা দিলোঁ, লেঠা মৰিল। নেলাগে বোপাই মোক ৰচিদ।"

বেৰৰ সিফালৰপৰা মেধিয়নীয়ে সকলো শুনি আছিল। তাৰপৰাই মেধিয়নীয়ে মাত লগালে, "দিব খুজিছে যেতিয়া দিয়ক ৰচিদ এখন। তুমিনো নেলাগে বুলিছা কিয়?"

বিনন্দিয়ে এশ টকাৰ ৰচিদখন লিখি মেধিৰ হাতত দি টকাখিনি লৈ নঙলামুখ পাৰ হ'বলৈহে পালে, মেধিয়নীয়ে ভিতৰৰপৰা ওলাই আহি টানকৈয়ে মেধিক ক'লে, "তেনেকৈ টকাবোৰ দি দিবলৈ তোমাক পাইছিল কিহে? এটকা নহয়, দুটকা নহয়, পাঁচ কুৰি টকা। খৰচ নকৰা যদি, থাকিলহেঁতেন এনেয়ে পৰি, মাটিৰ তলতে বা বাকচৰ ভিতৰতে। টকা-খিনি আছিল, এতিয়া একেবাৰে পাতল লাগি গ'ল। টকা হাতত থাকিলে সাহ বাঢ়ে জানিছা! স্কুল মাইনৰ হয়, হাই স্কুল হয়, আমাৰ দৰকাৰ কি? আমাৰ ল'ৰাই আছেনে, ছোৱালীয়েই আছেনে তাত পঢ়িবলৈ?"

শেহৰ কথাষাৰত মেধিয়নীৰ কিমান আবেগ, কিমান বেদনা সোমাই আছিল, তাক মেধিয়ে সম্যকৰূপে হৃদয়ঙ্গম কৰিব নোৱাৰিলেও কিছু বুজিলে। তথাপি মুখলৈ এটা পৰিতৃপ্তিৰ ভাব আনি মেধিয়ে ক'লে, "আমাৰ ল'ৰা-ছোৱালী নাই কি হ'ল, আনৰ আছে। আনৰ ল'ৰা-ছোৱালীয়েই হাই স্কুলত পঢ়িব। আমাৰ নিজৰ নাই যেতিয়া সেইবোৰেই আমাৰ ল'ৰা-ছোৱালী।"

"সন্তোষীয়া সৰল চহাৰ নিজা নিজা প্ৰাণৰ পথাৰ" আকৌ সোণোৱালী হৈ উঠিল। আকৌ আঘোণ-মহীয়া ব'দত পকা ধানৰ গাত ছাটি-ফুটি লাগিল। মেধিয়নী আৰু মুহীধৰক আকৌ ধাননিৰ মাজত চুপতি মাৰি থকা দেখা গ'ল। মেধিয়নীয়ে থাবলৈ অনা বেৰাৰ টেঙাৰ ভাগ মুহীধৰেও পালে, লগতে তামোলো এখন।

মেধিয়ে ভাওৰি নিবলৈ আহি দেখিলে মেধিয়নীৰ কাঁচিৰ গতি লেহেম, ভাওৰি দুভাৰমান হয় নে নহয়, সন্দেহ। এভাৰ ভাওৰি বান্ধি বিৰিয়া ভালেৰে খুঁচি মেধিয়ে কানত তুলি লৈ ঘৰত থ'বলৈ গ'ল। থৈ-মেলি মেধি আকৌ আহিল ইভাৰ নিবলৈ, আহি দেখিলে মেধিয়নী নাই, মেধিয়নীৰ কাঁচিখন আৰু পানী লৈ অহা লোটাটো মেধিয়ে থৈ যোৱা টঙালৰ দূত কেউ-ডালৰ ওচৰতে পৰি আছে। লোটাত পানী নাই। কিছু পৰ বৈ মেধিয়ে শুদা লোটাটো আৰু কাঁচিখন লৈ ঘৰমুৱা হ'ল।

কেনিবাদি ঘৰলৈকে গ'লনেকি মেধিয়নী? কিন্তু ঘৰতে মেধিয়ে ঘৈণীয়েকক নাপালে। ক'লৈ গ'ল মেধিয়নী? মেধিয়ে নিজকে নিজে আকৌ সুধিলে ক'লৈ গ'ল?" মেধিয়ে প্ৰশ্নৰ উত্তৰ পালে, বাহিৰৰপৰা নহয়, ভিতৰৰপৰা, কাৰণ মনযে সৰবজান! তথাপিও মেধি থাটাং হব নোৱাৰিলে। থাটাং খবৰটো দিলে গোপালে। সি এই কেইবছৰৰ ভিতৰতে বাঢ়ি ৰবটো হ'ল। কথা-বতৰাও তাৰ আগতকৈ বহুত লৰিল। বাপেক মৰিলত এতিয়া সিয়েই ঘৰৰ মুৰব্বি।

সিয়েই ক'লে, মেধিয়নী মুহীধৰৰ লগত গৈছে, সি দেখি আহিছে।

মেধিয়ে সুধিলে, "তোক দেখি কিবা কৈছিলনে?"

"নাই কোৱা।"

"খুৰীয়েৰক কেনে দেখিলি? মুখখন মাৰি আছিল, নে নাই, মুখত হাঁহি দেখিছিলি?"

"নাই দদাই, মুখখন মাৰি থকা নাই। মুখত হাঁহিকে দেখিলোঁ, দুইটাৰে দেখোন বৰ ৰং। কথাটো কি?"

"কথাটো কি? তাকো আৰু বুজিলিনে? খুৰীয়েৰ মুহীধৰলৈ গ'ল; মোক এৰিলে।"

"কি ক'লা দদাই? তোমাক এৰি খুৰী মুহীধৰলৈ গ'ল! ৰ'বা, এতিয়াই চুলিত ধৰি চোঁচোৰাই মই লৈ আহিমগৈ। গোপালক চিনি পোৱা নাই হ'বলা! আৰু এই মুহীধৰ, সিও কম পাষণ্ড নহয় দেখিছোঁ। তাকো দিব লাগিব এশিকনি। মই অনিৰাম-ভোলাইতকো মাতি আনো, ৰ'বা।"

গোপাল যাব খোজোঁতেই মেধিয়ে তাক আগ ভেটি ধৰিলে। ক'লে, "তেনে কাম কেতিয়াও নকৰিবি গোপাল, কেতিয়াও নকৰিবি। খুৰীয়েৰৰ বৰ দুখ, খুৰীয়েৰৰ ইমান বছৰেও ল'ৰা-ছোৱালী এটা নহ'ল। মই তহঁতক লৈয়ে থাকোঁ, তহঁতৰ লগতে ধেমালি-ধুমুলা কৰি সেইবোৰ ভাব মনলৈ আহিবলৈ নিদিওঁ। কিন্তু খুৰীয়েৰৰ শান্তি নাই। মই খুৰীয়েৰক বিয়া কৰাবই নেলাগিছিল। মই জানো খুৰীয়েৰৰ যোৰৰ? খুৰীয়েৰ মোতকৈ কিমান সৰু। মই বুঢ়াই হ'লোঁ। কিন্তু খুৰীয়েৰ গাভৰু হৈয়ে আছে, বিয়া নিদিয়া ছোৱালীজনী যেন হৈ আছে। খুৰীয়েৰ যোৱাত মই বেয়া পাইছোঁ সঁচা, কিন্তু খুৰীয়েৰ যোৱাটো একো অন্যায় হোৱা নাই।"

গোপালে মেধিৰ মুখলৈ চায় আৰু ভাবে, মেধিয়ে এইবোৰ কৈছে কি? সিয়ে এনেবোৰ কথা ধাৰণাকে কৰিব নোৱাৰে। কিন্তু মেধিৰ কথা শুনি তাৰ কোমল মনটো আৰু কোমল হৈ যায় আৰু মেধিৰ প্ৰতি মৰম, শ্ৰদ্ধা আৰু সহানুভূতিৰে তাৰ অন্তৰ ভৰি পৰে। সি কয়, "কিন্তু দদাই, তুমি বুঢ়া মানুহ, অকলৈ কেনেকৈ থাকিবা? ঘৰ-বাৰী তুমি অকলৈ চম্ভালিবা কেনেকৈ? তোমাৰ ভাতমুঠিকেবা কোনে ৰান্ধি দিব?"

"তাৰ কাৰণে মই ভবা নাই অ' গোপাল। ভাতমুঠি ময়ে ৰান্ধি খাব পাৰিম, নোৱাৰিলে তয়ে ভাত এমুঠি মোক নিদিবি জানো? যেতিয়ালৈকে পাৰোঁ, ঘৰ-দুৱাৰ চম্ভালিম। নোৱাৰিলে যি হয় হ'ব। মোৰ কাৰণে তই একো নেভাবিবি। খুৰীয়েৰৰ ওপৰত কিন্তু একো খং নেৰাখিবি।"

গোপালে মুখেৰে একো নক'লে যদিও মনতে ঠিক কৰিলে মেধি যদি যায়, মেধিক নি সি তাৰ ঘৰতে ৰাখিবগৈ। মেধিক আলাই-আথানি হ'বলৈ সি কেতিয়াও নিদিয়ে।

মেধিয়ে বাঢনি এডাঁৰ লৈ চোতাল সাৰি আছে, নিজে নাসাৰিলেনো সাৰিব কোনে? সিফালৰপৰা ল'ৰা কিছুমানে চিয়ঁৰিলে—

মেধি ঔ মেধি, কুকুৰে নিলে খেদি,
মেধি পৰিল খালত, কুকুৰে কামুৰিলে গালত।

আগেয়ে মেধিক জোকোৱা ল'ৰাখিনি এতিয়া ডাঙৰ হ'ল, ডাঙৰ হৈ মেধিক নোজোকোৱা হ'ল। এইচাম ল'ৰা নতুনকৈ উঠিছে। সিহঁতে চিয়ঁৰিছেহে চিয়ঁৰিছে, মেধিৰ সাৰসুৰেই নাই। তেওঁ চোতাল সৰাত-ব্যস্ত। ল'ৰামথাই চিয়ঁৰি থাকোঁতে ক'বই নোৱাৰিলে কেতিয়ানো পিছ ফালৰপৰা গোপালে বৰকৈ চিয়ঁৰাটোৰ কাণ দুখন ধৰি মুচৰি দিলে। ল'ৰাটোৰ লগে লগে ইবিলাক ল'ৰায়ো পিছলৈ চাই গোপালক দেখি সেই পিনেই থৰ হৈ গ'ল, মুখৰ চিয়ঁৰ মুখতে থাকিল। গোপালক সিহঁতে ইমানেই ভয় কৰে।

বৰকৈ চিয়ঁৰাটোক কাণত ধৰি আনি মেধিৰ হাক বচন নামানি মেধিৰ হাতৰপৰা বাঢ়নিডাঁৰ কাঢ়ি লৈ ল'ৰাটোক দি গোপালে ক'লে, "সাৰ এতিয়া চোতালখন। দদাইক জোকালে এনেকুৱাই শাস্তি পাবি তহঁতে।" উপায় নাই, ল'ৰাটোৱে বাঢনিডাঁৰেৰে চোতালখন সাৰিবলৈ ধৰিলে আৰু বাকী ল'ৰামথাই দূৰৈৰপৰা চাই থাকিল। সৰা হ'লত গোপালে ল'ৰাটোক যাবলৈ ক'লে, আৰু সি তলমূৰ কৰি ইপিনে সিপিনে নাচাই ফেঁচাটো যেন হৈ যিপিনৰপৰা আহিছিল সেইপিনেই গুচি গ'ল। ইবোৰ ল'ৰাই তাৰ পিছ ধৰিলে।

মেধিয়ে ক'লে, "এটা কথা অ' গোপাল।"

"কি কথা দদাই?"

"এবাৰ খুৰীয়েৰৰ তাৰপৰা আহিব পাৰিবিনে?"

"মোৰ নিজৰ যাবৰ মন নাই। তুমি কৈছা যেতিয়া যাম বাৰু। যাব-নো লাগে কিয়?"

"খুৰীয়েৰক ৰূপ আচৈ কৰি দি আহিব লাগে।"

মাটিৰ তলত পোৱা ৰূপ ডেৰ শৰ ভিতৰৰ আচৈ কৰি টকা মেধিয়েযে মেধিয়নীৰ বিহা-মেখেলাৰ কাৰণে থৈছিল, সেই টকাখিনি বাকচৰ ভিতৰত

থকাতে থাকিল, বিহা-মেখেলাও লোৱা নহ'ল, আন কামত খৰচো নহ'ল; সেই টকাখিনিকে আনি মেধিয়ে গোপালক দিলেহি; দি ক'লে, "তই যা, এতিয়াই দি আহগৈ। খুৰীয়েৰক ক'বি, বিহা-মেখেলা ল'বৰ কাৰণে থোৱা এই ৰূপ আটৈ কুৰি; খুৰীয়েৰে যি কৰে কৰিব।"

"যাওঁ বাৰু দিওঁগৈ; কিবা আৰু ক'ব লাগিবনেকি?"

"নাই, একো ক'ব নেলাগে। খুৰীয়েৰ কেনে আছে চাই আহিবি আৰু খুৰীযেৰক কেনে দেখ, মোক আহি ক'বিহি।"

# কেৰাণীৰ কপাল

মহীচন্দ্ৰ বৰা

১

সেলাই খেলাই আৰু গোঁফ গজাই কিনাৰাম কাকতীয়ে যেতিয়া একেৰাহে তিনি বছৰ একেটা শ্ৰেণীতে আঁকোৰ-গজালি হৈ লাগিও কোনোমতে ওপৰ শ্ৰেণীলৈ উধাব নোৱাৰি স্কুলৰপৰা খেদা খালে, তেতিয়া তাত কোনো আচৰিত হোৱা নাছিল। সকলোৱে মাথোন ক'লে, কিনাৰামে শ্ৰেণীত তিনি বছৰৰ বিৰুদ্ধ দখলৰ সুবিধা লৈ স্বত্ব সাব্যস্ত-ক্ৰমে ম্যাদী পট্টা লভিবৰ উপক্ৰম কৰা নিতান্ত অন্যায় হৈছিল।

কিন্তু আচৰিত হ'ল সকলোটি, যেতিয়া শুনিলে সেই নোম-নেগুৰ-বৰ্জিত "বেকিং"-বিহীন কিনাৰাম কাছাৰীৰ পেইড প্ৰবেশনাৰ হৈ একেকোবেই ভোৰ্জী-নবিছৰ কামত মকৰল হ'ল।

নতুন বৰচাহাবৰ হঠাৎ কিনাৰাম প্ৰীতিৰ কাৰণ কি? চিৰস্তাদাৰৰ জেঠেৰিয়েক চন্দ্ৰধৰক নেওচি কিনাৰামে কি গুণত এই দুৰ্লভ কেৰাণীপদ লাভ কৰিলে? কাৰ 'বেকিং'-অৰ বলত কিনাৰাম ইমান উধালে? ইত্যাদি আলোচনাত কাছাৰীৰ কেৰাণীসকল ব্যস্ত হ'ল। চিৰস্তাদাৰৰ দুৰ্ভাগ্যত সকলোটিয়ে সহানুভূতি দেখুৱাই ইজনে সিজনৰ চকুলৈ চোৱা-চুই কৰিবলৈ ধৰিলে; কিন্তু কিনাৰামৰ কেৰাণীপদ-প্ৰাপ্তিৰ কাৰণ কোনোৱে বুজিব নোৱাৰিলে।

দেখাত চিৰস্তাদাৰৰ সঁচাকৈয়ে দুৰ্ভাগ্য। অসীম প্ৰতাপী চিৰস্তাদাৰৰ কোনো চেষ্টা বিফল হোৱা কাছাৰীৰ যুৱকীত বিৰল। চিৰস্তাদাৰৰ কথা-যে কেতিয়াবা নৰজিব পাৰে, সি কেৰাণী-কুলৰ স্বপ্নৰো অগোচৰ। তাতে সিদিনা মাথোঁ চিৰস্তাদাৰে কথায় কথায় প্ৰকাশ কৰিছিল—নতুন বৰচাহাবে তেওঁক কোনো কথা নোসোধাকৈ কলমেৰে এটা খোঁচেই নামাৰে। তেওঁ

চাহাবৰ আগত দহ বুলিলে দহ, পঁচি বুলিলে পঁচি। মুঠতে নতুন চাহাব তেওঁৰ হাতৰ মুঠিত।

চন্দ্ৰধৰক চিৰস্তাদাৰে আনি দুমাহে কাছাৰীত কামো শিকাইছিল। তাতে তেওঁ চিৰস্তাদাৰৰ তৃতীয় পক্ষৰ পত্নী সেউতীৰ ককায়েক। এনে অৱস্থাত তেওঁ কাম নাপাব পাৰে, তাক কোনোবাই ভাবিব পাৰেনে? এনে অঘটন কেতিয়াবা ঘটিব পাৰেনে?

কিন্তু এনে অঘটনো ঘটিল। নিৰ্বিকাৰচিত্ত চিৰস্তাদাৰে কেৰাণী-কুলক মাথোঁ ক'লে, "কিনাৰাম মোৰ এজন বন্ধুৰ ল'ৰা। ঈশ্বৰৰ ইচ্ছাত মাউৰা ল'ৰাৰ তেও এটা দিহা লাগিল।"

তেওঁৰ এই উত্তৰত অৱশ্যে কোনেও সন্তোষ লাভ কৰিব নোৱাৰিলে। নাজিৰ নকুলচন্দ্ৰই চিৰস্তাদাৰে শুনানাকৈ ক'লে, "চিৰস্তাদাৰৰ চক্ৰতেই বোধকৰোঁ মাউৰা কিনাৰাম পৰিল।"

কিনাৰামে যেতিয়া স্কুলৰপৰা খেদা খাই নাম-কটা চিপাহী হৈ অনাই-বনাই ফুৰিবলৈ ধৰিলে তেতিয়া তেওঁৰ বাপেকে তেওঁৰ মৰণৰ আগতে ল'ৰাটিৰ এটি গতি লগাই থিতাপিকৈ থাপি যাবলৈ খদমদম্ লগাই দিলে। কিনাৰামৰ বিয়া হ'ল, বোৱাৰী জেউতিও আহিল; কিন্তু বুঢ়াই বেছিদিন বোৱাৰীৰ লালন-পালন ভুগিবলৈ নেপালে। বিয়াৰ কিছু দিন পিছতে বুঢাই চকু মুদিলে।

গাঁৱত বুঢ়াৰ সম্পত্তিৰ পৰিমাণ আদি লৈ ফু-ফু-ফা-ফা হ'বলৈ ধৰিলে। কোনোৱে ক'লে, "কমপক্ষেও বুঢ়াই পাঁচোটি হেজাৰ টকা ৰূপ থৈ নোযোৱাকৈ মৰা নাই।" কোনোজনে মন্তব্য প্ৰকাশ কৰিলে, "বুঢ়া যিহে বান্ধকানি, যিহে বাটেটোকা, নিশ্চয় দহ হেজাৰ টকা কিনাৰামলৈ ৰাখি থৈ গৈছে।" গাঁৱৰ গাওবুঢ়াই ক'লে, "মৰিবৰ আগতে বুঢ়াই পোন্ধৰ হেজাৰ টকা কিনাৰামৰ হাতত দি গৈছে বুলি মোৰ আগত গুপুতে কৈ গৈছে।" গায়ন-বৰাই গোঁফ শিয়ঁৰাই ন-দি ক'লে, "যদি কিনাৰামে কুৰি হেজাৰ টকাৰ এটি ফুটা কড়িও কম পায় তেন্তে মই বোপাইৰ পোৱেই নহওঁ।"

এদিন কিন্তু কিনাৰাম কিমান টকাৰ মালিক এই বিষয়ে নামঘৰত হোৱা তৰ্ক-বিতৰ্কত, বাদ-বিতণ্ডাত খেল দুফাল হ'বৰেই উপক্ৰম হৈছিল।

ভাগ্যে জানিবা গায়ন ৰবাৰ বুজনিত আৰু বুঢ়াৰ শ্ৰাদ্ধত ভুৰি-ভোজনৰ সম্ভাৱনাত খেল সেই যাত্ৰালৈ ৰক্ষা পৰিল। কিন্তু অনেকৰ হ'লে বুঢ়াৰ টকাৰ পৰিমাণৰ ভাবনাত চকুৰ টোপনি হৰিল্।

টকাই বোলে মানুহ টানে। যেতিয়া কিনাৰামৰ ধন-দৌলতৰ পৰিমাণ মানুহৰ মুখে মুখে বাঢ়ি গৈ এক ধৰিব নোৱৰা, ভাবিব নোৱৰা সংখ্যাত পৰিলগৈ তেতিয়া মাউৰা কিনাৰামৰ ইষ্ট-বান্ধৱ, মিতিৰ-কুটুমৰ সংখ্যা হঠাৎ বাঢ়ি উঠিল। শ্ৰাদ্ধলৈ বিনা নিমন্ত্ৰণে মাহী আহিল, মহা আহিল, পুত্ৰ-পুত্ৰী সমন্বিতে পেহা আহিল, পেহী আহিল। আন কি কিনাৰামে জন্মাৱধি নেদেখা আৰু নাম নুশুনাসকলো সপৰিবাৰে এটি নহয় এটি সম্বন্ধ লগাই কিনাৰামৰ ঘৰত হাজিৰ হৈ দল-দোপ্ হেন্দোল-দোপ্ লগাই দিলেহি। কিনাৰামৰ পিতৃ-বিয়োগত সকলোটিৰে হিয়া শোকত উথলি উঠিল। হুৰাওৰাও কান্দোনত গছৰ পাত সৰিল। লগে লগে কিনাৰামৰ আৰু তেওঁৰ বুঢ়া বাপেকৰ প্ৰশংসাত সকলোটিয়ে চতুৰ্মুখ ব্ৰহ্মাকো চেৰ পেলালে। মহাকে ক'লে, "ঠিক্ কিনাৰাম এজন লেখৰ ল'ৰা—ভোলা পুৰুষ।" পেহাকে পেখেনিয়াই ক'লে, "বাঘৰ পোৱালি বাঘ নহৈ যায় ক'লৈ? চাই থাকিবা দিয়ন-থোৱনত কিনাৰাম বোপাক অঞ্চলৰ কোনেও চেৰ পেলাব নোৱাৰে।"

ভিতৰৰ তিৰোতা সমাজত কিন্তু এনে ধৰণৰ আলোচনাই আৰু প্ৰবল আকাৰ ধাৰণ কৰিছিল আৰু তাৰ ফলত এদিন কিনাৰামৰ ঘৰত যুদ্ধক্ষেত্ৰৰ আগন্তুক মিলিছিল। সিদিনা খাই-বৈ উঠি দুপৰীয়া তামোল-ছালি খাবৰ সময়ত কথায় কথায় কিনাৰামৰ দূৰ-সম্বন্ধীয়া জেঠায়েকে জেউতিক ওচৰত বহুৱাই লৈ ক'লে,—"বোপাৰ বোৱাৰীৰ কথানো ক'ম কি? ৰাম চাই সীতা বিধাতাই জোৰা লগাই থৈছিল দেহি।" পেহীয়েকে ক'লে, "মোৰ টপৰতেই আইটিয়ে গোটেই ঘৰখনৰ ভাৰ পেলাই দিছে।" মাহীয়েকে টপৰাই মাত লগালে—"মোক নোসোধাকৈ কিন্তু বোৱাৰীয়ে কোনো কামতে হাত নিদিয়ে।" কিনাৰামে নজনা আৰু কাহানিও নেদেখা খুৰীয়েকে জেউতিৰ গালে-মুখে হাত ফুৰাই ক'লে, "গাত কথা নগৰা একেবাৰেই কুমলীয়া বোৱাৰীজনী মোৰ, সিদিনা মোক মাতি নি বোপায়ে মইনাক গতাই দি ক'লে, 'খুৰী, তোমাৰ বাহিৰে আৰু মোৰ আপোন আছে

কোন? বোৱাৰীয়েৰা নিচেই ভেলেকা। তোমাৰ হাততেই বোৱাৰীয়েৰাক গতালোঁ, নিজৰ জী বুলি চলাবাঁ আৰু শৰাধত তিৰোতা মানুহক খুওৱা-ধুওৱা কামত তুমিয়েই চকু দিবাঁ। নহয়নে মইনা?" মইনা অৰ্থাৎ জেউতিয়ে মুখ মেলিবলৈ নৌ পাওঁতেই হাত জোকাৰি বাহুত-বাহুতকৈ কিনাৰামৰ মাহীয়েকৰ সতিনীয়েকৰ নিলগীয়া ঘৈণীয়েকৰ জীয়েক সৰিতাই কৈ উঠিল,—"এই আটাইবোৰ উচটাই জোল খোৱা। বোপাৰ ঘৰত পেট পুহিবলৈ আহিছে। চাঁহি-মুহি বোপাৰপৰা সৰকাব পাৰিলেই ভাল। আইকণ, মই কৈছোঁ, এইবোৰক এতিয়াই পঠাই দিয়াঁ, নহ'লে তোমাক আৰু বোপাক ইহঁতে খুলি খুলি খাব।" "হঁয়ে বেটী ৰাওমুণ্ডী, ক'লি কি? তোৰ বাপেৰৰ ঘৰত খাবলৈ আহিছোঁনে? গৰুৱাগালীৰ কথা শুন! পাৰোঁতেনো জীয়াবাঁৰী হৈ ‥ ‥" বুলি কিনাৰামৰ মাহী, পেহী, খুৰী, জেঠাই, এটাইবোৰ একেবাৰে উঠি সৰিতাৰ ফাললৈ চোঁচা ল'লে। ভাগ্যে গাঁৱৰ গায়ন বৰা আদি দলবল লৈ কিনাৰামৰ পুৰোহিত বাপু চ'ৰাঘৰত সোমাই গ'ল-হেকাৰি কিনাৰামক মাত দিয়াত সৰিতা সেই যাত্ৰালৈ ৰক্ষা পৰিল।

"পিছে বোপা, দেউতাৰৰ শ্ৰাদ্ধলৈতো আৰু বেছি দিন নাই। আ-অ্যায়োজন যা-যোগাৰ এতিয়াৰপৰা নকৰিলে হ'ব কেনেকৈ?"

কিনাৰামৰ বেলেগতীয়া ৰৰদেউতাকে মাত লগালে, "মই থাকোঁতে বোপাই সেইবোৰত ভাবনা ভাবিব নালাগে দেও। মোৰ ভাইৰ নিচিনা এজন লোক নহ'ব দুপজিব। মোকে নিব লাগিছিল ভাইৰ আগতে যমে মাৰি। অস্ অস্, মোৰ এইখনেই কপাল! ভাইৰ পিণ্ড দিবলৈ মোক কণা বিধতাই জীয়াই ৰাখিলে!'

ৰৰবাপেকৰ লগে লগে কিনাৰামৰ মহা, জেঠা, পেহা প্ৰভৃতিয়েও হুকহুকাবলৈ ধৰিলে। ভিতৰতো কান্দোনৰ ৰোল উঠিল।

"নাকান্দিবাঁ, নাকান্দিবা। তেৰাৰ আছিল পুণ্য পবিত্ৰ জীৱ। সংসাৰৰ নিকাৰ ভোগাৰ কাৰণে আমাৰ নিচিনা পাপী-তাপীবোৰকহে ধৰ্মই চকু নিদিয়ে। ধৰ্মস্ত সূক্ষ্মা গতি। পৰম পুৰুষৰ মহিমা আমি কি বুজিম?" বুলি পুৰোহিত বাপু চকু মুদি ধ্যানস্থ হ'ল।

কিছু পৰ তলকা মাৰি থাকি কিনাৰামৰ ৰৰবাপেকে আকৌ মাত

লগালে,—"পিছে দেউ, ভাইৰ সকামভনো কি কি কৰিব লাগিব, খৰচেই বা কি পৰিব তাক জনা হ'লে ভাল আছিল।"

"ভাল কৈছে। বোপাৰ দেউতাকৰ নাম-যশ বৈ বৈ যোৱা। তাতে গণনাত পালোঁ, মৃতকে ছুপাত পুহকৰ লগাঁয়ো গৈছে। নলগাবইবা কিয়? বোপা আৰু বোৱাৰীলৈ তেওঁৰ যি হেঁপাহ। তেওঁৰ আত্মাই এতিয়াও সূক্ষ্ম শৰীৰ ধাৰণ কৰি এই ঘৰতেই বিচৰণ কৰিছে, ক'লোঁ। ইফালে এই অঞ্চলৰ সকলো ব্ৰাহ্মণ-সজ্জনে দান-দক্ষিণাৰ কাৰণে হেঁপাহেৰে শৰাধৰ দিন আঙুলিৰ আগত গণিব লাগিছে। কম পক্ষেও হেজাৰ দুই নহ'লে এনে মহৎ কাম সিজে কেনেকৈ? আকৌ ৰাইজেও বোলে শৰাধৰ দিনা দিনত হৰমোহন আৰু ৰাতি বকাসুৰ-বধ ভাওনা পাতিবলৈ মন মেলিছে। তাতো চাৰি-পাঁচ শ টকা লাগিব। ৰাইজেই বা মন নেমেলিব কিয়? বোপাৰ বাপেকযে ৰাইজৰ এজন ধৰণী আছিল।"

সকলোটিয়ে কিনাৰামৰ মুখলৈ চাই ৰ'ল। কিনাৰাম কিন্তু নিৰুত্তৰ। তেওঁৰ চকুৰেদি মাথোঁ দুধাৰি চকুলো ওলাই দুয়ো গালেদি বাগৰি গ'ল।

পুৰোহিত বাপুৱে কিনাৰামক সম্বোধি পুনৰ ক'লে, "বেজাৰ নকৰিবা বোপা। সংসাৰ অনিত্য, সকলো অসাৰ। 'যত দেখা ধন-জন সবে বিষ্ণু-মায়া।' কোন কাৰ? যাতে পিতৃপুৰুষৰ কামফেৰি সুফলমে হৈ যায়, তাৰ বাবেহে ঈশ্বৰক চিন্তি চেষ্টা কৰিব লাগে। শত্ৰুৰ মুখত ছাই দি দেউতাৰাই যথেষ্ট থৈ গৈছে। তেখেত আছিল এজন লেখৰ লোক। মাটি-বাৰী, ঘৰ-দুৱাৰতকৈ তেখেতৰ চকু আছিল টকা ৰূপতহে।"

"দেউ!"

"বোপা!"

"যি শুনিছে সকলো মিছা। দেউতাই বিশেষ একো থৈ যোৱা নাই।" উপস্থিত সকলোটি উচপ খাই উঠিল। তেওঁলোকৰ চকু থিৰ পৰিল। বৰদেউতাকে ক'লে, "হোৱা বস্তুক নোহোৱা বুলিব নাপায়, কিনাৰাম।" মহাকে মাত লগালে, "অৱশ্যে আমাৰ বোপাৰ মানত দহ-বিশ হেজাৰ এংকাৰেই নহয়।"

পুৰোহিতে দান-দক্ষিণাৰে পিণ্ডদানৰ মহিমা বৰ্ণালে।

"আপোনালোকৰ আগতনো আৰু মই কি ক'ম ? অৱশ্যে মোৰ পিতৃ-পুৰুষৰ মুখৰ চুৱা যথাসাধ্যে গুচাব লাগিব।"

সকলোটিয়ে "অৱশ্যে, অৱশ্যে" বুলি আশাৰ চকুৰে কিনাৰামলৈ চাই ৰ'ল।

"বৰদেউতাৰ তাতে তিৰোতাৰ হাতৰ কাণৰ যি আছে সোতা থৈ যি পাওঁ তাৰেই ৰাইজৰ লেঠা মাৰিম।"

সকলোটি সেইফালেই জঁয় পৰিল। ইটিয়ে সিটিৰ মুখলৈ চাবলৈ ধৰিলে। ফোৰোহনি মাৰি বৰদেউতাক গুচি গ'ল। গাঁৱৰ গায়ন-বৰাই "বান্ধকানিৰ পুতেক কুলাঙ্গাৰ কিনাৰামে কি শৰাধ কৰিবহে ?" বুলি একে চাবেই উঠিল। পুৰোহিতে শৰাধৰ দিনা দেখা দিমহি বুলি প্ৰস্থান কৰিলে। মহাক-মাহীয়েকে ঘৰত ডাঙৰ ল'ৰাটোক জ্বৰতে এৰি থৈ অহা বুলি তেতিয়াই খোজ ল'লে। পেহাক-পেহীয়েকে ধান-চাউল চপাবলৈ ঘৰত কোনো মানুহ নাই বুলি ভিতৰি কিনাৰাম আৰু কিনাৰামৰ পত্নীক শাও দি পুত্ৰ-পুত্ৰী সমন্বিতে ঘৰলৈ ঘূৰিল। মুঠতে সকলোটিয়ে কিনাৰামৰ উত্তৰত নিৰাশ হৈ আৰু দিয়ন-থোৱনৰ অকণো আগন্তুক নেদেখি এটা নহয় এটা লেঠা দেখুৱাই ঘৰাঘৰি গ'ল। ল'ৰা-ছোৱালী ডেকা-বুঢ়া সকলোৰে মুখত ধনগুৰ'ল কিনাৰামৰ কুৎসাৰ বাহিৰ হ'বলৈ ধৰিলে।

পুৰোহিত বাপুৰ বাহিৰে শ্ৰাদ্ধত কোনো উপস্থিত নহ'ল। সকলোৱে বোলে কিনাৰামক এঘৰীয়া কৰিলে। সামৰ্থ্য হওক নহওক, বাপেকৰ শ্ৰাদ্ধ বন্ধু-বান্ধৱৰ, ইষ্ট-মিত্ৰৰ আৰু ৰাইজৰ অভিলাষমতে পাতিব নোৱাৰিলে। তাতে আকৌ বোলে মৰিবৰ ঠিক আগতে কিনাৰামৰ বাপেকে অজাতি ডাক্তৰজনে মুখত ঢালি দিয়া বেদানাৰ ৰস এঢোকা গিলিছিল। লেঠাৰ কথাই।

ৰাইজৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি গাঁৱৰ মাটি-বাৰী ৰবৰাপেকক বন্ধকত দি মুঠতে পোন্ধৰ শ টকা সমল লৈ কিনাৰামে সপৰিবাৰে জিলালৈ উঠি আহিল আৰু চিৰস্তাদাৰৰ এটি পৰি থকা পঁজাঘৰ অধিক কেৰেয়াত লৈ বাস কৰিবলৈ ধৰিলে।

তাৰে কিছু দিন পিছত কিনাৰামৰ ভাগ্যত দুৰ্লভ কেৰাণী-পদ উঠিল।

কিনাৰামে কাম পালে হয়, কিন্তু সেইদিনাই চিৰস্তাদাৰৰ ঘৰত সিফালে খাগুৱ-দাহৰ অভিনয় হ'ল। চন্দ্ৰধৰে কাম নেপাই একেকোবেই গৈ যেতিয়া ভনীয়েক সেউতীৰ কাণত তেওঁৰ হাকিমৰ অক্ষমতাৰ কথা দহগুণ কৰি বাকি দিলেগৈ, তেতিয়া সেউতীয়ে আৰু বুঢ়া হাকিমৰ ঘৰত নাথাকে বুলি বাপেকৰ ঘৰলৈ যাবলৈ উথল-মাথল লগাই দিলে।

চিৰস্তাদাৰ চতুৰ বিচক্ষণ লোক। তেওঁ ভালকৈয়ে বুজিছিল চন্দ্ৰই কাম নোপোৱাৰ ফল কি হ'ব। তেওঁৰ চেনেহৰ তৃতীয় পক্ষৰ স্ত্ৰী সেউতীৰ আগতে যে মুখ দেখুওৱা টান হ'ব আৰু তেওঁ নানা কটু-কাটব্য শুনিব লাগিব এইটো স্বতঃসিদ্ধ বুলি ধৰি লৈ এই বিপদৰপৰা ৰক্ষা পাবলৈ মধুসূদনক সুঁৱৰি এখুজি-দুখুজিকৈ গৈ যেতিয়া পদূলি পালেগৈ আৰু পদূলি মুখত দুখন ঘোঁৰাৰ গাড়ীত চাকৰ লহনক মাল-পত্ৰ বোজাই দিয়া দেখিলে তেতিয়া তেওঁৰ মূৰ ঘূৰি গ'ল; হাত-ভৰি আশঙ্কাত কঁপি উঠিল। থৰ লাগি কিছু পৰ তাতে বৈ এটি হুমুনিয়াহ কাঢ়ি যেতিয়া ভয়ে ভয়ে ভিতৰত সোমাই সেউতীক সাজ-পাৰ কৰি গুলোৱা দেখিলে, তেতিয়া আমাৰ হাকিমৰ মুখ তেনেই শুকাই পৰিল। সেউতীলৈ একেবাহে চাই চকুত মিনতি ভৰা দৃষ্টি লৈ মাটিতে মাত-বোল নোহোৱাকৈ প্ৰতাপী চিৰস্তাদাৰ কাতৰ হৈ ৰহি পৰিল আৰু অলপ ধৈৰ্য ধৰি সেই পুহ-মহীয়া জাৰতো হাকিমে ঢকঢকৈ ওচৰত থকা লোটাৰে এলোটা পানী পেটত সুমাই অলপ ৰসিকতাৰে সেউতীৰ অভিমান মাৰ নিয়াবৰ মনেৰে "সৰগৰ অপেচৰা সেউতী সুন্দৰী" বুলিও যেতিয়া সুন্দৰীৰ মুখৰ মাত উলিয়াব নোৱাৰিলে তেতিয়া তেওঁৰ প্ৰতি সেউতীৰ অভিমানৰ গুৰুত্ব বুজিবৰ আৰু হাকিমৰ বাকী নাথাকিল।

সেউতী লাহতী ৰচকী ছোৱালী। তাতে 'আধুনিকা'। নানা আভৰণেৰে সাজি-কাচি চিৰস্তাদাৰৰ কাতৰ মিনতিলৈ ভ্ৰূক্ষেপ নকৰি যেতিয়া সেউতী ওলাই যাবৰ নিমিত্তে শোৱাঘৰৰ দুৱাৰদলি ডেৰৰ উপক্ৰম কৰিলে তেতিয়া চিৰস্তাদাৰ স্থিৰে থাকিব নোৱাৰিলে। উঠি আগ-ভেটা দি সেউতীৰ হাত জপাই ধৰিলেগৈ। সেপ ঢুকি মুখত হাঁহি লৈ ক'লে, "এই আয়োজন কাৰ তপোভঙ্গৰ নিমিত্তে সেউতী?"

সেউতীয়ে এছাৰ মাৰি একৰাই যাবৰ উপক্ৰম কৰিলে।

"শুনা সেউতী, শুনা। শুনি মোক দণ্ড বিহা।"

এইবাৰ সেউতীৰ মাত ওলাল। ক'লে, "বুঢ়াৰ কথা শুনিবৰ মোৰ সময় নাই। আমি কাকো দণ্ড বিহাৰ গৰাকীও নহওঁ।"

"তোমাৰ মুখত মোক বুঢ়া বোলা শুনিলে মোৰ আয়ুষ্ঠ ক'লা পৰি যায় সেউতী। আজি দুবছৰে তোমাক কেনেকৈ......"

"সকলো আমাৰ জনা আছে। আমি কাৰ কি? নহ'লেনো ককাইদেৱে এনেটো অপমান পাব লাগেনে? আমি তেওঁক তেতিয়াই নকৈছিলোঁ, এই বুঢ়াৰপৰা একো নহয়; কিছু টকা বৰপেৰাত সুমাবলৈ নাপালে মিতিৰ-কুটুমৰ হৈও একো নকৰে। এতিয়া?"

"শপত খাইছো সেউতী, তোমাৰ গাত ধৰি—যদি দুমাহৰ ভিতৰতে তেওঁক কোনো এটা কামত ধৰাব নোৱাৰোঁ তেনেহ'লে—"

"তেনেহ'লে কি হ'ব? মোৰ মূৰ খাব, আগৰ দুজনীৰ যেনেকৈ খালে?"

"কিয় এনে কলিজা ফাটি যোৱা কথা কোৱা? আগৰ দুজনীৰ লগত তুমি তোমাৰ তুলনা কৰা কিয়? শুনা সেউতী। তোমাৰ বাহিৰে মোৰ আৰু কোন আছে? তুমি এনেকৈ মোক এৰি থৈ গ'লে মোৰ গতিয়েই বা হ'ব কি?"

"আকৌ এজনী বিয়া কৰাব। আপোনাৰতো ধন-সোণৰ অভাৱ নাই।"

"সুবুজিলা সেউতী, তুমি মোক কেনেদৰে বান্ধি থৈছা।"

"চাওঁ এৰক, বাটত অগা-ভেটা নকৰিব। মই যাম বুলিছোঁ যামেই। যেতিয়া ককাইদেউৰ এটা গতি লগাব পাৰিব তেতিয়া মন গ'লে আকৌ মোক লৈ আহিবগৈ পাৰে।" বুলি দম্‌দম্ কৰে বুঢ়াৰ চকুলো, কাতৰ উক্তি নেওচি সেউতী গাড়ীত উঠিলগৈ।

গাড়ীৰ চকৰি ঘূৰাৰ লগে লগে চিৰন্তাদাদাৰ মনৰ চকৰিও ঘূৰিবলৈ ধৰিলে। গাড়ী যোৱাৰ ফালে তেওঁ অন্তৰত বিৰাট শূন্যতা লৈ উদাস দৃষ্টিৰে চাই ৰ'ল। গাড়ীৰ ঘৰ্ঘৰণিৰ লগে লগে তেওঁৰ অনুমান হ'ল যেন তেওঁৰ বুকুৰ ওপৰেদিহে যোঁৱাই চেকুৰ মেলিছে।

সাত্ত্বিক লোকক সময়ে সময়ে বিসঙ্গতিয়ে দেখা দিয়ে। চিৰন্তাদাদাৰ সাত্ত্বিক লোক। নিতৌ তিনিও প্ৰসঙ্গ তেওঁ নাম গায় আৰু ভোৰতাল কোবায়। হৰি দীনবন্ধুক নিচিন্তি একাধাৰ কথাও তেওঁ নকয়। সাতোটা

সেয়া জনাইছে কছাৰী ঘৰৰ পিৰালিত তেওঁ ভৰি দিয়ে। শ্ৰীকৃষ্ণৰ সহস্ৰ নাম লেখি এটাই হে লিখা-পঢ়া কামত তেওঁ ধৰে। বয়স অৱশ্যে বাঢ়িৰ ভেওনা পাৰ হৈছে। একেজন পুৰুষে এবাৰ নহয় তিনিবাৰকৈ বিয়া কৰাত কিছুমান নিন্দুকে নাক কোঁচাব পাৰে। সত্যৰ খাতিৰত আমি ক'বলৈ বাধ্য যে চিৰস্তাদাৰৰ তৃতীয় দাৰ-পৰিগ্ৰহৰ এটা সাত্বিক কাৰণ আছে।

শাস্ত্ৰত আছে—"পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্যা পুত্ৰাৎ পিণ্ডং প্ৰয়োজনম্।" পুত্ৰহীনৰ যাগ-যজ্ঞ, পূজা-অৰ্চনা, দান-দক্ষিণা সকলো পণ্ড, সকলো বিফল, আৰু সেইবোৰে বেচেৰাক নৰকৰপৰা উদ্ধাৰ কৰিবও নোৱাৰে। গতিকে হেজাৰ বাৰ চণ্ডীপাঠ কৰায়ো, এশবাৰ আই ষষ্ঠীক পূজা-পাতল দিও আৰু সন্ন্যাসী-প্ৰদত্ত নানাবিধ ভৌতিক আধিভৌতিক কৱচ সৰ্বাঙ্গত ধাৰণ কৰিও আৰু তাৰ লগে লগে দুগৰাকী বিয়া কৰায়ো পুত্ৰলাভ কাৰ্যত সাত্বিক চিৰস্তাদাৰ সফলকাম হ'ব নোৱাৰিলে। বৰঞ্চ তেওঁৰ দুয়োগৰাকী পত্নী নিঃসন্তান অৱস্থাতে সেন্দুৰ লৈ সিফলীয়া হ'ল। তেতিয়া অসীম ধন-দৌলতৰ অধিকাৰী পুৰুষৰ মনত পুন্নাম-নৰকৰ ভয়াবহ দৃশ্যই বিভীষিকা সঞ্চাৰ কৰাটো স্বাভাৱিক। ধৰ্মকাৰ্যত আমি আমাৰ চিৰস্তাদাৰক পাছ হোঁহকা দেখা নাই। অদম্য উৎসাহেৰে তেওঁ পুনৰ পুত্ৰৱান হ'বৰ বলৱতী বাসনা অন্তৰত ৰাখি পুন্নাম নৰকৰপৰা ৰক্ষা পাবৰ অৰ্থে ধৰ্মকাৰ্যত লাগি গ'ল আৰু ফলত দ্বিতীয় ভাৰ্যা ঢুকাবৰ ছমাহৰ ভিতৰতেই তৃতীয়া ভাৰ্যা নিজৰ ঘৰত নিজৰ হিয়াত চপাই ল'লে।

ধৰ্মকাৰ্যত সদায় বিঘিনি আছেই। তেওঁৰ এই বিয়াতো দুই-এজনে তেওঁৰ বয়স আৰু শক্তিহীনতালৈ ইঙ্গিত কৰি যে অন্তৰায় উপস্থিত কৰিবৰ চেষ্টা নকৰিছিল, এনে ন'হয়। শেষত কিন্তু ধৰ্ম আৰু শাস্ত্ৰৰেই জয় হ'ল।

চিৰস্তাদাৰযে এজন সাত্বিক পুৰুষহে এনে নহয়—তেওঁ এজন বৈদান্তিকো। "ত্বয়া হৃষীকেশ হৃদিস্থিতেন যথা নিযুক্তোঽস্মি তথা কৰোমি"—এইআধাৰ শ্লোক তেওঁৰ মুখত সদায় লাগি আছেই। পৰমপুৰুষ যন্ত্ৰী, তেওঁ মাথোন যন্ত্ৰ। হৃষীকেশে তেওঁক যেনেকৈ চলাইছে, তেওঁ তেনেকৈয়ে চলিছে। তেওঁ কেৱল নিমিত্তমাত্ৰ। পৰমপুৰুষৰ ইচ্ছা নোহোৱা হ'লে তেওঁৰ এই মায়া-মোহৰ সংসাৰত তৃতীয় বিবাহ কৰিব লগাত পৰিল হয় কেনেকৈ?

সেউতী বাপেকৰ ঘৰলৈ গ'ল হয়, কিন্তু পৰম-পুৰুষ হৃষীকেশে চিৰন্তাদাৰৰ ইংগিতত ভালকৈ থিতি লৈ তেওঁৰ শোৱন-খাৱনত ৰাপ নোহোৱা কৰি তেওঁক খিট্‌খিটীয়া কৰি তুলিলে আৰু হা-হুমুনিয়াহ তেওঁৰ গোটেই অন্তৰ ভৰাই দিলে।

সেউতী যোৱাৰ পিছদিনা দুপৰীয়া বুকুত বিৰহ আৰু বেজাৰৰ বোজা লৈ খাবলৈ গৈ এগৰাহ মুখত দিওঁতেই আঞ্জাত লোণৰ প্ৰাদুৰ্ভাৱ দেখি বঢ়া ভাত বঢ়াতে এৰি ৰান্ধনিৰ পিঠিত চিৰন্তাদাৰে ঔ পাৰিলে। এমোকোৰা খুন্দা তামোল মুখত সোমাওঁতেই চূণে তেওঁৰ মুখ দাকি পেলোৱাত চাকৰ মনাযে ভালকৈয়ে এপিটন পালে। তেওঁৰ অফিচৰে কেৰাণী কৃপালচন্দ্ৰই তেওঁক দেখিও প্ৰণাম নজনোৱাত কৃপাল অমনোযোগী বুলি বৰচাহাবলৈ বুলি নোট মাৰি পঠালে। চাপ্ৰাচী চক্ৰধৰে তেওঁৰ মেজখন চাফচিফুনকৈ নৰখা বুলি সেইদিনৰ তাৰ দৰমহা কাটিলে। ৰেভিনিউ পেস্কাৰে আজি তিনিদিনেও চিৰন্তাদাৰৰ আদেশমতে এটা খচৰা তৈযাৰ কৰিব নোৱৰাত তেওঁক ফয়ছলা-নবিছৰ কামলৈ বদলি কৰিলে। বাকীজাইৰ কেৰাণীয়ে বাকীজাইৰ লিষ্ট তেওঁৰ আগত ঠিক এঘাৰ বজাতে পেছ নকৰাত ভালকৈয়ে এসেকা পালে। নাজিৰ নকুলচন্দ্ৰই চিৰন্তাদাৰৰ মনোভাৱ বুজিব নোৱাৰি আগৰ দৰে এবাৰ তেওঁৰ ওচৰলৈ গৈ কি এটা কথা ক'বলৈ মুখ মেলোঁতেই এটা ধনঞ্জয় ভেকাহি খালে।

কিন্তু সৰাতোকৈ চিৰন্তাদাৰৰ কোপৰ মাত্ৰা চৰিল মাউৰা কিনাৰাম তৌজী-নবিছৰ গাত। এই কিনাৰামেইতো সকলো অনৰ্থৰ মূল। এওঁৰ কাৰণেইতো সেউতীৰ গৃহত্যাগ আৰু চিৰন্তাদাৰৰ লটিঘটি।

কিবা এটা কথা বুজিব নোৱাৰি কিনাৰামে এসোপা কাকত লৈ সেমেনা-সেমেনিকৈ চিৰন্তাদাৰৰ ওচৰ চাপিল। কিনাৰামক দেখা মাত্ৰেই চিৰন্তাদাৰৰ খং গৈ তেওঁৰ ব্ৰহ্মতালুত খুন্দিয়াৰ ধৰিলে। কিনাৰামৰ হাতৰপৰা কাকতবোৰ লৈ দলিয়াই পেলাই পোন্দোৰা-পুন্দিকৈ কিছু পৰ কিনাৰামলৈ চাই থাকি চিৰন্তাদাৰে মাত লগালে, "চোৰা কিনাৰাম, জন্মগত আৰু সহজাত গুণ নাথাকিলে কোনেও ভাল কেৰাণী হ'ব নোৱাৰে। 'ক্লাৰ্ক্‌ছ আৰ্ বৰ্ন্, নট্ মেইড্।' কাম পাইছা হয়, কিন্তু কাম চলাব জানিলে খোৱাতহে কেৰাণীৰ কৃতিত্ব

সময় নাই, অসময় নাই, এনেকৈ আহি মোক জুলুম নকৰিবা। তুমি দৰমহা খাবা আৰু মই তোমাক কাম শিকাই দিম, এই কথা নেচেল। তোমাৰ প্ৰথম কচুৰ বুলি এই বাবলৈ 'এক্স্‌কিউজ্‌' কৰিলো। যদি কাম বুজিব নোৱাৰা, তেন্তে এৰি থৈ যোৱা।"

কিনাৰামৰ কচুৰ কি বুজিব নোৱাৰি বেচেৰাই কাকত-পত্ৰবোৰ বুটলি লৈ নিজৰ ঠাইলৈ গৈ আকাশ-পাতাল ভাবিবলৈ ধৰিলে।

কেৰাণীকুলৰ অন্তৰ কঁপি উঠিল। মাজতে এবাৰ চিৰন্তাদাৰ চাহাবৰ ওচৰলৈ যোৱাত হেড্‌ ক্লাৰ্ক আহি ঠাঁৰে-ঠিয়াৰে বুজাই গ'ল যে চন্দ্ৰধৰে কাম নোপোৱাৰ হোৰ কাৰ ওপৰত তোলে তাৰ ঠিক নাই।

## ৫

এইদৰে কেৰাণীসকলৰ আতঙ্কত কিছুদিন গ'ল। এদিন হঠাতে যেতিয়া বৰ্তমান অৰ্থ-সঙ্কটৰ দিনত গবৰ্নমেণ্টে পতা খৰচ কমোৱা কমিটিৰ সিদ্ধান্ত-বোৰ আহি প্ৰলয়-ধূমকেতুৰ দৰে কাছাৰীত উপস্থিত হ'ল তেতিয়া কাছাৰীত হুলস্থুল লাগি পৰিল, সকলোৰে মনত চাঞ্চল্যাই দেখা দিলে। সৰহীয়া বেতন পোৱা কেৰাণীসকলৰ মুখ শুকাল। কোনোৱে দোষ দিলে গান্ধীক; কোনোৱে দোষাৰোপ কৰিলে ইংৰাজৰ ম'হতকৈ-শিং-চৰা শাসন-পদ্ধতিক। কমিটিৰ আৰু এটা প্ৰস্তাৱ আছিল ডেৰ কুৰি বছৰ বা ততোধিক কাল যিসকলে বিষয় ভোগ কৰি আহিছে সেইসকলক কামৰ কোনো ক্ষতি নোহোৱাকৈ এৰি দিব পাৰিলে পেঞ্চন দি কামৰপৰা অৱসৰ লোৱাব লাগিব। আজি কিছু দিনৰেপৰা কেৰাণীসকলৰ ওপৰত চিৰন্তাদাৰৰ অত্যাচাৰৰ মাত্ৰা দিনক দিনে বেছি হোৱাত কেৰাণীসকলে পেটে পেটে এই প্ৰস্তাৱটোৰ শলাগ লৈ মুখত বেজাৰৰ ভাব দেখুৱাই যেতিয়া তেওঁৰ ওচৰ চাপিল তেতিয়া নিৰ্বিকাৰচিত্ত চিৰন্তাদাৰৰ মুখেদি মাথোন ওলাল—"আমাৰ এতিয়া ৰাজসিক কামত সময় কটোৱাৰ দিন আৰু নাই। মই আজি অনেক দিনৰেপৰা যাওঁ যাওঁ বুলিও কেৱল চাহাবে নেৰাওঁহে ইমানদিনে মুকলি-মূৰীয়া হ'ব পৰা নাছিলোঁ। এতিয়া তেওঁক পৰমপুৰুষে চকু মেলি চাইছে।" কিন্তু পৰমপুৰুষৰ তেওঁৰ প্ৰতি মেলা চকু জপোৱাবলৈ চিৰন্তাদাৰে ভিতৰি ভিতৰি চেষ্টাৰ ত্ৰুটী নকৰিলে। বৰচাহাবেও বোলে বুজি উঠিল চিৰন্তাদাৰৰ

দৰে এজন বিচক্ষণ প্ৰবীণ কৰ্মচাৰীক কামৰপৰা অৱসৰ দিলে নিয়মিত সময়ত মৌজাদাৰসকলৰপৰা খাজনা আদায় কৰাত বিঘিনি মিলিব।

কিন্তু 'বিশ্বাসং নৈৱ কৰ্তব্যং স্ত্ৰীষু ৰাজকুলেষু চ।' আজি প্ৰায় ডেৰ কুৰি বছৰ কাছাৰীত কাম কৰি চুলি পকোৱা চিৰন্তাদাৰে এই কথা হাড়ে হাড়ে বুজিছিল। কেতিয়া কোন সময়ত ঘপহ্ কৰে তেওঁক কামৰপৰা অৱসৰ দিয়ে তাৰ ঠিক নাই। কামৰপৰা গ'লেযে তেওঁ দাঁত-ভগা সাপ হ'ব আৰু তেতিয়াযে তেওঁলৈ ৰাজপুৰুষেই হওক বা অইনেই হওক, কোনেও কেৰাহিকৈয়ে নাচাব, এই কথাও তেওঁ ধ্ৰুৱ সত্য বুলি ধৰি লৈছিল। ইফালে তেওঁ থাকোঁতেই চন্দ্ৰৰ এটা দিহা লগাব নোৱাৰিলে'তেওঁৰ সেউতীয়ে-যে ধনু ভঙা পণ ভঙ্গ কৰি তেওঁৰ ওচৰ চাপিব, তাৰো তেওঁ কোনো আগন্তুক নেদেখিলে।

ইয়াৰ ভিতৰতেই বিৰহী চিৰন্তাদাৰে দুবাৰো সেউতীৰ ওচৰলৈ গৈ অনেক সাধ্য-সাধনা কৰিছিল। এডাল পাঁচশটকীয়া সোণৰ হাৰো সেউতীক উপহাৰ দিছিলগৈ। কিন্তু সেউতীয়ে যেতিয়া সকলো উপেক্ষা কৰি চিৰন্তাদাৰৰ বুকুত জলি থকা বিৰহৰ অগনিত ঘিউ ঢালি একপ্ৰকাৰে খেদিয়েই পঠালে, তেতিয়া কিনাৰামৰ প্ৰতি তেওঁৰ আক্ৰোশৰ মাত্ৰা আৰু চৰি উঠিল। হৃষীকেশক হৃদয়ত স্থিত কৰাই লৈ তেওঁ চন্দ্ৰৰ কৰ্মপ্ৰাপ্তিৰ বিষয়ে সুযোগ অন্বেষণ কৰিবলৈ ধৰিলে।

## ৬

চিৰন্তাদাৰৰ সুযোগ কিন্তু সোনকালেই মিলিল। উদ্যোগী পুৰুষৰ প্ৰতি ভাগ্যলক্ষ্মী সুপ্ৰসন্ন হ'ল।

সিদিনা কিনাৰামে দৰমহা পাই জেউতিলৈ এবটল তেল আৰু ভাল মাছ তৰকাৰী কিনি লৈ ঘৰ সোমাল। কিন্তু ঘৰত চাকি জলা নেদেখি এটা অজানিত আশঙ্কাত তেওঁৰ বুকু কঁপি উঠিল। শেৰত শয্যাত যেতিয়া জেউতিক সংজ্ঞাহীন অৱস্থাত পৰি থকা দেখিলে, তেতিয়া বেচেৰাই হাতৰ বস্তু দলিয়াই জেউতিক আঁকোৱালি ধৰিলেগৈ। কিনাৰামৰ সুখ-দুখৰ একমাত্ৰ লগৰীয়া, কিনাৰামৰ প্ৰাণৰ শক্তি, সেৱা-পৰায়ণা এই জেউতি। তেওঁৰ অবিহনে……। কিনাৰামে আৰু ভাবিব নোৱাৰিলে। তেওঁৰ অনুমান

হ'ল যে গোটেই ভৱিষ্যতে দাৰুণ দুৰ্ভেদ্য অন্ধকাৰৰ মূৰ্ত্তি লৈ জিভা মেলি তেওঁক গ্ৰাস কৰিবলৈ উদ্যত হৈছে।

পিছদিনা ওচৰতে এজনী বুঢ়ীৰ হাতত কষ্টেকলৈ জেউতিক গতাই দি বেচেৰা কিনাৰামে কাছাৰীত চিৰস্তাদাৰৰ কাষ চাপি কন্দনামুৱা হৈ কলে,—"মোক সাদিনৰ ছুটী দিয়ক। ঘৰত পৰিবাৰক চাবলৈ-চিন্তিবলৈ কোনো নাই।"

"দুখৰ কথা। বাৰু দৰ্খাস্তখন দিয়ঁা, চাহাবক ধৰোঁগৈ। কিন্তু আজি-কালি ৰেভিনিউ কালেক্‌শ্যনৰ দিন, কি হয়!"

দৰ্খাস্ত লৈ চিৰস্তাদাৰ ৰবচাহাবৰ ওচৰ পালেগৈ আৰু নানা কথাৰে কিনাৰাম যে কামত অপটু আৰু কাম দেখিলে ভয় খাই পিছ হোহকা বিধৰ মানুহ ৰবচাহাবক বুজাই দি ছুটীৰ দৰ্খাস্ত নামঞ্জুৰ কৰাই লৈ আহিল।

কিনাৰামৰ বিপদত চিৰস্তাদাৰৰ শোক উথলি উঠিল। বেজাৰেৰে ক'লে, "বোপা, তুমি মোৰ বন্ধুৰ ল'ৰা। কেতিয়াবা নিজৰ ল'ৰা যেন ভাবি তোমালোকক দুখাৰ এধাৰ টান কথা কওঁ। জানো তোমালোকে ভাত বেয়া নোপোৱা বুলি। তোমাৰ এই বিপদত সহায় কৰিব নোৱাৰিযে কি শোক পাইছোঁ, তাক নেদেখাজনে দেখিছে। চাহাবক ইমান বুজালোঁ— তোমাৰ হৈ ইমান কাকুতি-মিনতি কৰিলোঁ! উহু, নটলিল। সেই একে কথা—বৰ্ত্তমানে এই খাজনা তোলা সময়ত কাকো ছুটী দিব নোৱাৰে। হৰি হে দ্বীনবন্ধু, এয়েই গোলামীৰ সুখ। নিজৰ তিৰোতা মৃত্যুশয্যাত, তাতো আমাৰ ছুটী নিমিলে!"

অলপ পৰ তলকা মাৰি হৃষীকেশক চিন্তি লৈ চিৰস্তাদাৰে ফুচফুচাই কিনাৰামক পুনৰ ক'লে,—"বাৰু তুমি এতিয়া যোৱাঁ। মোৰ দায়িত্বতে তোমাক পঠালোঁ। কাইলৈ ঘৰৰপৰা ছুটীৰ দৰ্খাস্ত দিবাঁ। আকৌ এবাৰ তোমাৰ হৈ চাহাবৰ ওচৰত কান্দি চাম।"

আত্মগ্লানি আৰু ধিক্কাৰে কিনাৰামৰ শৰীৰৰ তেজ শুহি পেলালে। কিনাৰামৰ দুৰ্ব্বল দেহক কাছাৰী ঘৰৰপৰা কিহে ঠেলি-হেচি নি জেউতিৰ ওচৰ পোৱালেগৈ, তাক বপুৰাই ধৰিবয়ে নোৱাৰিলে।

দুদিন দুৰাতি কিনাৰামে যুঁজি জেউতিক মৃত্যুৰ মুখৰপৰা আনি তৃতীয় দিনা হৰ্ষ-গৌৰৱৰ অনাবিল আনন্দৰ চিন মুখত লৈ কাছাৰী ঘৰত সোমাল।

কিন্তু তেওঁৰ ঠাইত চিৰন্তাদাদাৰ জেঠেৰিয়েক চন্দ্ৰক তৌজিৰ আহল-বহল বহীৰ পাতবোৰ মেলি থকা দেখি কিনাৰাম উচপ খাই উঠিল। বেচেৰাৰ বুজিবৰ বাকী নাথাকিল যে তেওঁৰ কপাল ভাগিল, তেওঁৰ কেৰাণী জীৱনৰ ওৰ পৰিল। তেওঁৰ ভৰিৰ তলৰপৰা পৃথিৱী আঁতৰি গ'ল। এটা দীঘল হুমুনিয়াহ কাঢ়ি কিনাৰাম বহি পৰিল।

অলপ পাছত চিৰন্তাদাদাৰে কিনাৰামক মাতি নি প্ৰবোধ দি ক'লে, "বোপা, দৰ্খাস্ত পায়েই চাহাব জলি পকি উঠিল, টুকুৰা-টুকুৰিকৈ দৰ্খাস্ত ফালি তোমাক কামৰপৰা অৱসৰ দিছে। ডিচিপ্লিন বৰ ডাঙৰ জিনিছ বোপা। তোমাৰ হৈ মাত্ৰ চাহাবৰ ভৰিতহে নধৰিলোঁ; কিন্তু তেওঁৰ মন ঘূৰাব নোৱাৰিলোঁ। কাম পাল্লা হয়, কিন্তু কাম ৰখাই থাব নোৱাৰিলা। মই কোৱা কথা আষাৰ বোধকৰোঁ বোপাৰ মনত থাকিব পায়—'ক্লাৰ্ক্ছ আৰ বৰ্ন্, নট্ মেইড্। এই চন্দ্ৰৰ গাতো কেৰাণীৰ ভাল লক্ষণ দেখা নাই। তেবোঁযে টিকি পেটৰ ভাত মোকলাব পাৰিব, তাত সন্দেহ আছে। আপোন মানুহক মোৰ কিন্তু কেৰাণীৰ কামত সুমাবৰ মনেই নাছিল বোপা। কিন্তু চাহাবে কেনেকৈ জানিলে চন্দ্ৰই আগতে কাছাৰীত কাম শিকা বুলি। টেলিগ্ৰাম·দি তেওঁক মতাই ননালৈকে মোৰ তত্ হেৰুৱালে। বোপা, মনত বৰ দুখ পালোঁ। যোৱাঁ, ঈশ্বৰে তোমাৰ মঙ্গল কৰক। হৰি হে দীনবন্ধু!"

৭

"সোনকালেই কাছাৰীৰপৰা আহিল দেখোঁ"—ৰোগশয্যাৰপৰা জেউতিয়ে সুধিলে।

কিনাৰামৰ মুখৰ মাত হৰিল।

"কি হৈছে আপোনাৰ? মুখখন ইমান শেঁতা পৰিছে কিয়?"

"শুনিবা জেউতি? আজিৰপৰা মোৰ কেৰাণী-জীৱনৰ লীলা সাং হ'ল।"

"কি দোষত?"

"দোষ এই—অপৰাধ—মোৰ নিমিত্তে চিৰন্তাদাদাৰ জেঠেৰিয়েক চন্দ্ৰই বহি থাকিব লগা হৈছিল।"

"বেজাৰ নকৰিব। বলক আমাৰ গাৱঁৰ ঘৰতে ভুঞীয়াৰ ভুঞীয়া অৱস্থাৰে ভদায়-নিকায় এগাল খাই দিন নিয়াওঁগৈ।"

"তাৰো যে বাট বন্ধ জেউতি! পোন্ধৰ শ টকাত মাটি-বাৰী, ঘৰ-দুৱাৰ বৰদেউতাক বন্ধকত দি জিলালৈ আহি কেৰাণীৰ কামৰ কাৰণে চিৰস্তাদাৰৰ বৰ পেটত ভৰালোঁ হেজাৰ টকা। উঃ কি পাষণ্ড, টকাও খালে আৰু দুমাহ নৌহওঁতেই কামৰপৰাও খেদালে!"

দুয়ো দুয়োৰে মুখলৈ চাই ৰ'ল। আৰ্তৰ দীঘল হুমুনিয়াহৰ মাজেদি বক্ষপঞ্জৰ বিদীৰ্ণ কৰি এটি মৰ্মন্তুদ তীব্ৰ হাহাকাৰ বাহিৰ হ'ল। নাজানো এই হাহাকাৰৰ আলোড়নত চিৰস্তাদাৰৰ হিয়াত থিতাপি লোৱা মহাপুৰুষ হৃষীকেশ কঁপি উঠিছিল নে নাই।

# অবুজ মায়া

**ৰমা দাশ**

যেতিয়া ভৰ-দুপৰীয়া আমৰ তলে তলে, জামৰ তলে তলে ঘূৰি ফুৰাটোৱেই জীৱনৰ একমাত্ৰ ডাঙৰ উত্তেজনা আছিল; যেতিয়া গড়খাৱৈত, বৰষুণৰ পানীত কাকতৰ সৰু নাওখনি সাজি উটুৱাই দিয়েই মহা উল্লাস আৰু আমোদ উপভোগ কৰিছিলোঁ; যেতিয়া ফৰিংফুটা জোনাক ৰাতি আকাশৰ চপৰা-চপৰি শুকুলা মেঘৰ গাত সঁচাকৈয়ে ঐৰাৱত হাতীৰ খোজ দেখিবলৈ পাইছিলোঁ—গল্পটো ঠিক সেই সময়ৰ আৰু মনৰ সেই আলসুৱা অৱস্থাৰ।

মোৰ এতিয়াও স্পষ্ট মনত আছে আমাৰ গুৱাহাটীৰ ঘৰৰ পাছফালে, লগালগিকৈ প্ৰকাণ্ড এখন আমৰ বাৰী আছিল। সেই আমৰ বাৰীখন পাৰ হৈ বাঁহ গছৰ তলে তলে সৰু লুংলুঙীয়া এটা বাটে কিছু দূৰ গৈ থাকিলে মান-কচু আৰু পানী-মেটেকাৰে ঢাক খাই থকা, এটা আধা-মৰা পুৰণিকলীয়া সৰু পুখুৰী পোৱা গৈছিল। সেই পুখুৰীটোৰ কাণে কাণে গৈ থাকিলে ৰেললাইনটো পোৱা যায়। সেই ৰেললাইনটোৰ সিকাষেই আকৌ বৰ দীঘল এখন পাণ-তামোলৰ বাৰী। সেই বাৰীৰ দাঁতিতে আধা-টিনৰ আৰু আধা-খেৰৰ এটি সৰু জুপুৰি ঘৰ। সেই ঘৰটিৰ চোতালতে বৰ ৰঙাকৈ পকা এজোপা ডালিম গছৰ তলত, আমি তেতিয়া সেউজী বাই বোলা এগৰাকী মানুহক সদায় বৰ মন দি, তলমূৰকৈ কাপোৰ বৈ থকা দেখিবলৈ পাইছিলোঁ। সেইদিনত দিনটোৰ সকলো ফূৰ্তি আৰু আমোদৰ, সেই সেউজী বাইৰ ঘৰৰ চোতালখনেই আমাৰ এটি প্ৰধান গোপনীয় আড্ডাৰ দৰে আছিল।

মোৰ এতিয়াও স্পষ্ট মনত পৰে, আমি যেতিয়া দুপৰীয়া হাফ্‌পেণ্টৰ জেপে জেপে চুৰি-কটাৰী আৰু নিমখৰ টোপোলা লৈ, গছৰ তলে তলে কেঁচা আম-কলি আৰু কৰ্জা-টেঙা বিচাৰি ওলাইছিলোঁ, তেতিয়া সেই

সেউতী বাইৰ চোতালতে থকা ডালিম গছ জোপাৰ তলত, আমাৰ দীঘলীয়া অভিযানৰ সদায় অন্ত পৰিছিলহি। আৰু আমি সেই ডালিম গছ জোপাৰ তলতে পৰি থকা ডাঙৰ শিলবোৰৰ ওপৰত বহি লৈ আমাৰ নিজৰ নিজৰ হাতৰ আৰু জেপৰ সামগ্ৰীবোৰ উলিয়াই লৈ, মহা আনন্দেৰে ভগাই-জগাই টপালি টপালি খোৱাত লাগি গৈছিলোঁ।

আমাক সেইদৰে দলে-বলে উপস্থিত হোৱা যেন দেখিলেই সেউতী বায়ে সদায় তেওঁৰ তাঁতশালৰপৰা উঠি আহিছিল আৰু আমাৰ লগত যোগ দি ঠিক আমাৰ সমনীয়া এজন সৰু ল'ৰাৰ দৰেই হাঁহি-ধেমালি কৰি, তেওঁ নিজৰ ভাগৰ আম-কলি আৰু কৰ্জা-টেঙা হাত পাতি আমাৰ হাতৰপৰা খুজি নিছিল।

আমাৰ লগত ইমান বেছিকৈ মিলিছিল কাৰণেই বোধ কৰোঁ সেই দিনত সেউতী বাইক আমি আটায়ে বৰ ভাল পাইছিলোঁ। সেউতী বাইৰ আগত আমাৰ দুখ-সুখৰ সকলো কথা পাতিছিলোঁ আৰু আন কি সেউতী বাইক শুনাই শুনাই কেতিয়াবা প্ৰবোধো দিছিলোঁ যে সেউতী বাইৰ ঘৰথন যদি উদং নহৈ তাত আমাৰ সমনীয়া এটি সৰু ল'ৰা থাকিলহেঁতেন, তেনেহ'লে আমি তাকেই আমাৰ দলৰ বজা পাতি চাৰিওপিনে ফুৰাই লৈ ফুৰিলোঁহেঁতেন আৰু আটায়ে উৰাই-ঘূৰাই মৰম কৰিলোঁহেঁতেন।

কিন্তু তেনেকৈ ক'লেও আমি সেই দিনতেই কেনেবাকৈ সেই কথা অনুভৱ কৰিছিলোঁ যে সেউতী বাইৰ ঘৰথন কিবা এটি কাৰণে নিচেই উকভা আছিল। আৰু সেই ঘৰত, সেউতী বাইৰ বাহিৰে আৰু অইন জন-প্ৰাণী কোনো থকাৰ সম্ভাৱনা নাছিল। দিনৰ দিনটো, আমি দেখাত, সেই ঘৰলৈ কেতিয়াও কোনো মানুহ ফুৰিবলৈ নাহিছিল। আৰু কেতিয়াবা আমি যাব খুজিলেও সকলোৰে চকু এৰাই, লুকাই চুৰকৈ, গা ঢাকিহে কোনোমতে পলাই যাব পাৰিছিলোঁ।

তেনে এটি বাধাৰ কাৰণেই বোধ কৰোঁ সেউতী বায়ে আমাৰ লগত মিলোঁতে সদায় অলপ সঙ্কোচে আঁতৰে আঁতৰে ব্যৱধান ৰাখি মিলিবলৈ যত্ন কৰিছিল। আমি বিচাৰিলেও তেওঁ কেতিয়াও আমাৰ লগত একেলগে আহি বহি কথা নাপাতিছিল। নাইবা ধেমালিতে কেতিয়াও আমাৰ গাত হাত দি, আনন্দতে হলি-গলি নকৰিছিল। আৰু আমি খুজিলেও তেওঁৰ

পাকঘৰৰপৰা উলিয়াই নিমখ নাইবা অইন কোনো বস্তুকেই আমাক খাবলৈ নিদিছিল। আনকি কেতিয়াবা পিয়াহত পানী বিচাৰিলেও, চোতালৰ কুঁৱাটোৰপৰা পানী তুলি দি সেই পানী বাল্টিৰ কাণেৰে আমাৰ হাতৰ তলুৱাৰ ওপৰত ওপৰৰপৰা বাকি দিছিল।

সেউতী বাইৰ মৰমখিনি, এইদৰে অলপ আঁতৰে আঁতৰে পাইছিলোঁ কাৰণেই বোধ কৰোঁ সেউতী বাইৰ প্ৰতি আমাৰ সকলোৰে কিবা এটি অদ্ভুত টান আছিল। আৰু আমি হেজাৰ মাৰ-ধৰ গালি-শপনি খায়ো, দিনটোৰে ভিতৰত এবাৰ নহয় এবাৰ তেওঁৰ ওচৰলৈ যাবলৈ অশেষ চেষ্টা কৰিছিলোঁ। আৰু মই হ'লে ৰাতিও কেতিয়াবা বিচনাত শুই শুই ভাবিছিলোঁ যে সেউতী বাইৰ মাত-কথা আৰু চকুহাল যেনে মৰম-সনা, কেতিয়াবা তেওঁৰ বুকুৰ মাজত শুবলৈ পোৱাহেঁতেন বোধ কৰোঁ আইতাৰ বুকুৰ মাজত শোৱাতকৈও আৰু বেছি ভাল লাগিলহেঁতেন। কিন্তু সেইদৰে ভাবিলেও সেই কথা মই তেতিয়াই উপলব্ধি কৰিছিলোঁ যে আমাৰ ঘৰবোৰত যিমান দিনলৈ মা-দেউতা বা আইতাহঁত থাকে, সিমান দিনলৈ কেতিয়াও তেনে এটি কথা হোৱাৰ কোনো সম্ভাৱনাই নাছিল।

এদিন ভৰ-দুপৰীয়া।

মোৰ এতিয়াও ধুনীয়াকৈ মনত পৰে। মই অকলে অকলে আমাৰ বাৰীৰ মাজে মাজে বোধ কৰোঁ মুগা নেউল এটা দলিয়াই দলিয়াই পিছে পিছে খেদি আহিছিলোঁ ৰেলৰ লাইনটোলৈ।

এনেকৈ কেতিয়া যে ৰেলৰ লাইন পাৰ হৈ সেউতী বাইৰ ঘৰৰ ওচৰৰ সেই পাণ-তামোলৰ বাৰীখন পালোঁগৈ মই ক'ব নোৱাৰোঁ।

দূৰৰপৰাই ভাবে তামোল গছ এজোপাৰ আঁৰ লৈ মই মনে মনে সেউতী বাইৰ তাঁত-শালৰ ফালে একেথৰে চাই আছিলোঁ। দেখিলোঁ সেউতী বায়ে আনকালৰ দৰে সিদিনাও তলমূৰ কৰি একান্তমনে বোধ কৰোঁ তেওঁৰ তাঁতৰ কাপোৰৰ ওপৰত বাঁহৰ সৰু সৰু ছিৰিৰে আঁচু-সূতাৰ ডাঙৰ ডাঙৰ ৰঙা ফুল বাছি আছিল। আৰু সেই সূতাৰ ৰঙা বোলখিনি তেওঁৰ মুখত পৰি, সিদিনা মুখখন আৰু বেছি ধুনীয়া হৈ উঠিছিল।

এইদৰেই কিবা এটি এৰাব নোৱৰা মায়াত পৰি, মই তামোল গছ-জোপাৰ আঁৰৰপৰাই মনে মনে সেউতী বাইৰ মুখ খনিলৈ ৰ লাগি চাই

'আছিলো। এনেতে সেই মুখখনিৰপৰা মোৰ চকু দুটা হঠাতে এবেলি যেন সেউতী বাইৰ ঘৰৰ পিৰালিৰ ফালে আঁতৰি গ'ল। আৰু সেই পিৰালিৰ ওপৰত এটা নহয় চাৰিটাকৈ ধুনীয়া ধুনীয়া মেকুৰী পোৱালি ঘূৰি ফুৰা দেখি, মই হঠাতে সকলো পাহৰি লৰ মাৰি সেইখিনি পালোঁগৈ। আৰু তাৰে সবাতোকৈ ধুনীয়া ফুট্‌ফুটীয়া বগা পোৱালিটো বুকুত সাবটি লৈ সেউতী বাইৰ ওচৰলৈ দৌৰি আহি সেউতী বাইক মাতি ক'লোঁ,

—সেউতী বাই, সেউতী বাই, তোমাৰ এই মেকুৰী-পোৱালিটো মই নিম দেই।

ইমান অকস্মাতে বোধ কৰোঁ মোৰ সেই মাতষাৰ শুনি, সেউতী বাই তেনেই আচৰিত হৈ গ'ল আৰু মোৰ লগত ধেমালি কৰিবৰ কাৰণেই হ'বলা, মোৰ চকুলৈ চাই হাঁহি এটা মাৰি ক'লে,—সোণ, সেই মেকুৰী-পোৱালিটো মই তোমাক কেতিয়াও দিব নোৱাৰোঁ।

মই আচৰিত হৈ সুধিলোঁ,

—সেউতী বাই, কেলেই?

সেউতী বায়ে হাঁহি হাঁহি ক'লে,

—সোণ, সেই মেকুৰী-পোৱালিটো মই মুকুটক দিম বুলি আগতেই কথা দি থৈছোঁ।

সেউতী বাইৰ কথাৰ প্ৰচ্ছন্ন ধেমালিটো মই তেতিয়াও সমূলি ধৰিব নোৱাৰিলোঁ, সেয়ে অন্তৰত এটি দাৰুণ আঘাত পোৱাৰ দৰেই চলচলীয়া চকুৰে সেউতী বাইৰ মুখলৈ চাই ক'লো,

—সেউতী বাই, তুমি যদি সঁচাকৈ দিওঁ বুলি মুকুটক আগতে কথা দি থৈছা, তেনেহ'লে তাকেই দিব পাৰা। কিন্তু মই ভাবোঁ, মুকুটে নাপাই সেই পোৱালিটো মইহে পোৱা উচিত আছিল। কিয়নো, মুকুট নাইবা আমাৰ দলৰ আন সকলো ল'ৰাতকৈ, মই ডাঠি ক'ব পাৰোঁ, মইহে তোমাক বেছি ভাল পাওঁ। আৰু পাওঁ কাৰণেই আইতাৰ মাৰ-কিল আৰু গালি-শপনি খায়ো তোমাক সদায় এইদৰে দিনটোত এবেলি নহয় এবেলি দেখা দি যাওঁহি।

মোৰ সৰলতা ভৰা অন্তৰৰ এই অতি প্ৰগাঢ় কথাখিনি শুনি, সেউতী বায়ে বোধ কৰোঁ বেছি পৰ থিৰেৰে থাকিব নোৱাৰিলে। ডেও ভাঁড-শালৰ-

পৰা উঠি আহি, তেওঁৰ ওচৰলৈ মোক চপাই নি তেওঁৰ কোলাত মোক হুমুৱাই লৈ, অতি মৰমেৰে মূৰৰ চুলিখিনি পিছি দি দি ক'বলৈ ধৰিলে,

—সোণ, সেই কথাটো মই ভালকৈ জানো। আৰু জানো কাৰণেই তোমাৰ লগত এইখিনি ধেমালি কৰিছিলোঁ। মই এই মেকুৰী-পোৱালিটো মুকুট নাইবা আন কাকো নিদিওঁ। তোমাকেই দিম বুলি আগতেই বাছি থৈছোঁ। তাই অলপমান ডাঙৰ হ'লেই মাকৰ পিয়াহ এৰিলেই তুমি এদিন আহি লৈ যাবাহি।

সেউতী বাইৰ হাতৰ আৰু কোলাৰ এই প্ৰথম পৰশ পাই মোৰ সকলো অন্তৰখন সিদিনা আনন্দত একেবাৰে অধীৰ হৈ উথলি উঠিল। তাৰ পিছত মই যেন আৰু এক দণ্ডও তাত ৰ'ব নোৱাৰি কেৱল এটি সুবুজা উন্মাদনাত আকৌ ঘৰৰ অভিমুখে উৰ্ধ্বশ্বাসে দৌৰিবলৈ ধৰিলোঁ।

এইদৰে দৌৰি আহি আহি আমাৰ চোতালৰ মূৰতে আইতাক পাই, কিয় জানো ক'ব নোৱৰাকৈয়ে মই তেওঁক জোৰেৰে বুকুত সাবটি ধৰিলোঁ। আৰু কিবা এটা উচ্ছ্বাসত যেন অকস্মাতে নিৰ্বোধৰ দৰে কৈ পেলালোঁ,

—আইতা, আইতা, তোমাক মই আজি এটা কথা কম, শুনিবা দেই।

মই ইমান উচ্ছ্বাসেৰে ক'বলৈ বিচৰা দেখি আইতাই বোধ কৰোঁ কিবা এটি সন্দেহ কৰিলে আৰু সেই সন্দেহত তৎক্ষণাৎ মোৰ চকুলৈ পোন্দোৱাকৈ চাই অতি থঙেৰে সুধিলে,

—সোণ, মই নিশ্চয় জানো, তই আজি কিবা এটা ডাঙৰ জগৰ লগাই এইদৰে ঘৰলৈ দৌৰি আহিছ।

মই আৰু কথাটো বেছিপৰ লুকাবলৈ চেষ্টা নকৰি, হঠাতে কৈ পেলালো,

—আইতা, তুমি সন্দেহ নকৰিবা। মই অইন কোনো ডাঙৰ জগৰ লগাই অহা নাই। কেৱল ভুলতে গৈ গৈ এবেলি সেউতী বাইৰ ঘৰৰ ওচৰ পাইছিলোঁ। দূৰৰপৰাই চাই দেখিলোঁ, তেওঁৰ ঘৰৰ পিৰালিতে চাৰিটা ধুনীয়া ধুনীয়া মেকুৰী-পোৱালি ধেমালি কৰি ফুৰি আছে। তাৰে আটাইতকৈ বেছি ধুনীয়া বগা ফুটফুটীয়া মেকুৰী-পোৱালিটো তেওঁ মোক দিম বুলিছে। মই পোৱালিটো আমাৰ ঘৰত পুহিবলৈ আনিম দেই!

ইমান আবেগেৰে কোৱা সত্বেও আইতাই মোৰ অন্তৰৰ আকুলতাখিনি

বুজিবলৈ অকণো চেষ্টা নকৰিলে, বৰং অতি কুৎসিত নিৰ্মম এটি আক্ৰোশত, মোক হাতত ধৰি চোঁচোৰাই টানি, তেওঁৰ তাঁতশালৰ খুঁটা এটাত জৰীৰে টানি টানি বান্ধি লৈ, এছাৰি এডালেৰে অতি নিষ্ঠুৰভাৱে কোবাবলৈ ধৰিলে।

নেজানো কেলেই আইতাৰ সেই অন্যায় শাসন আৰু অকাৰণ আক্ৰোশৰ বিৰুদ্ধে মোৰ শিশু-মনটোৱে সিদিনা অতি দুৰ্ঘোৰ প্ৰতিবাদ কৰি উঠিল। আৰু সেই চেঙালুটি-পৰা পিঠিত নিৰ্মম কোববোৰ খায়ো মই খণ্ডত কেৱল চিঞঁৰি চিঞঁৰি ক'বলৈ ধৰিলোঁ,

—আইতা, আইতা, ই তোমাৰ অন্যায়। ই তোমাৰ ভুল! সেউতী বাইৰ গাত কোনো দোষ নাই। তুমি নাজানা সেউতী বাই অতি ভাল মানুহ। তুমি মোক হাজাৰ মাৰিলেও, কোবালেও মই সেউতী বাইৰ তালৈ যামেই। সেউতী বাইক ভাল পামেই…

মোৰ মুখৰ বোধ কৰোঁ এই ভীতিপূৰ্ণ কথাবোৰ শুনিয়েই, আইতাই সিদিনাৰপৰা মোৰ পহৰাত আৰু বেছি সতৰ্ক হৈ পৰিল। আৰু মই বাৰীৰ মাজেৰে সেউতী বাইৰ ঘৰৰ ফাললৈ লুকাই-চুৰকৈ যাব পৰা মোৰ সম্ভাব্য-অসম্ভাব্য সকলো বাট-পথকেই একেবাৰে বন্ধ কৰি দিলে।

লাভৰ ভিতৰত, সিদিনাৰপৰা ঘৰৰ ভিতৰতেই মই একপ্ৰকাৰ এটি অন্তৰীণ বন্দী-জীৱন যাপন কৰিবলৈ ধৰিলোঁ।

মোৰ চিন্তা হ'ল কেৱল দুটা।

কেনেকৈ সেউতী বাইৰ ঘৰৰ লগত মোৰ আগৰ সেই সংযোগটো পুনৰ স্থাপিত কৰিব পৰা যায়, কেনেকৈ তেওঁ দিব খোজা সেই মেকুৰী-পোৱালিটো পোহাৰ কাৰণে এদিন গৈ তেওঁৰ তাৰপৰা আনিব পৰা যায়।

এইদৰে ভাবোঁতে ভাবোঁতে হঠাতে এদিন এটা নতুন উপায় মোৰ মগজুৰ মাজেদি বিজুলীয়াই গ'ল।

মই ভাবি পালোঁ যে সেউতী বাইৰ ঘৰৰ লগত আগৰ সেই সম্বন্ধ স্থাপন কৰাটো, নাইবা তেওঁ দিব খোজা সেই মেকুৰী-পোৱালিটো আমাৰ ঘৰলৈ অনাটো হয়তো আৰু কোনো দিনেই সম্ভৱপৰ নহ'বও পাৰে। কিন্তু কেনেবাকৈ যদি এদিন গৈ সেই মেকুৰী-পোৱালিটো আনি মই মুকুটক দিব পাৰোঁ, তেনেহ'লে তাত আৰু কোনো বাধা নাই। আৰু হয়তো তেনে

কৰিলে আইতাই কোনো দিনেই আচল কথাটোৰ একো সম্ভেদ নাপাবও পাৰে।

মই যিমানেই এই কথাটো ভাবিবলৈ ধৰিলোঁ, সিমানেই কেনেবাকৈ এদিন পলাই সেউতী বাইৰ ঘৰলৈ যোৱাৰ কাৰণে মোৰ মনটো উত্ৰাৱল হৈ পৰিল। আৰু মই অধৈৰ্য হৈ দিনে-নিশায় কেৱল তাৰেই সুযোগ অন্বেষণ কৰিবলৈ ধৰিলো।

এদিন হঠাতে দুপৰীয়া সেই সুযোগ আহি পৰিল। সিদিনা আইতাৰ শাসনৰ আৰু শেন-দৃষ্টিৰ কিছু যেন শিথিলতা দেখি মই আকৌ বাৰীৰ ভিতৰত সোমাই পৰিলোঁ। আৰু ঠিক যেন বন্দী হোৱা জন্তু এটাৰ দৰেই ইপিনে সিপিনে খুন্দিয়াই, বাট বিচাৰি সীমাৰ ওথ ছফুট চকোৱা আৰু নানা হেঙাৰ অতিক্ৰম কৰিও কেনেবাকৈ সেউতী বাইৰ ঘৰৰ ওচৰৰ সেই পাণ-তামোলৰ বাৰীখন পালোঁগৈ আৰু তাৰপৰা কেৱল উৰ্দ্ধশ্বাসে দৌৰিবলৈ ধৰিলোঁ।

ইমান দিনৰ এই বাধা আৰু নিষ্পেষণত বোধ কৰোঁ মোৰ অন্তৰৰ আৱেগটো সিদিনা আৰু বেছিকৈ উদ্বেলিত আছিল। গতিকে সেউতী বাইৰ ওচৰ পায়েই, তেওঁক চোতালতে যঁতৰ এটা লৈ মহুৰা ফুৰাই থকা দেখিযেই, মই আৰু বৈ থাকিব নোৱাৰিলোঁ; একেবাৰে পিছপিনৰপৰা গৈ, তেওঁৰ ডিঙিত ভালকৈ সাবটি মাৰি ধৰি, তেওঁৰ মূৰৰ চুলিখিনিৰ মাজত মুখখন লুকাই লৈ কেৱল হুক্ হুক্কৈ কান্দিবলৈ ধৰিলোঁ।

মোক সেইদৰে কন্দা দেখি বোধ কৰোঁ সেউতী বায়ে অন্তৰত দাৰুণ এটি আঘাত পালে, আৰু লাহেকৈ মোৰ হাতখনত ধৰি, কোলাৰ ওচৰলৈ টানি আনি, অতি মৰমেৰে বহুৱাই লৈ, লাহে লাহে সুধিবলৈ ধৰিলে,

—সোণ, তুমি আজি এইদৰে কান্দিছা কেলেই?

সেউতী বাইৰ মৰম-সনা সেই মাতৰ পৰশত মোৰ বোধ কৰোঁ অন্তৰৰ সকলো বেথা একেবাৰে পাৰ ভাঙি নামি আহিল আৰু মই সেইদৰেই তেওঁৰ বুকুত মুখখন থৈ, হঠাতে এবেলি সুধি পেলালোঁ,

—সেউতী বাই, সেউতী বাই, তোমাৰ ইয়ালৈ আহিবলৈ ওলালে আইতাই মোক এইদৰে বাধা দিয়ে কেলে?

সেউতী বায়ে মোৰ এই আকস্মিক প্ৰশ্নটো শুনি কিছু পৰ থৰ হৈ ৰ'ল আৰু একো নোকোৱাকৈ মোৰ মুখৰ পিনে ৰ লাগি চাই থাকি, অতি বেদনা বিদ্ধৰ দৰে দুটি চল্‌চলীয়া চকুৰে ক'বলৈ ধৰিলে,

—মইয়ে সমাজৰপৰা বহিষ্কৃতা, সোণ! সেই কাৰণে

সেউতী বাযে কি ক'লে কথাষাৰৰ কোনো অৰ্থ বুজি নাপাই, মই আকৌ এবেলি তেওঁক সুধিলোঁ,

—সেউতী বাই, তেনেহলে তোমাৰ ইয়ালৈ অহাটো আইতাই কোৱা-মতে আমাৰ অন্যায়?

সেউতী বায়ে মোৰ প্ৰশ্নটো শুনি বোধ কৰোঁ আৰু বেছি আড়ষ্ট হৈ পৰিল। আৰু কিছু পৰ সেইদৰেই থৰ হৈ থাকি, মুক্ত আকাশৰ পিনে চাই এটি হুমুনিযাহ পেলাই, মোৰ চকুলৈ নোচোৱাকৈ কাণৰ ওচৰত অতি লাহে লাহেকৈ ক'বলৈ ধৰিলে,—অকল অন্যাযেই নহয় সোণ। মোৰ ইযালৈ আহিলে মানুহৰ পাপ লাগে; সিঁহতৰ জাতি যায়, ধৰ্ম যায়। আৰু বোধ কৰোঁ ইহকাল পৰকালো নষ্ট হয। কিন্তু মই ক'ব পাৰোঁ, সেইবোৰ কেৱল যসত ডাঙৰ আৰু বুজন মানুহৰ কাৰণেই। তোমাৰ দৰে যদি অবুজনব শিশু এটাই আহি এইদৰে মোৰ শুকান বুকুখনত কেতিয়াবা এখন্তেক সোমাই, দুদণ্ডৰ কাৰণে অলপ আনন্দ দি যায়, তেনেহলে তাৰ পাপ লাগে নে নালাগে সেই কথা মই ক'ব নোৱাৰোঁ। সেইকথা কেৱল একমাত্ৰ অন্তৰ্যামী ভগৱানেহে জানে।

কথাখিনি কৈ, যেন অতি ভয় পোৱাৰ দৰেই সেউতী বায়ে লাহে লাহে তেওঁৰ কোলাৰপৰা মোক মাটিত নমাই থ'লে, আৰু নিজেও লগে লগে থিয় হৈ লৈ, তেওঁৰ বিহাৰ আঁচলেৰে গিৰ্‌গিৰাই বৈ অহা দুয়োটি চকুৰ পানীবোৰ মচিবলৈ ধৰিলে।

সেউতী বাইৰ চকুত জীৱনত এই প্ৰথমবাৰলৈ চকু-পানীবোৰ দেখি, মোৰ যেন মনটোতে কিবা এটা খেলি মেলি লাগি পৰিল। আৰু কেনেকৈ সেই অস্বস্তিকৰ পৰিস্থিতিৰপৰা ওলাই আহিব পৰা যায়, মই কেৱল তাৰেই পথ বিচাৰিবলৈ ধৰিলোঁ।

আচৰিত কথা, ইয়াৰ পিছত মোক বখোৱাৰ কাৰণে সেউতী বায়েও আৰু কোনো প্ৰয়াস নকৰিলে। সঁচাকৈ বেকুৰী-পোৱালিটোৰ বিষয়ে

যিযাৰ কথা তেওঁক কওঁ বুলি মই ইমান উৰাউল হৈ দৌৰি গৈছিলোঁ, সেইযাৰ কথা মনৰ ভিতৰতে লৈ মই আকৌ উলটি আহিবলৈ বাধ্য হলোঁ।

বোধ কৰোঁ মনৰ এনেকুৱা এটি নিদাৰুণ অৱস্থাৰ মাজেৰেই মই দকৈ কিবা ভাবি ভাবি সেই ভৰ-দুপৰীয়া নিজান বাৰীৰ মাজে মাজে আমাৰ ঘৰৰ ফাললৈ উভতি আহি আছিলোঁ।

এনেতে সেই মৰা পুখুৰীটোৰ পাৰতে, হঠাতে এটা বৰ ডাঙৰ দুৰ্ঘটনা হৈ গ'ল।

পুখুৰীটো পাৰ হৈ, বাঁহৰ তলে তলে যোৱা, সেই লুং-লুঙীয়া বাটটোৰে আধামান পাওঁতেই, মই হঠাতে এঠাইত, বাঁহৰ জোপোহা এটিৰ মাজৰপৰা ওলাই অহা, কিবা অদ্ভুত ক'লা-ম'লা বস্তু এটি দেখিবলৈ পালোঁ। আৰু বস্তুটি কি একো ধৰিব নোৱাৰি, আতঙ্কত এবেলি একেবাৰে গগন-ফলা এটা চিঞৰ লগাই দিলোঁ।

সেই চিঞৰৰ লগে লগে মোৰ ডিঙিৰ ভিতৰখন একেবাৰে কৰ্কৰীয়া শুকান হৈ আহিল, আৰু মোৰ হাত-ভৰিবোৰ ভয় আৰু ভাগৰত তেনেই অৱশ হৈ কঁপিবলৈ ধৰিলে।

মই তথাপি কোনোমতে অ'ত-ত'ত ধৰি, চুঁচৰি চুঁচৰি আমাৰ পাছ-ফালৰ চোতালখনৰ মুখটো পালোঁহি। আৰু তাতেই আইতাই মোলৈ চাই ৰৈ থকা যেন দেখি, তেওঁৰ ভৰি দুখনতে অসহায় ভাবে সাৱটি ধৰি মাটিত ধাচ্ কৰে বাগৰি পৰি গ'লোঁ।

ইয়াৰ পিছত আৰু কি হ'ল, মোৰ মনত নাই।

মই যেতিয়া আকৌ এবেলি নকৈ সংজ্ঞা ফিৰাই পালোঁ, দেখিলোঁ মই আমাৰ ঘৰৰ ভিতৰতে আইতাৰ বিছনাৰ ওপৰত তেনেই অৱশ হৈ পৰি আছোঁ। আমাৰ খৰৰ আটায়ে আগুৰি ধৰি, বৰ গম্ভীৰ মুখ একোখন লৈ মোৰ মুখলৈ চাই আছে। আৰু আইতাই, তেতিয়াও মোৰ মূৰৰ ওপৰত জোলোকা জোলোকে ভৰা কলহৰ পানী দি ক'বলৈ ধৰিছে,

—সোণ, হঁ, ভৰা কলহৰ আৰু অলপমান পানী মুখত ল। মই এই ভৰা কলহৰ পানীৰ লগত তোৰ মুখত কলা-খাৰ অকণমান মুখুৱাই দিছোঁ। খালেই তই গাটো অলপ ভাল যেন পাবি।

—মই এতিয়াই মালিনী বুঢ়ীৰ তালৈ গৈ, তাইৰ হতুৱাই জাপ এডাল বটাই আনি তোৰ বাউসিত বান্ধি দিম।

—কিমান দিন তোক মই ক'লোঁ, ভৰ ছুপৰীয়াখন চক খাবলৈ বাৰীৰ মাজলৈ নেযাবি বুলি। তথাপি যদি মোৰ মূৰটো খাবলৈ কথাবোৰ শুনিলি।

—মই ঠিক বুজি পাইছোঁ, সেউতী মৰঁতীয়ে তোক কিবা আহুদি কৰিলে বুলি। কিন্তু ময়ো যদি সঁচাকৈ তোৰ বুঢ়ীমাৰ হওঁ, তাই বেটীকো মই এসেকা দিহে এৰিম।

—বেটী। কলঙ্কিনী, কুলটা! সমাজৰ আবৰ্জনা! লোকৰ ঘৰৰ ল'ৰাৰ ওপৰত তাই এইদৰে চকু দিয়ে কেলৈ? তাইৰ যদি ঘৰ-সংসাৰ কৰিবলৈকে ইমান হাবিয়াহ আছিল, নিজৰ গাটো সেইদৰে ছুৰা খেদাইছিল কেলৈ? দেশতটো এতিয়াও ৰজা বা আইন-কানুন নোহোৱা হোৱা নাই? মই ঠিক বুজিব পাৰিছোঁ, এই ভদ্র-পাৰাখনৰ ইমান ওচৰত তাইক সেইদৰে কেতিয়াও থাকিবলৈ দিব নোৱাৰি।

—তই অকণমান ভাল হৈ ল। মই তাইৰ বিৰুদ্ধে এদিন গৈ কাছাৰীত গোচৰ দি আহিম। পুলিচ মতাই অনাম। কোনোৱে যদি একো নকৰে, মই গুণ্ডা লগাই দি তাইৰ ঘৰ-দুৱাৰবোৰ ভঙাই পেলাম। মুঠৰ ওপৰত, মই থাকোঁ মানে, কেতিয়াও এই কণ কণ ল'ৰাগালৰ মূৰবোৰ, এইদৰে তাইক খাবলৈ দিব নোৱাৰোঁ।

আইতাৰ সেই হুম-হুমনি আৰু আস্ফালনবোৰ শুনিও মই সিদিনা মুখেৰে হেজাৰ চেষ্টা কৰিও আৰু একো মাতিব নোৱাৰিলোঁ। কিয়নো সেই আতঙ্কৰ গভীৰ অৱসাদৰ লগে লগে সিদিনা গধূলিৰপৰাই, মোৰ হাত-ভৰিবোৰ ক্ৰমে চেঁচা পৰি, মূৰত তীৰ-কঁপে জ্বৰ উঠি আহিল। আৰু সেই জ্বৰেই শেষত একেবাৰে সন্নিপাতত পৰিণত হৈ মোক প্ৰায় এমাহৰ কাৰণে বিছনাত তেনেই অজ্ঞানকৈ পেলাই থ'লে।

এই অসুখত প্ৰায় চাৰি সপ্তাহ ভুগি, মই এদিন যেতিয়া অলপ সুস্থ হৈ বিছনাত উঠি বহিলোঁ, দেখিলো মোৰ চাৰিওকাৰৰ পৃথিৱীখন যেন তেনেই সলনি হৈ গৈছে।

মা, দেউতা, আইতা, আন কি মোৰ লগৰ বন্ধু-বান্ধৱসকলৰ মুখতো,

আগৰ সেই উচ্ছ্বাস আৰু উদ্দীপনা যেন অকণো নাই। সকলোৰে মুখবোৰ অতি অসম্ভৱৰূপে শুকান, আন্ধাৰ আৰু গম্ভীৰ।

মই সেই গম্ভীৰতা দেখিয়েই নিজৰ মনৰ ভিতৰতে নানা কথা কল্পনা কৰি লৈ, সিদিনা মোৰ বন্ধু মুকুটক বিছনাৰ তেনেই ওচৰতে পাই, হঠাতে সুধি পেলালোঁ—

—মুকুট, তইঁতে আগৰ দৰে মোৰ লগত কথা নাপাত কেলৈ?

মুকুটে ইফালে সিফালে চাই অলপ সতৰ্ক হৈ লৈ ক'লে,

—সোণ, তই ক'ব নোৱাৰ, বোধ কৰোঁ তোৰ বৰ টান নৰিয়া হৈছিল। এই নৰিয়া হোৱাৰ কাৰণেই তোৰ ওচৰলৈ আমাক ইমান দিনে কাকো আহিবলৈ দিয়া নাছিল। এতিয়াহে অলপ সকাহ পৰা দেখি আমি দুখোজ-এখোজকৈ ওচৰ চাপি আহিবলৈ আৰম্ভ কৰিছোঁ।

মুকুটক গাৰ ইমান ওচৰতে পাই, সংজ্ঞা পোৱাৰপৰাই ইমান দিনে যিটো কথা জানিবলৈ মই অতি ব্যগ্ৰ হৈ আছিলোঁ, সেই কথাটোক হঠাতে সুধি পেলালোঁ,

—মুকুট, তইঁতে সেউতী বাইৰ কথা কিবা ক'ব পাৰ জানো?

মুকুটে প্ৰশ্নটো শুনি অতি গম্ভীৰভাৱে চাৰিওফালে এবাৰ আকৌ চাই লৈ মোৰ বিছনাৰ নিচেই ওচৰলৈ আহি অতি লাহে লাহে ক'লে,

—সোণ, ক'বলৈ গ'লে সি বহু কথা। তোক আটাইখিনি বোধ কৰোঁ আজি ক'ব নোৱাৰিম। তাতে তই গাটো এতিয়াও একেবাৰে ভাল পোৱা নাই। তই গা টঙাই আৰু অলপ সবল হৈ উঠ, মই এদিন মনে মনে আহি তোক গোটেই কথাবোৰ কৈ যাম।

মুকুটৰ সেই কথা শুনি, মই অতি অধৈৰ্যভাৱে তাৰ হাতখনত খামুচি ধৰি মোৰ বিছনাৰ একেবাৰে কাষলৈ টানি আনি ক'লোঁ,

—মুকুট, মই এই দুৰ্বল দেহাৰে ইমান দিন কেতিয়াও বাট চাব নোৱাৰিম। তই আজিয়েই মোক অলপ কৈ যা, সেউতী বাই আছে নে নাই? কিয় জানো মোৰ মনতে এটা বৰ ডাঙৰ দুশ্চিন্তা হৈছে, তেখেতৰ কিবা দুৰ্ঘটনা হোৱা বুলি।

মুকুটে মোৰ অনুৰোধ এবাৰ নোৱাৰি মোৰ বিছনাতে বহি লৈ অতি সতৰ্কভাৱে, একেবাৰে লক লক মাতেৰে ক'বলৈ ধৰিলে,

—সোণ, তই ঠিকেই অনুমান কৰিছ। সেউতী বাইৰ সঁচাকৈ এটা বৰ ডাঙৰ দুৰ্ঘটনা হৈছে! তেখেত আৰু এই পৃথিৱীত নাই।

—নাই? ক'লৈ গ'ল?

—ক'লৈ গ'ল সেই কথা তোক মই ক'ব নোৱাৰিম। মুঠৰ ওপৰত তেওঁৰ মৃত্যু হৈছে।

—মৃত্যু হৈছে!

—মৃত্যু হোৱা বুলিও ঠিক ক'ব নোৱাৰোঁ, তেওঁ হেনো নিজে নিজেই এদিন আত্মঘাতী হৈ মৰিছে।

—তেওঁ কিয় এই মাৰাত্মক দুৰ্ঘটনাটো কৰিলে?

—সি বোধ কৰোঁ এনেকৈয়ে এদিন হ'ল।

—সেইদিনাখন তেওঁৰ তাৰপৰা উভতি আহোঁতে বাটত চক খাই তই সন্নিপাত জ্বৰত পৰাৰ খবৰটো তেওঁ যেতিয়াই পালে তেতিয়াৰপৰাই বেচেৰীৰ গাত একেবাৰে তত্ নাইকিয়া যেন হৈ পৰিল। তেওঁ প্ৰত্যেক দিন খবৰ ল'বলৈ আহি তইঁতৰ ঘৰৰ নঙলা-মুখতে বৈ আছিলহি। কিন্তু মামা, মামী আৰু আইতাহঁতে তেওঁক এদিনো তাৰপৰা ইফাল হ'বলৈকে নিদিলে, বৰং প্ৰত্যেক দিনে নানা কটু কথা কৈ অভদ্ৰ ব্যৱহাৰ কৰি তেওঁক তাৰপৰাই ফিৰাই পঠিয়ালে।

তই বৰ দুৰ্বল হৈ পৰা বুলি শুনি, তেওঁ এদিন তোক দিবলৈ দুটামান বেদানা আৰু আঙুৰগুটি কোঁচত ভৰাই লৈ তইঁতৰ ঘৰলৈ আহিছিল। কিন্তু সেইদিনাখন আইতাই তেওঁক জপনামুখৰপৰাই খেদাই পঠিয়ালে। অকল সেয়ে নহ'য়, তেওঁ বাহিৰে বাহিৰে দি যোৱা সেই ফলগালো জাপৰী বুঢ়ীৰ হতুৱাই তেওঁৰ চকুৰ আগতে একেবাৰে বাটৰ নৰ্দমাতে নি পেলাই দিয়ালে।

তাৰ পিছত তোৰ অসুখৰ একেবাৰে শেষৰফালে জ্বৰৰ প্ৰকোপত তই প্ৰত্যেকদিনে ৰাতি কিবা এটা মেকুৰী-পোৱালিৰ কথা কৈ প্ৰলাপ বকা বুলি শুনি তেওঁ এদিন তোক দিয়াৰ কাৰণে মেকুৰী-পোৱালি এটা লৈও ইয়ালৈ আহিছিল। কিন্তু সিদিনাখনো আইতা আৰু জাপৰী বুঢ়ীহঁতে তেওঁক জপনাৰ ইফাল হ'বলৈকে নিদিলে। আৰু তাৰপৰাই নানা গালি পাৰি অপমান-বিকৰ্ষনা কৰি তেওঁক খেদি পঠিয়ালে।

এইবোৰ কাৰণেই কেইদিনমানলৈ সেউতী বায়ে তেওঁৰ ঘৰৰ ভিতৰতে বৰ মন মাৰি উত্তাৱল হৈ আছিল।

কিন্তু আইতা আৰু মামাহঁতে ইমানতো ক্ষান্ত নহৈ এদিন হেনো মামাৰ হতুৱাই তেওঁৰ বিৰুদ্ধে কাছাৰীত কিবা এটা গোচৰ দিয়ালেগৈ। তাৰেই ফলতে হ'ব পায় এদিন কেইটামান বঙামুৰা পুলিচ আহি সেউতী বাইৰ ঘৰটো তেনেই ঘেৰি পেলালে আৰু তাৰপৰা বয়-বস্তু উলিয়াই দলিয়াই পেলাবলৈ ধৰিলে। সিহঁতে সেউতী বাইকো জোৰ-জুলুম কৰি তাৰপৰা উলিয়াই দিব খুজিছিল। কিন্তু সেউতী বাই মান্তি নহ'ল। তেওঁ ক'লে যে তেওঁ দুদিন পিছতেই তাৰপৰা নিজে নিজেই আন এঠাইলৈ গুচি যাব।

তাৰ পিছদিনাখনেই বোধ কৰোঁ তোৰ অসুখ বৰ চাৰ। ডাক্তৰে কৈছিল ৰাতিটোৰ ভিতৰতে কি হয় হেনো একো ক'ব নোৱাৰি। আমি খবৰটো পাই বৰ দুখ মনেৰে পাৰিলে সেউতী বাইকো কোৱাৰ কাৰণেই তেওঁৰ ঘৰৰ ফালে ফুৰিবলৈ গৈছিলোঁ। তেওঁ আমাক দেখিয়েই মনে মনে ঘৰৰ ভিতৰলৈ মাতি নিলে আৰু বৰ দুখমনেৰে ক'বলৈ ধৰিলে,

—মইনাহঁত! তোমালোকেতো দেখি আছা; মই জনাত সোণৰ কোনো অহিত চিন্তা কৰা নাই। তাৰ কোনো অন্যায় কৰা নাই। দিনে, নিশায় ভগৱানৰ ওচৰত কেৱল তাৰ মঙ্গলৰ কাৰণেই খাটি আছোঁ। তথাপি যদি কিবা কাৰণে মোৰ দোষ হৈছে, মই নজনাকৈ তাৰ কিবা অন্যায় কৰিছোঁ, তেনেহ'লে তাৰ কাৰণে মই প্ৰায়শ্চিত্ত কৰিবলৈকো সাজু আছোঁ। তোমালোকক সাখী ৰাখি মই আজি ক'লোঁ যে মই মৰিলে যদি সঁচাকৈয়ে সোণৰ কিবা উপকাৰ হয়, তেনেহ'লে মই হাঁহি হাঁহি এই দেহা বিসৰ্জন দিবলৈকো প্ৰস্তুত আছোঁ। মই কেৱল বিচাৰোঁ মোৰ কাৰণে সোণৰ যাতে একো অন্যায় নহয়। সোণে যেন অকালতে প্ৰাণ হেৰুৱাব ল'গীয়া নহয়।

শুনিলোঁ, সেইদিনাখনেই হেনো ৰাতি সেউতী বায়ে তেওঁৰ ঘৰত কিয় জানো ভিঙিত জৰী লগাই আপোন-ঘাতী হৈ মৰিল। আৰু আচৰিত কথা, সেই ৰাতিৰপৰাই হেনো তোৰ ইফালে লাহে লাহে অলপ সকাহ পৰি আহিবলৈ ধৰিলে।

তাৰ পিছদিনাখন দুপৰীয়া আমি সেউতী বাইৰ অকলশৰীয়া ঘৰটো দূৰৈৰপৰা আলেঙে চাবলৈ গৈছিলোঁ। দেখিছিলোঁ যে এগালমান বঙা-

মুৱা পুলিচ আহি তেওঁৰ ঘৰখন একেবাৰে ঘেৰি পেলাইছিল। আৰু সিহঁতে চাৰিওপিনে ঘূৰি-পকি চাই, কিবাকিবি লিখি লৈ তেওঁৰ মৰা দেহটো হাস্পতালৰ হালধীয়া গাড়ীখনত ভৰাই কেনিবাদি তুলি লৈ গৈছিল।

কথাখিনি কৈ, মুকুটে তাৰ ৰঙা পৰা চল্‌চলীয়া ডুয়োটা চকুৰে মোৰ চকু ডুটালৈ একেথৰে বহুপৰ চাই ৰ'ল।

আৰু ময়ো যেন আৱেগৰ প্ৰাচুৰ্যত মুখেৰে একো মাতিব নোৱাৰি কেৱল তাৰ হাত এখন মোৰ হাতেৰে জোৰকৈ খামুচি ধৰি থাকিলোঁ।

মুকুটে সেইদৰেই আৰু কিছু পৰ নীৰৱ আছিল। মই নিজেই সেই নীৰৱতা এবেলি ভঙ্গ কৰি সুধিলোঁ,

—মুকুট, তই সেউতী বাইৰ সেই মেকুৰী-পোৱালিটোৰ কথা আৰু কিবা ক'ব পাৰ জানো?

মুকুটে মোৰ সেই প্ৰশ্নটো শুনি মোৰ হাতখন একৰাই থৈ, কেনিবাদি হঠাতে ওলাই গ'ল। আৰু অলপ পিছতেই ভিতিত ধুনীয়া ৰঙা বিৰন-মৰা নোদোকা, বগা, ফুট্-ফুটীয়া মেকুৰী-পোৱালি এটা আনি মোক দেখুৱাই লৈ ক'লে।

—সোণ, সেউতী বায়ে তোক দিবলৈ অনা এইটোৱেই সেই মেকুৰী-পোৱালিটো। শেষদিনাখন মই যেতিয়া তেওঁৰ ঘৰত তেওঁক লগ পাইছিলোঁ, তেওঁ মোক কৈছিল,

—মুকুট, মই এই মেকুৰী-পোৱালিটো সোণক দিম বুলিয়েই ৰাখি থৈছিলোঁ। কিন্তু দিব নোৱাৰিলোঁ। সেয়ে পোৱালিটো তোমাকেই দিলোঁ। তুমি তাক তোমালোকৰ ঘৰত নি অতি যতনেৰে ৰাখিবা যেন আৰু সোণ যেতিয়া ভাল হৈ উঠে, তেওঁক দি দিয়া যেন।

কথাষাৰ কৈ মুকুটে সেই মেকুৰী-পোৱালিটো এটা যেন অতি পৱিত্ৰ স্মৃতিৰ বস্তুৰ দৰেই মোৰ ওচৰলৈ আগ বঢ়াই দিলে আৰু আমি ডুয়ো সেই মেকুৰী-পোৱালিটোকে আমাৰ ডুয়োৰে বুকুৰ মাজত সাৱটি লৈ, কিবা যেন এটা বুজাব নোৱৰা বেথাত একেদৰে হুক্ হুক্‌কৈ কান্দিবলৈ ধৰিলোঁ। যেন সেই কান্দোনৰ আৰু শেষ নাই, অন্ত নাই, বিৰাম নাই।

নেজানো কেলেই, সেউতী বাইৰ কথা মনত পৰিলে মোৰ আজিও

কেৱল সেইদিনাখনৰ আমাৰ তুয়োৰে সেই নিঃসহায় কান্দোনৰ কথাকে মনত পৰে।

আৰু আজিও মোৰ চকুৰ আগেদি সেই ডালিম জোপাৰ তলত তাঁত-শালৰ ওচৰত থকা, সেউতী বাইৰ সেই সকৰুণ চকুযুৰি একেদৰে ভাহি যোৱা যেন লাগে।

মই আজিও কেতিয়াবা সময় পালে ভাবিবলৈ যত্ন কৰোঁ, সেউতী বাইৰ সেই ধুনীয়া চকুযুৰিৰ অন্তৰালত আমি সিদিনা সঁচাকৈয়ে কি বস্তুটো দেখি তেনেদৰে উদ্বাউল হৈ উঠিছিলোঁ?

ই মৰম? চেনেহ? নে তাতোকৈও গধুৰ কিবা বুজিব নোৱৰা এটি ডাঙৰ মায়া?

# আঘোণী বাই

## বীণা বৰুৱা

"কোন অ' ভুবন ? শাকনি-বাৰীৰ জপনা কোনে মেলিছে ?" এই বুলি হাতৰপৰা চাহদানীটো নমাই থৈ উকিলনীয়ে পুৱা চাহ-খোলাৰপৰা উঠি আহি শাকনি বাৰীৰ পিনে ভুমুকি মাৰি আকৌ চিঞৰি উঠিল, "এৰা কোন হ'ব আৰু ? এই বুঢ়ীজনীৰপৰা বাৰীত শাক-পাচলি এডালো কৰি খাব নোৱৰা হ'ল। বাতিপুৱায় বাৰীখন পিটুপিটাৰলৈ সোমালহি। যা অ' ভুবন। বুঢ়ীক বাৰীৰপৰা ওলাই আহিবলৈ কগৈ ?" লগুৱা ল'ৰাটোক কাৰ্যভাৰ গতাই দি উকিলনী পুনৰ চাহৰ খোলাত সোমালগৈ।

বাতিপুৱা শুই উঠিয়েই ল'ৰা-ছোৱালীকেইটাই পেন্‌পেনাবলৈ ধৰিছে। উকিলনীয়ে লৰালৰিকৈ কেইটামান ঘিলাপিঠা ভাজি আটাইকেইটাকে ভগাই দিছে। জঁাজ মৰা কিন্তু অসম্ভৱ। মইনীয়ে মাখনীৰ পিঠা এডোখৰ টান মাৰি নি নিজৰ মুখত ভৰাইছেগৈ। মাখনীৰ লাগিল ওফোন্দ, আটাই-বিলাক পিঠা দিছে দলিয়াই। ভাইটিয়ে উচুপিব লাগিছে—তাৰ ভাগত পৰিল পাঁচটা পিঠাহে। ল'ৰা-ছোৱালীইঁতৰ আমনিত উকিলনীৰ খঙে মূৰৰ আগ পাইছেগৈ। এই অবুজন ল'ৰা-ছোৱালী আৰু লৈ ক'ত মৰিবগৈ ! দেউতাকৰো যদি অলপ এইফালে মন-কাণ হলহেঁতেন ! লাই দি দিয়েই ল'ৰা-ছোৱালীকেইটাক গুচাব। উকিলনীয়ে হুঁকিয়াই উঠিল, "মৰতীইঁত ! নেখাবনো কিয় ? ফলা বাঁহখৰিৰ মাৰ শোধাব লাগে হ'বলা ? বুঢ়ীজনী পাবহি এতিয়াই—লৰালৰিকৈ খাই থ। সেইজনীয়ে দেখিব লাগিলে পেট চেবেলিয়াই মৰিবিহঁক।"

ইয়াৰ পৰ উচুপি থকা ভাইটিয়ে মাত লগালে, "মোক আৰু এটা দে, আই।"

ভাইটিৰ কথা শেষ নোহওতেই মাখনীয়ে কঁতৰাই খোৱা বাটিটো চপাই আনি মাকৰ আগলৈ আগ বঢ়াই কান্দোনৰ সুৰেৰে ক'লে, "মোৰ ভাগৰ এটা মইনীয়ে খাইছে, মোকো এটা দিব লাগিব।"

মাকে চিঞৰি উঠিল, "এই ৰাক্ষসীজনীৰ লোকৰ পাতৰ সুবুটলিলে পেটকে নভৰে। ভাঙৰ হৈছে মানে খকুটো বাঢ়িহে আহিছে।"

মাকৰ গালি খাই মইনীয়ে পেন্‌পেনালে, "অকণমান ছোঁওতেই তাইৰ ভাগৰ পিঠা খোৱা হ'ল?" লগে লগে মুখ ওফোন্দাই বাহুনি ঘৰৰপৰা মইনী ওলাই গ'ল। কথা অলপ গুৰুতৰ দেখি মাখনী আৰু ভাইটিয়ে মচমচ্‌কৈ নিজৰ ভাগৰ পিঠা চোবাবলৈ ধৰিলে। ইতিমধ্যে ভুবনে নাদৰপৰা কাঁহী-বাটি ধুই ভিতৰ সুমুৱালেহি।

—"কি অ' ভুবন, বুঢ়ীয়েনো বাৰীত কি বিচাৰিছিল? ওলাই আহিলনে নাই?"

—"কি বিচাৰিব আৰু? তলসৰা পকা তামোলগাল বান্ধি লৈছেগৈ। মই সোধোঁতে আকৌ তামোল সৰাই নাই বুলি কৈছে।"

—"এনে মিছলীয়া বুঢ়ী! বুঢ়ীৰ এই চোৰ-স্বভাৱটো কেতিয়া যাব? নিজে ইপিনে খাবই নোৱাৰে, তথাপি সামৰিবলৈ নেৰে।"

উকিলনীৰ কথাৰ লগে লগে বুঢ়ী আহি চাহ-খোলাৰ কাষ পালেহি। ভুখৰি পীৰা এখনি টানি লৈ বুঢ়ীয়ে মাত লগালে—"দে আই দে, চাহপানী এটোপাকে খাই যাওঁ। আজি দুদিন আহোঁ বুলিও আহিব পৰা নাই।"

উকিলনীয়ে লবালবিকৈ জুইৰ ওপৰৰপৰা পিঠা-ভজা কেৰাহিখন নমাইছিল। বুঢ়ীৰ কথালৈ বিশেষ কাণ দিয়া নাছিল। খলাখন নমায়ে বুঢ়ীক চৌকাৰ কাষ চাপি বহা দেখি, চকুহাল খোপাকৈ ধৰি উকিলনীয়ে জেঙেৰা মাৰি ক'লে, "অলপমান আঁতৰি বহিব নোৱাৰানে? গোটেই ব্ৰহ্মাণ্ড ভ্ৰমি অহা গাৰেই তেনেই আখলৰ ওচৰ পাইছাহি!"

বুঢ়ীয়ে গাত কথাষাৰ নলগা ভাবেৰেই পীৰাখন আঁতৰাই উত্তৰ দিলে, "ক'বনো ব্ৰহ্মাণ্ড ভ্ৰমিবি আই? গাটো তিয়াৱে চাহ-পানী এটোকাৰ আশাত তইতৰ এইখিনিলৈকে লবি আহিছোঁ। দে আই, পানী এটোপা দে, কালি ৰাতিও একোকে খোৱা নাই। নাতিৰৰ মাকক খুজি আঠীয়াক'ল একাখি নিছিলোঁ, তাকে দুটামান খাই বাতি পৰি থাকিলোঁ। যিহে কল, গোটেইবোৰ তেনেই গুটিহে।" বুঢ়ীয়ে নিজৰ মনেৰেই কথাবিলাক কৈ গৈছিল, উকিলনীৰ তালৈ কাণ দিবৰ মন্দৰ নাই। ভুপত পানীৰে সৈতে মিহলাই উকিলনীয়ে বুঢ়ীকে এবাটি চাহ আৰু কেইটামান আধাভজা পিঠা

যাচিলে। বুঢ়ীয়ে পিঠাকেইটা ওচৰতে পৰি থকা তুলাপাত এখনেৰে মেৰিয়াই ল'লে। বুঢ়ীৰ কাৰ্যই উকিলনীৰ চোকা দৃষ্টিৰ লক্ষ্য এবা টান হ'ল।—"সেই কেইটানো আকৌ কালৈ টোপোলা বান্ধিলা?"

বুঢ়ীয়ে হুমুনিয়াহ কাঢ়ি ক'লে, "এ আই কালৈনো বান্ধিম? সেই লেঙেৰীজনী আছে নহয়! তাই আকৌ ঘৰৰপৰা ওলাওঁতেই কৈ পঠিয়াইছিল।"

উকিলনীৰ হিয়া কুমলিল। একাজিৰপৰা পিঠা কেইটামান নমাই বুঢ়ীৰ হাতত দি ক'লে, "বাক লোৱা এইকেইটাকে লেঙেৰীলৈ লৈ যোৱাঁ। তোমাৰ ভাগটো ইয়াতে খাই থোৱাঁ। ঘৰলৈ নিলে নাতিনীয়েৰাই নেকানেফ কৰিব।" কথাষাৰ কৈ উকিলনী বাজ ওলাই গ'ল। বুঢ়ীয়ে এটা মুখত দি ইফালে-সিফালে চাই বাকী কেইটা আকৌ টোপোলাত বান্ধিলে। ওচৰতে বহি পিঠা চোবাই থকা ভুবনে বুঢ়ীৰ কাণ্ড দেখি খেল্ খেল্ কৰি হাঁহিলে।

বুঢ়ীয়ে নিজৰ অসতৰ্কতাত লাজ পাই ক'লে, "বৰ টান, চোবাবই নোৱাৰি।" তাৰ পিছত চাহৰ বাটিটোত সোহা মাৰি মুখখন বেঁকেটাই ভুবনৰ পিনে চাই লাহেকৈ ক'লে, "চাহ-পানীটোপাও তেনেই সেৰেকা। সাদ-সোৱাদ বুলিবলৈ অকণো নাই।"

বাতিপুৱাৰ জীৱনজোখৰ এনেকৈয়ে গ'ল।

*

নতুন চহৰ। মানুহৰ সংখ্যা নিচেই কম। চহৰৰ মাজত আঘোণী বুঢ়ীৰ নিচিনা তিৰোতা নাই বুলিলেই হয়। ল'ৰাৰপৰা বুঢ়ালৈকে সকলোৰে আঘোণী বুঢ়ী চিৰ-পৰিচিত। ঘৰুৱা কথাৰ আঘোণী বুঢ়ী জীৱন্ত 'গেজেট'। কোন ঘৰত কাৰ বেমাৰ হৈছে, কাৰ ঘৰত কোন আলহী আহিছে, কাৰ ঘৰত কেতিয়া আই-নাম, বৰ-সবাহ, সকলোৰে ভু-ভা বুঢ়ীয়ে নোলোৱাকৈ নেথাকে। চিৰস্তাদাৰৰ ন-বোৱাৰী কথা-বতৰা দিয়া-থোৱাত কেনে? হাজৰিকাৰ বৰ জোঁৱায়েকৰ কেনে ফিতাহি—এই সকলোৰে বৰ্ণনা আৰ নলগাকৈ বুঢ়ীয়ে দিব। মহাপেচৰ বাৰীৰ বৰথেকেৰাজোপা এইবাৰ কেনেকৈ ভাল ভৰি লাগিছে, ফুকনৰ ঔটেঙাজোপাত সদায়ে মানুহে কেনেকৈ হাকুটি নলগাই থাকে, গোসাঁইৰ বাৰীৰ বেলজোপা গৰখীয়া-ল'ৰাই কেনেকৈ মুছুকিয়াই কেনেই শেষ কৰিলে, বৰুৱাৰ ঘৰৰ লেচুজোপাত বাদুলীয়ে আহিৰি

ল'ৰাকেইটাই কেনেকৈ পকা লেচুবোৰ বাহুলিৰ মুখৰপৰা ৰাখি আছে, কাৰ বাৰীত এইবাৰ কি কি শাক-পাচলি হৈছে, তাৰ বাতৰি বুঢ়ীৰ মুখত। বুঢ়ীৰ কাম দিনৰ দিনটো টলৌ-টলৌকৈ ঘৰে ঘৰে ঘূৰি ফুৰা। প্ৰয়োজন হ'লে মাজে সময়ে বুঢ়ীয়ে লোকক সহায় কৰিবলৈকে নেৰে। কাৰোবাৰ ঘৰত কেতিয়াবা চিৰাকে এদোণ খুন্দি দিছে, কাৰোবাৰ আকৌ চাউলৰ মলখু-কেইটাকে ৰাখি দি আহিছে। ক্ষীণ শক্তিৰে যি পাৰে তাক কৰিবলৈ কেতিয়াও বুঢ়ীয়ে পাছ-হোহোকা নামাৰে। চহৰৰ কেৰাঘৰৰো বোৱাৰী-জীয়াৰীৰ বুঢ়ী আছিল সোঁ-হাত। চিৰস্তাদাৰৰ ন-বোৱাৰীৰ কচু-শাক খাবৰ মন গ'ল, বৰুৱাণীক ঢেকীয়া শাক লাগে, ফুকননীয়ে তিতা খাবলৈ বিচাৰিও শোকোতা এমুঠিৰ অভাৱত ইমান দিনে খাব পৰা নাই, গোসাঁইৰ ছোৱালীজনীয়ে পচলা খাওঁ খাওঁ বুলি কাৰো হতুৱাই আঠীয়া-কলৰ পুলি এটাও আনিব পৰা নাই—এওঁলোক সকলোৰে আশা পূৰণৰ ধাই হ'ল আঘোণী বাই। আঘোণী বাইক কথাষাৰ কাণ ছুৱাবহে লাগে—পিছ-দিনাই বস্তু আহি হাজিৰ। আৰু ঘৰৰ বস্তু আনি তাৰ ঘৰত যোগান দিয়াত বুঢ়ী সিদ্ধহস্ত। হাত-লৰ বুলি বুঢ়ীৰ কুখ্যাতি আছে। বুঢ়ীয়ে কিন্তু সেইবোৰ শুনিও শুনাৰ ভাও জোৰে। লাজ-অপমান, গালি-শপনিয়ে বুঢ়ীক টলাব নোৱাৰে। ইয়াৰ মাত্ৰা সৰহ হ'লে বুঢ়ীয়ে "কাণ গধুৰ একো শুনা নাই" বুলি লৰালৰিকৈ আঁতৰি যায়। বৰুৱাৰ ঘৰৰ লেচুজোপাৰপৰা মনে মনে লেচু কেইটামান পাৰি বুঢ়ীয়ে টোপোলাত বান্ধিছে। বৰুৱাৰ ল'ৰাটোৱে আহি বুঢ়ীক চুৰুণী বুলি গালি পাৰিছেহি। বুঢ়ীয়ে "আলো বোপাই কি কৱ?" বুলি লৰালৰিকৈ আঁতৰি ফুকনৰ ঘৰ ওলালগৈ। ফুকনৰ ল'ৰাটোৰ আগত বুঢ়ীয়ে লেচুকেইটা মেলি দিলেগৈ। বান্ধনি-ঘৰৰ খোঁৱাৰ মাজৰপৰা ওলাই আহি ফুকননীয়ে ল'ৰাৰ মুখত লেচু দেখি কোনে সেইবোৰ দিছে বুলি প্ৰশ্ন কৰিছে। প্ৰশ্নৰ উত্তৰত বুঢ়ীৰ ফালে চাই খঙেৰে কৈছে, "ছেস্, তোমাকনো এইবোৰ আনিবলৈ কোনে কৈছিল? কলি লেচুবিলাক খুৱাই ল'ৰাটোক মাৰিব খুজিছানে?"

"ইস্ এতিয়াও বালক, কলি হৈ আছেনে? লোকে ইফালে খাই অন্ত কৰিলেই।"

বুঢ়ীৰ কথাত ফুকননীৰ খং ছুগুণে চৰিলহে,—"বাৰু লোকে খাই অন্ত

কৰক, মোৰ ল'ৰাক মৰম সেধুৱাবহি নেলাগে।" এই বুলি ল'ৰাৰ মুখৰপৰা চুহি থকা লেচুটো দলিয়াই দি ফুকননী আকৌ বাহনি-ঘৰৰ ভিতৰ সোমাল। বুঢ়ীৰ মুখত কিন্তু খং-ৰাগ একো প্ৰকাশ নেপালে। তাইৰ জীৱনটোৱেই গৈছে এনে উপেক্ষা আৰু অৱমাননাৰ মাজেদি। দুবেলা দুমুঠিৰ কাৰণে যি পৰত হাত পাতিব লাগে—তাৰ আত্ম-সন্মানেই বা ক'ত! মাকৰ নিষ্ঠুৰ ব্যৱহাৰত ল'ৰাটিয়ে সেমেনা-সেমেনি কৰিলে। লেচুটোত বেছ মৰম ধৰিছিল। বুঢ়ীয়ে ল'ৰাটিৰ দুখ বুজি সান্ত্বনা দি কৈ গ'ল, "বাৰু সোণ, ভাগ্যকৈ পকিলে মই তোমালৈ লৈ আহিম। আজি-কালি আকৌ চকুৰে আগৰ নিচিনাকৈ নমন্যো নহয়।"

ভোগাইৰ সেইদিনা বৰ খং। ভোগাই বুঢ়ীৰ চুবুৰীৰ মানুহ। এপাল ল'ৰা-ছোৱালীৰে ঘৰখন কোনেমতে চলাব লাগিছে। নিজৰে মাটি-বাৰী, হাল-গৰু, তাৰ বহুতে সৰু সংসাৰখন টোক্-টাক্কৈ চলাইছে। বাইজৰ কিবা এটা লেঠাত ভোগাই সেইদিনা যাব লগাত পৰিছিল ন-নৈৰ কুমাৰ-গাঁৱলৈ। সন্ধিয়া উভতি আহোঁতে কুমাৰবাৰীতকে খুজি এটা ভাল চিলিম লৈ আহিছিল। পুৱা শুই উঠি ধপাত খাবলৈ চিলিম বিচাৰে—নতুন চিলিম নাই। ই আৰু কাৰো কাম নহয়। সন্ধিয়া বুঢ়ী এইফালে আহোঁতে হাতৰ টিপতে চিলিমটো লৈ গ'ল।

পুৱায় বুঢ়ীৰ ঘৰ খানাতালাচ! ভোগাইৰ বেঙা ল'ৰা আধানে গৈ বুঢ়ীৰ ঘৰৰ ভিতৰত পুৰণি টেকেলি এটাৰপৰা চিলিমটো উলিয়াই আনিলেগৈ। বুঢ়ী আৰু নাতিনীয়েক তেতিয়া ঘৰত নাছিল।

বুঢ়ীৰনো ঘৰ বুলিবলৈ আছে কি? এটা সৰু পঁজা। চালত আজি ভালেদিন নতুন খেৰ পৰা নাই। এইবাৰ বাৰিষাৰ দিনকেইটা তাৰ তলত কটোৱাই টান হ'ব। অৱশ্যে গঞাইতে দুটামান খোচা মাৰি দিব বুলি আশা দিছে। যুবকত জানো কি কৰে? বেৰৰ পিনেও তেনেই আধ্যা পৰিছে। ঠায়ে ঠায়ে লোকৰ ঘৰৰপৰা মনে মনে বুটলি অনা কেৰাচিনৰ টিনৰ ছটা, ভুখৰি-পীৰা, আৰু কোনো ঠাইত কাগজৰ টাপলি পৰিছে। ইমানৰ ওপৰতো বুঢ়ীৰ ঘৰত এখন দুৱাৰ আছে আৰু তাৰ আনুষঙ্গিক অৱয়ৱ পূৰণ কৰিবলৈ লগোৱা আছে এটি পুৰণিকলীয়া তলা। তাৰ কাঠিটোৱে থাওঁতে-শোওঁতে সকলো সময়তে বুঢ়ীৰ কঁকালত ওলমি নাচি

থাকে। ঘৰৰ কোঠালী দুটা; এটিত বন্ধা-বঢ়া কৰে আৰু আনটিৰ ভগা বাঁহৰ চাংখনৰ ওপৰত নাতিনীয়েকৰে সৈতে বাতি ঘুমটি মাৰে। বুঢ়ীৰ কিন্তু ঘৰৰ ভিতৰখনত বস্তু-বাহানিৰে গেজেপ খাই আছে। মাটিৰ মলা, চৰু, টেকেলি, সৰু-ভাঙৰ টিনৰ টেমা, নাৰিকলৰ কোবোকা চাৰিওফালে সিঁচৰতি হৈ আছে। চৰু-টেকেলি লোকে দলিয়াই পেলোৱা বুঢ়ীয়ে সহিব নোৱাৰে। সেই দেখিয়েই এই আশ্ৰয়হীন মাটিৰ পদাৰ্থবোৰ বুটলি আনি নিজৰ ঘৰত ঠাই দিছেহি।

বুঢ়ীৰ অতীত জীৱনৰ লগত বৰ্তমানৰ অৱশ্যে সামঞ্জস্য নাই। জীৱনৰ খটখটিৰ শেষ খাপত ভৰি দি বুঢ়ীয়ে এৰি থৈ অহা খলপাবোৰলৈ ঘূৰি চাবলৈ আজি ভয় কৰিছে। বয়সো প্ৰায় চাৰি কুৰিৰ ওচৰ চাপিছেহি—ভৰি দিয়া খাপটিতে ভালকৈ খোপনি পুতি ৰ'ব নোৱৰা হৈছে। এনে স্থলত পাছলৈ ঘূৰি চায় কেনেকৈ? বুঢ়ীৰ ভাবিবলৈ সময়ৰ অৱকাশ নাই; আগ বঢ়াতহে বুঢ়ী মগ্ন। কিন্তু আগ বাঢ়ে কেনেকৈ? লেণ্ডেৰী নাতিনী ছোৱালীজনীয়ে বুঢ়ীক সদায় পাছলৈ আঁজুৰিবই লাগিছে।

লেণ্ডেৰী বুঢ়ীৰ নাতিনীয়েক। ছোৱালীটিৰ আন কিবা নাম আছিল যদিও বুঢ়ী-মাকৰ বাহিৰে আনে নাজানে। জনমৰেপৰা তাই কোঙা। থিয় হ'ব বা খোজ কাঢ়িব নোৱাৰে। বগুৱা বাই বাই গোটেই চহৰখন বুঢ়ীমাকৰ লগত ঘূৰি ফুৰে। মাক মৰিবৰো আজি ভালে দিন হ'ল; তেতিয়াৰেপৰা বুঢ়ীমাকৰ লগতে আছেহি। আঘোণীৰ প্ৰথম সন্তান লয়নীৰ চাৰি বছৰ পূৰ নৌ হওঁতেই গিৰীয়েক ঢুকায়। সেইদিনাৰপৰাই আঘোণীৰ এক নতুন জীৱনৰ আৰম্ভ। গাঁৱৰ সেই উলাহী আঘোণীৰ বাংঢালী হাঁহি মুখ তেতিয়াৰেপৰা কোনেও নেদেখা হ'ল। কলঙৰপৰা পানী আনিবলৈ যোৱা গাভৰুহঁতৰ চোপতা-চুপতিও কমি গ'ল। ইমান দিনে যেন আঘোণীয়েইহে সকলোৰে মাজত প্ৰাণ-থকা হাঁহিৰ সঁফুৰা মেলি দিছিল।

তেতিয়াৰেপৰা কি কষ্টেৰেইযে আঘোণীৰ দিন গৈছে! গিৰীয়েক আছিল অকলশৰীয়া মানুহ। বৈ-বঙহ এৰি থৈ চহৰৰ কাষতে থিতাপি লাগিছিলহি। ইঘৰ-সিঘৰৰ লাচনি-পাচনি কৰি যি আৰ্জিছিল তাৰেই বেছ ফূৰ্তিৰে খাই-মেলি আছিল। ভৰ-ডেকা বয়স। সাঁচোনৰ কথা মনলৈয়ে নাহিছিল। ডেকা বয়সতেই যদি মনৰ ইচ্ছাৰে দুই-চাৰিটা পইছা খৰচ কৰিব

নোৱাৰে, তেন্তে জীৱনটোনো কেনৈ? শৰীৰত শক্তি আছে যেতিয়া ভয় কিহৰ? আন নহ'লেও দিন-হাজিৰা কৰিও দুটা প্ৰাণীৰ চাউল দুকঠা উলিয়াব পাৰিব। আঘোণীৰ গিৰীয়েক ৰতনৰো সুযোগ মিলিছিল ভালেই। গোসাঁইৰ ঘৰত সি কাম-কাজত আগহাত আছিল। ইফাল সিফালে ক'ৰবালৈ পাছিব লগা হ'লে গোসাঁইৰ চকু পৰিছিল ৰতনৰ ওপৰতে। গোসাঁইৰ ল'ৰা-কেইটাৰ লগতো সি অলপ সময়ৰ ভিতৰতে আপোনাৰ হৈ পৰিছিল। সমবয়সীয়া গোসাঁইৰ ল'ৰা কেইজনৰ লগত সি বাককৈয়ে ৰজিতা খাইছিল। গোসাঁইৰ ৰৰজন ল'ৰা চব্‌ডেপুটি কলেক্টৰ। চিকাৰত ভেওঁৰ হেপাহ। ঘৰলৈ আহিলেই বুঢ়া হাতীজনী লৈ চিকাৰলৈ ওলায়। তেওঁৰ লগৰ সাৰথি ৰতন। ৰতন নহ'লে ৰৰবোপাৰ চিকাৰ কৰায়ে নহয়। ৰতনক তেওঁ বন্দুক মাৰিবলৈও শিকাইছিল; ৰৰবোপাই ৰতনক নিজৰ ভাই-ককাইৰ দৰে ব্যৱহাৰ কৰিছিল, মৰমো কৰিছিল তেনেকৈয়ে। আঘোণীয়ে কিন্তু ৰতনৰ এই চিকাৰ ব্যৱসায়টো ভাল নাপাইছিল। যিদিনা ৰতনে গাভিনী ভেলেঙীজনী মৰাৰ কথা ঘৈণীয়েকক ক'লেহি সেইদিনায়ে আঘোণীয়ে গিৰীয়েকক শপত দিলে, ভৱিষ্যতলৈ আৰু চিকাৰ নকৰিবলৈ। ডেকা তেজত বলীয়ান ৰতনে ঘৈণীয়েকৰ কথা যুক্তি-তৰ্কেৰে খণ্ডন কৰিবলৈ চেষ্টা কৰিলে, —"আমাৰ নিমিত্তেই ঈশ্বৰে এইবোৰ জীৱ-জন্তু সৃজন কৰিছে, আমিয়েই যদি নাখাওঁ তেন্তে এইবোৰ খাব কোনে?" গোসাঁইৰ ৰৰজনা ল'ৰা ঘৰলৈ অহা কেইদিন ৰতনৰ গাত তৰণিয়েই নাথাকে। তাৰ যেন নিজৰ ভায়েক এটাহে চব্‌ডেপুটি হাকিম হৈ ঘৰলৈ উভতিছে। হাকিম ঘৰলৈ আহিব বুলি বাতৰি শুনিলেই ৰতনে চিকাৰ-খলিৰ সন্ধানত হাবাথুৰি খাই পৰে। দোকমোকালিতে শুই উঠি গুৰগুৰীয়া বিলত বনৰীয়া হাঁহ পৰিছেনে নাই, মাছ মৰা বগালহঁতে তাত নাও বান্ধিছেনে নাই—তাৰ সম্ভেদ লৈ আহেগৈ। বৰ্হমপুৰৰ অৰীগছবিলাকত হাইঠা পৰিছেনে নাই—তাৰো ভু-তা সংগ্ৰহ কৰি থয়।

ৰতনৰ নিচিনা মন মিলা সহচৰৰ মৃত্যুৰ বাতৰি পাই ৰৰবোপাই সঁচাকৈয়ে বৰ শোক পাইছিল; ঘৰলৈ আঘোণীক সৰ্বতোভাৱে সহায় কৰিবলৈ দঢ়াই দঢ়াই লিখিছিল। প্ৰথমতোখৰত অৱশ্যে আঘোণীয়ে গোসাঁইৰ ঘৰৰপৰা বাককৈয়ে সহায় পাইছিল। পাই-পইছা যি বিচাৰিছিল হাত নথৰাকৈয়ে

হাকিমৰ মাকে সকলো দিছিল। কিন্তু সদায় গ্ৰহণ কৰিলে দয়া হেন মহৎ গুণৰো মহত্ত্ব হ্ৰাস হয়। সংসাৰখন হৈছে বেচা-কিনাৰ ঠাই। য'ত ভুপইছা পোৱাৰ আশা আছে, তাতে মানুহে নিজৰ মূলধন জমা ৰাখে। দেউলীয়াক ধন দি পুণ্য আৰ্জিবৰ কম মানুহৰেই ইচ্ছা। বিশেষত্ব দিয়া-থোৱা আৰু সাংসাৰিক কাৰ্য চলোৱা বিষয়ত তিৰোতাৰ বুদ্ধি মুনিহতকৈ প্ৰখৰ। বাহিৰ জগতত ঘূৰি ফুৰাৰ কাৰণে মুনিহৰ চকুহাল ডাঙৰ হৈছে। ডাঙৰ ডাঙৰ বিষয়তহে মুনিহৰ চকুত পৰে। কিন্তু ঘৰৰ ভিতৰত সোমাই থকাৰ গুণত তিৰোতাৰ চকু বহল হোৱাৰ সুযোগ পোৱা নাই। সেই কাৰণেই তেওঁ-লোকৰ চকুত অকণি অকণি কথাবিলাকে সহজে ধৰা পৰে। আঘোণীক দিবলৈ হাকিমে মাহে মাহে টকা পঠিয়াই থকা সত্ত্বেও, মাকে সেই ধন আঘোণীক নিদিয়া হ'ল। মিছাকৈয়ে এজনী খেমনী পুহি থকাৰেই বা প্ৰয়োজন কি? আৰু এটা কথা—আঘোণীৰ ওপৰত ৰবৰোপাৰ ইমান টান কিয়? গাভৰু তিৰোতা এজনীৰ ইমান বাতৰিয়েই বা বিচাৰে কিয়? ওহোঁ, গোসাঁই-বংশত এনে কথা হ'ব নোৱাৰে। আঘোণীক যেনে-তেনে ঘৰ এৰুৱাবই লাগিব। ক'ব নোৱাৰি ডেকা ল'ৰা—কেতিয়া কি কৰি পেলায়! আঘোণীয়েনো ৰবৰোপা কেতিয়া আহি পাবহি, তাৰেই বা ইমান উমান কিয় লয়?

ৰতন ঢুকোৱাৰ পিছতো আঘোণীয়ে দিনবিলাক যিমান সহজে যাব বুলি ভাবিছিল সিমান সহজে নোযোৱাত পৰিল। এটা বিপদক কোনোমতে আঁতৰাই থলে, অন্ত এটাই আহি আকৌ সেই ঠাই পূৰ কৰেহি। ঘৰ চলোৱা বিষয়ে আঘোণীয়ে সৰহ চিন্তা কৰিব নালাগিছিল; কিয়নো সিহঁতৰ মাক-জীয়েকৰ ডুটি আধানি পেট। লোকৰ ঘৰত ধান বানি চাউল কাঢ়ি খি পাইছিল, তাৰেই কোনোমতে চলি গৈছিল। ধান বনাত আঘোণী আগৰণুৱা, দিনটোত তিনি পুৰা ধানৰ চাউল তাইৰ নিচিনাকৈ কোনে উলিয়াব পাৰিছিল! দূৰৈৰপৰা ঢেঁকীৰ শব্দ শুনিলে, সিহঁতে আঘোণীৰ চাব ভাক আৰু আনে কৈ দিব নালাগে। ঢেঁকী দিয়াৰপৰাই আঘোণীৰ কলাফুল দুটা মোদোকা-মোদোক হৈ পৰিছিল। দেহৰ গঠনো চকুত লগা হৈছিল। ৰতন ঢুকোৱাৰ পিছত সেই দেহটো লৈ আঘোণী বিপাঙত পৰিল। ঘাটে-বাটে ওলালেই ডেকাইতৰ দৃষ্টিয়ে তাইৰ পাছ লৈৰা'

হ'ল। মাজে সময়ে সুযোগ পালে তাইৰ লগত চুপতি মাৰিবলৈকো কোনো কোনো ডেকা আগ বাঢ়ি আহে। আঘোণীয়ে যিমানে পাৰে সিমানে তাঁহাতক এৰাই ফুৰিবলৈ চেষ্টা কৰে। কিন্তু অসম্ভৱ। ডেকাইতে উপযাচি আহি তাইৰে সৈতে কথা পাতেহি, টান মাৰি তাইৰ লগৰপৰা নয়নীক লৈ যায়হি। নয়নীৰ লগত ধেমালি কৰাৰ চলেৰেই সিহঁতে আঘোণীৰ ওচৰ চাপে। ডেকাহঁতক গালি পাৰি আঁতৰাই দিবলৈ তাইৰ সাহ নাই। কোনোৰ বাহত জুই দিয়া সাধাৰণ কথা নহয়। কিন্তু যিদিনা সন্ধিয়া হাতৰৰৰ ৰৰপুতেক ভেদোৱে ভাই কলঙত গাগৰিটো বুৰাই লওঁতে ওচৰ চাপি সুধিলেগৈ,—"আঘোণী তই মোলৈ নোমাবিনে?" সেইদিনাই তাইৰ মূৰত আকাশী ষৰগ ভাগি পৰিল। একোকে উত্তৰ নিদি গাগৰিটো আধা বুৰায়ে আঘোণী লৰালৰিকে ঘৰলৈ উভতি আহিল।

এয়ে সেই ভেদো! ইয়াকনো ৰতনে কম মৰম কৰিছিলনে? চিকাৰৰ-পৰা আহিলেই নিজলৈ নথৈও ভেদোৰ নিমিত্তে এভাগ মঙহ নপঠিওৱাকৈ নোৱাৰিছিল। ভাল বস্তু এটা পালে ভেদোক নিদিয়াকৈ মুখত নিদিছিল। গাঁৱৰ বাজহুৱা ভাও ল'ব ভেদোৱে, কিন্তু তাৰ কানি-কাপোৰ বিচাৰি দিয়াৰ ভাৰ আছিল ৰতনৰ। ভেদোক পিন্ধাবলৈ গোসাঁইৰ মাজুটো ল'বাৰপৰা মুগা-চোলাটো খুজি আনি বোল লগাই নষ্ট কৰাৰ বাবে ৰতনে কত গালি খাইছিল। সেইবাৰ হাতৰৰে পুৰণিগুদামত হোৱা বাৰখেলৰ ভাওনা চাবলৈ ভেদোক একোপধ্যে নপঠিয়াইছিল। গাঁৱৰ আটাইখন ডেকা-ল'ৰা ওলাল, বাদ পৰিল মাথোন ভেদো। তাৰ মন-মৰা মুখ দেখি সহিব নোৱাৰি, ৰতনে হাতৰৰক কৈ-মেলি নিজৰ অসুবিধা গাৰেই শেষত ভাওনা চাবলৈ তাক লৈ গৈছিল। এটি এটিকৈ সেই সকলোবিলাক আঘোণীৰ মনলৈ আহিবলৈ ধৰিলে। ৰতনে যাক আদৰ কৰি ভাই বুলি মাতিছিল, সেই ভেদোৱে আজি ৰতন ঢুকোৱাৰ তিনি বছৰ নৌ হওঁতেই তাৰ বিধৱা তিৰোতাৰ ওপৰত চকু দিয়ে? আঘোণীক লৈ সি ঘৰ-বাৰী কৰিবলৈ ইচ্ছা কৰে?

আঘোণীৰ অসহ্য হৈ উঠিল। পুৱাৰপৰা তাইৰ ওপৰত মানুহৰ সেই একেটা দৃষ্টি। তাইৰ শৰীৰৰ মঙহৰ ওপৰত সকলোৱে যেন খৰ লোৱাইছে। তাইৰ এই ফুলি উঠা যৌৱনটো সিহঁতে দেখেলি যাব বুলি

সকলোৰে বেজাৰ। তাৰ উপায় বিচাৰি ভেকাহঁতৰ তৎ নাই। আঘোণী নিশা অকলে থাকিব নোৱৰা হ'ল। সদায় ৰাতি কোনোবা আহি তাইক নাম কাঢ়ি মাতেহি। আঘোণীয়ে ভয়ত লয়নীক বুকুৰ মাজলৈ টানি নি কান্দিবলৈ ধৰে। লয়নীক টোপনিৰপৰা তুলিবলৈ চেষ্টা কৰে। লয়নীয়েইহে যেন এই কাল নিশা তাইক অত্যাচাৰীৰ হাতৰপৰা ৰক্ষা কৰিব পাৰিব। আঘোণীৰ বিশ্বাস যে কোনো পুৰুষেই সন্তানৰ আগত মাকক অপমান কৰিবলৈ আগ বাঢ়িব নোৱাৰে। পিছদিনা পানী আনিবলৈ যাওঁতে ভোগাইৰ বোৱাৰীয়েকে আঘোণীক ঘাটত পাই সুধিলে, "হয়ে আঘোণী, কালিনো মাজ নিশাখন জীয়েৰক লৈ ইমানকৈ চিঞৰিছিলি কিয়? আমাৰ তালৈকে তোৰ চিঞৰ শুনা গৈছিল।"

আঘোণীয়ে লাহেকৈ উত্তৰ দিলে—"এ, কোনোবা চোৰ অহা যেন পাইছিলোঁ।" কথাৰাৰ কোৱা ঠিক নহ'ল বুলি আঘোণী থত্‌মত্‌ খাই ৰ'ল।

গাগৰিটো কাষত লৈ যাবলৈ ওলাই ভোগাইৰ বোৱাৰীয়েকে বিদ্ৰূপৰ হাঁহি মাৰি কৈ গ'ল—"ইস্ তোৰ ঘৰলৈহে চোৰ আহিবলৈ পালে! ধন-সোণ ভৰি আছে নহয়।" আঘোণীয়ে ভাবে, সঁচাকৈয়ে তাইৰ ঘৰলৈ চোৰ আহিব কিয়? পিছ মুহূৰ্ত্তে কিবা কথা মনত পৰাত হুমুনিয়াহ কাঢ়ি পানীলৈ নামি গ'ল।

আঘোণীয়ে ঠিক কৰিলে, অকলে এনেকৈ থাকিব নোৱাৰি—কাৰোবাৰ ঘৰলৈ উঠি যাব লাগিব। ছোৱালীজনী ডিঙিত নলগাহঁতেন কেতিয়াবাই কলঙত পৰি মৰিলেহেঁতেন। অৱশ্যে লোকৰ ঘৰলৈ এনেকৈ গেবাৰি খাটিবলৈ গ'লে সমাজত তাই নিন্দনীয় হ'ব। সমাজত তাইৰ আৰু আগৰ আসন নাথাকিব। হওক লাগে তথাপি ইমান শত্ৰুৰ মাজত থকা অসম্ভৱ কথা। কেতিয়া কি হয়—কোনে কব পাৰে! গোসাঁইৰ মাকে তাইক এই বিপদৰপৰা উদ্ধাৰ কৰিব পাৰিব, তেওঁকে এবাৰ কৈ চাব বুলি পাঙিলে। কিন্তু আজি কিছু দিনৰপৰা গোসাঁইৰ মাকৰপৰাও তাই ভাল ব্যৱহাৰ পোৱা নাই। কিবা এটা বিচাৰিলেও, 'এতিয়া নাই, পাছে পৰে আহিবি'—বুলি কৈ বিদায় দিয়ে। তথাপি কথাবাৰ কৈ চাবলৈ আঘোণীয়ে চল বিচাৰিলে।

আঘোণ-মহীয়া ব'দ, দুপৰীয়া ভাত খাই উঠোঁতেই বেলি পৰে।

গোসাঁইৰ মাকে ভাত খাই উঠি চোতালতে চাৰিখন পাৰি বটাটো লৈ তামোল কাটিছে। এনেতে নয়নীক লৈ আঘোণী সেইখিনি ওলালহি। গোসাঁইৰ মাকে আঘোণীক তামোল এখন দি সুধিলে, "আজিনো ভাত কিহেৰে খালি?"

"এ, কিহেৰে খাম আই! সিদিনা আপোনালোকৰ তাৰপৰাই নিয়া মাটি-মাহ দুটামান আছিল, তাৰেই খাৰ বাহ্নিলোঁ।" ছোৱালীজনীলৈ আঙুলিয়াই আকৌ ক'লে, "এইপাতে আক টেঙা নহ'লে মুখতে নিদিয়ে।"

লাহে লাহে এটা দুটা কথা হোৱাৰ পিছত গোসাঁইৰ মাকে ক'লে, "বাক, কথা হওঁ, লগে লগে চুলিকোছা মেলচোন। বিঢ়া ওকণী কেইটামানে পিলপিলাব লাগিছে।" কথাষাৰ শেষ নৌ হওঁতেই আঘোণীয়ে গোসাঁইৰ মাকৰ চুলিকোছা মেলিলে। অকণমান নখ ফুৰাওঁতেই বিঢ়া ওকণি এটা ওলাল। আঘোণীয়ে ওকণিটো লৈ চিঞৰি উঠিল, "অ' আই! তেজ পিবলৈ পাই এইভাল নোদোকা হৈ পৰিছে।" এই বুলি জীয়েকক ওচৰলৈ মাতি নি ওকণিটো মৰালে। ওকণি চোৱাৰ লগে লগে দুয়োৰে মাজত কথা চলিবলৈ ধৰিলে।

গোসাঁইৰ মাকে ক'লে, "এবা, এইবাৰ ফাগুনতে তোৰ ঘৰটো ছোৱাই ল। বাঁহ যি দুটা লাগে আমাৰ বাৰীৰপৰা নিবি।"

"আই, ঘৰনো ছোৱাই দিয়ে কোনে? মানুহ লগাবলৈনো পইছা-কড়ি ক'ত পাওঁ?"

"পিছে, বাৰিষাৰ দিন কেইটানো কটাবি কেনেকৈ?"

"জানো এখোন ক'ব পৰাই নাই।" অলপ পৰ বৈ সুধিলে, "বাক আই, মই আহি আপোনালোকৰ ঢেঁকীশালতে থাকিবহি নোৱাৰোঁনে?" আঘোণীয়ে ভয়ে ভয়ে গোসাঁইৰ মাকৰ মুখলৈ চালে।

"ঢেঁকীশালতনো ক'ত ঠাই আছে? ঠাই হোৱাহেঁতেন তোক আহিবলৈ নকওঁনে?"

আঘোণীৰ প্ৰাণত অলপ আশাৰ সঞ্চাৰ হ'ল। নিজৰ সকলোবিলাক দুখৰ কথা ক'লে কিজানিবা ঢেঁকীশালত অকণমান ঠাই পালেই। তাকে ভাবি সৰল বিশ্বাসত ক'লে, "অকলে আই ঘৰত থাকিব নোৱৰা হৈছোঁ, ৰাতি আহি কোনোবাই হুলিয়াই-খুন্দিয়াই থাকেহি। সেয়েহে আপোনালোকৰ

ইয়ালৈকে উঠি আহিব খুজিছোঁ।" একে উশাহে কথাখিনি কৈ আঘোণী নিমাত হ'ল।

গোসাঁইৰ মাকে বহুদৰ্শিতাৰ সুৰত উত্তৰ দিলে—"মই তোক আগেয়েই কৈছিলোঁ নহয় কোনোবা এটালৈ সোমাবলৈ। তই তেও এটাৰহে মাক। মেদেউৰ জীয়েক জেতুকীয়ে কৰিলে কি? ভাঙৰ তিনিটা ল'ৰা-ছোৱালীৰে নোসোমালেগৈনে?" গোসাঁইৰ মাকৰ উপদেশত আঘোণী হুমুনিয়া কাঢ়ি নিমাত হ'ল। ওকণি চোৱা তাতে শেষ হ'ল। তাইৰ ইচ্ছা হৈছিল বুকু বিদাৰি অন্তৰৰ শোক প্ৰকাশ কৰিব। নোৱাৰিলে—আন কি, চকুৰেদিও পানী নোলাল। লৰালৰিকৈ গোসাঁইৰ মাকৰ খোপাটো বান্ধি যাবলৈ ওলাল।

"আই, মই আজিলৈ উঠোঁচোন। সন্ধিয়ালৈ শাক-পাত দুডালমান বিচাৰিব লাগিলগৈ।"

গোসাঁইৰ মাকে আঘোণীয়ে বেজাৰ কৰিছে বুলি বুজিব পাৰি ক'লে, "বাৰু যা। কালিলৈ পাৰ যদি এপাক মাৰিবিচোন। মোৰ কথাত আকৌ বেয়া নেপাবি, মই ভাললৈহে কৈছোঁ। তইঁত এতিয়া গাভৰু ছোৱালী, সদায়তো মন বান্ধি থাকিব নোৱাৰিবি।" গোসাঁইৰ মাকৰ কথা শেষ হোৱাৰ পূৰ্বেই আঘোণী বাৰী লুকুকিবলৈ অহা গৰুৰে গিৰীইঁতৰ মাৰ খাই পলোৱাৰ দৰে উঠিল। গোসাঁইৰ মাকে চোতালৰ জপনাখনৰ কেৰকেৰণি শুনি ঘূৰি চাই কৈ উঠিল, "ইস, কথাবাৰ কণ্ঠতেই ঢাপলি মেলিলে। নীচ জাতিক সত্ উপদেশ দিয়াৰ লাভ কি?" বটাটো তুলি লৈ ভিতৰ সোমাল।

আঘোণীৰ সেইদিনা শাক বোটলা নালাগে, ভাত বন্ধাই নহ'ল। গৈয়ে বিছনাত পৰিলগৈ। সন্ধিয়া গোসাঁই-ঘৰত ভৰা-কাঁহ বজোৱা শুনিও ধূৰ নাদাঙিলে। লয়নীয়ে কেইবাৰাৰো ভাত খাওঁ বুলি চিঞৰাত, মাকৰ ঢকা চাপৰ খাই শেষত পাটীত পৰি লালকাল দিলেগৈ। আঘোণীয়ে পাটীত পৰি ওৰে ৰাতি কান্দিলে। দুখীয়াৰ ঘৰত জন্ম পালেই বুলি তাইৰ ভাল পোৱা, ধৰ্মাধৰ্ম নোহোৱা হ'লনে? ছোৱালী কালৰ কথা, ৰতনৰ লগত বিয়া হোৱা, ৰতনৰ অসীম ভালপোৱাৰ কথা উজাৰি উজাৰি আঘোণীৰ মনলৈ আহিবলৈ ধৰিলে। সকলোৰে ভাইৰ স্বভাৱ-চৰিত্ৰ জানি-শুনিও গোসাঁইৰ মাকে আজি এনেটো অপমান কৰিব বুলি আঘোণীয়ে সপোনতো ভৰা নাছিল। অৱশ্যে বহুতে বহুত কথা কোৱা আঘোণীয়ে দুৰৈৰপৰা শুনিছে। কিন্তু মুখৰ আগতে

এনেকৈ ক'বলৈ আজিলৈকে কাৰো মাহ হোৱা নাছিল। কাল্লোন-কাটোন, ভবা-চিন্তাত শেষ ৰাতি কেতিয়া টোপনি আহিল ক'বকে নোৱাৰিলে! ৰাতিপুৱা শুই উঠি দেখে যে ঘৰৰ দুৱাৰ খোলা—বিছনাত লয়নী নাই। ধৰমৰকৈ পাটীৰপৰা উঠি বাজ ওলাল। বেলি ওলোৱা ভালেমান পৰ হ'ল। বাহিৰ ওলাই আঘোণীয়ে দেখে যে লয়নীয়ে চোতালত ভেদোৰে সৈতে ধেমালি কৰি আছে। ভেদোক দেখিয়েই আঘোণীৰ খঙে মূৰৰ চুলিৰ আগ পালেগৈ। ধুমুহাৰ দৰে গ'ল নিশাৰ কথাবিলাক তাইৰ মনলৈ আহিবলৈ ধৰিলে। একো নভবা-নিচিন্তাকৈ আঘোণীয়ে জীয়েকৰ চুলিকোছাত ধৰি পিঠিত ছুম্-ছুমকৈ গেমেহা কিল শোধালে। দোষৰ একো কাৰণ বুজিব নোৱাৰি লয়নীয়ে কান্দিবলৈকো ভয় কৰিলে। জীয়েকক যথোচিত পুৰস্কাৰ শোধাই তাই উগ্ৰ মূৰ্তি ধৰি ভেদোৰ পিনে চাই ক'লে,—"ৰাতিপুৱাই মোৰ চোতাল গছকিবলৈ তইঁক মাতিছে কোনে? আজিৰপৰা যদি তইঁতে মোৰ চোতালত ভৰি দিয়হি—ভেস্তে গোসাঁইৰ শাও লাগিব।" ৰাতিপুৱাই ইমান আযাৰ কথা আওৰাই আঘোণীৰ নিজৰেই বুকু কঁপি উঠিল।

ভেদোৰেও পুৱাতেই আঘোণীৰ সেই ৰণচণ্ডী গৰ্জন শুনি স্তব্ধ হৈ পৰিল। অলপ পৰ ইফালে সিফালে চাই ভেদোৱে ধুপুচ্‌কৈ আঘোণীৰ ভৰিত পৰি ক'বলৈ ধৰিলে—"ধাইটি, মোৰ সিদিনাৰ দোষ ক্ষমা কৰা। আজিৰপৰা মই তোমাৰ সেই আগৰ ভায়েৰা ভেদো। এতিয়াৰপৰা গাঁৱৰ কোনেও তোমাক টু-টা কৰিব নোৱাৰিব।" আঘোণীৰ মূৰ ঘূৰিবলৈ ধৰিলে, তাই আৰু থিবেবে ৰ'ব নোৱাৰি পিৰালিত বহি কান্দিবলৈ ধৰিলে। ইতিমধ্যে ভেদোৱে উঠি লয়নীক কোলাত লৈ বাটলৈ ওলাই গ'ল। আঘোণী পিৰালিত বহি উচুপি উচুপি নিতাল মাৰিছিল। এনেতে উকীলৰ ঘৰৰ লগুৱা ল'ৰাটিয়ে আহি ক'লেহি "বাইটি, আজি গৰু খীৰাবলৈ নোযোৱানে? পোৱালিটোৱে হেম্বেলিয়াই আছে।" আঘোণীৰ তেতিয়াহে তন্দ্ৰা ভাগিল।

"আজি মোৰ গাটো ভাল নহয়। যাক, লৰা-লৰিকৈ জোৰোৰাটো মাৰিয়েই লৈছোঁ। তই যা।"—বুলি দীঘল হুমুনিয়া এটা পেলাই আঘোণী ভিতৰ সোমাল।

ভেদো ল'ৰাটো সঁচাকৈ ভাল। কিন্তু মানুহৰ জীৱনলৈ কিছুমান দুৰ্বল মুহূৰ্ত আহে—সেইখিনি সময়ত নিজক সংযত কৰি ৰখা বহুতৰে টান হৈ

পৰে ; ইন্দ্ৰিয়বিলাক ইমান ভয়ঙ্কৰ হয় যে সিহঁতক শাসন কৰিবলৈ মনৰ শক্তি অক্ষম হৈ পৰে। হিতাহিত বা ভাল-বেয়াৰ বিবেচনা কৰিবলৈ তেতিয়া বিবেক নোহোৱা হয়। চকুৰ আগৰপৰা ধৰ্ম, সমাজনীতি সকলোবিলাক আঁতৰি যায়। বলিয়া হাতীৰ দৰে যেনিয়ে ইচ্ছা তেনিয়ে গৈ ইন্দ্ৰিয়ৰ তৃপ্তি সাধন কৰিবলৈ ইচ্ছা জন্মে। প্ৰবল ধুমুহাৰ দৰে সকলো ভাঙি চুৰমাৰ কৰিব খোজে। কিন্তু ধুমুহাৰ পিছত প্ৰকৃতিয়ে শান্ত-সৌম্য মূৰ্তি ধাৰণ কৰাৰ দৰে, মানুহৰো এটা প্ৰকৃতিস্থ অৱস্থা আছে। সেই অৱস্থাত মানুহ দেৱতা। অনুশোচনা আৰু অনুতাপত দগ্ধ হৈ মানুহে পূৰ্বকৃত সকলো পাপৰ প্ৰায়শ্চিত্ত কৰিবলৈ আগ বাঢ়ি যায়। সকলো অপমান আৰু অৱমাননা নিজে মূৰ পাতি ল'বলৈ সমৰ্থ হয়। ভেদোৰো আজি সেই অৱস্থা। জীৱনৰ এটা ডাঙৰ বিপদৰপৰা আঘোণী ৰক্ষা পৰিল। আত্মীয়-কুটুম্ব নোহোৱা আঘোণীয়ে আজি নতুনকৈ এটি ভায়েক পালে।

দুখীয়াৰ জীৱনত বৈশিষ্ট্য নাই। কোনোমতে দিন যাব লাগিছে। আঘোণীৰ ৰূপৰ জমকে আজি গাঁৱৰ ডেকাহঁতক চমক লগাব নোৱাৰে। আঘোণী বুলিলে কোনেও আজি বাংচালী গাভৰু ছোৱালী এজনী বুলি ভাবিব নোৱাৰে। আজিৰ আঘোণী এজনী প্ৰৌঢ়া, গম্ভীৰ, ৰূপহীনা দুখীয়া বিধৱা। শক্তিৰ ক্ষয় নাই বুলি এটা কথা আছে। কিন্তু ৰূপৰ ক্ষয় হয় নে নহয় তাৰ বোধ কৰোঁ সিদ্ধান্ত পণ্ডিতসকলে এতিয়াও কৰিব পৰা নাই। আঘোণীৰ ৰূপৰ জেউতি হ্ৰাস হোৱাৰ লগে লগে লয়নীক সেই পোহৰে আবৰি ধৰিলেহি। সিদিনাৰ থুনুক্-থানাক্ মাতৰ লয়নী সময়ৰ লগে লগে বাঢ়ি উঠিল। লয়নীয়ে ইখন-সিখন কৰি মাকক সহায় কৰিব পৰা হ'ল ; বয়স বঢ়াৰ লগে লগে লয়নীয়ে মাকৰ লগ এৰি গোটেই গাঁৱত অকলে পিটুপিটাই ফুৰিব পৰা হ'ল। গাঁৱৰ কাৰ বাৰীত কি আছে, কোনখন এৰা বাৰীত কি পায়, চাওঁতে চাওঁতে সকলো তাই আৱিষ্কাৰ কৰিলে। মাকে তাইক ঘৰৰখীয়া থৈ লোকৰ ঘৰৰ ধান বানিবলৈ বা পানী কঢ়িয়াবলৈ যায়—ইফালে তাই টলৌ টলৌ কৰি গাঁৱৰ ক'ত কি আছে বিচাৰি ফুৰে। এৰা বাৰী বুলি চিৰভাদাৰণীৰ বাৰীলৈ যাবলৈ বয়সিয়াল ডেকাহঁতেও সাহ নকৰে। সেইখন বাৰীতে ভোলে চিৰভাদাৰ আৰু তেওঁৰ দুয়ো পুতেকক সৎকাৰ কৰা হৈছিল। অকলশৰীয়া হৈ এতিয়া মাথোন চিৰভাদাৰণীয়েই

ইমান ডাঙৰ বাৰীখন আঁকোৰগোজালিকে ধৰি আছে। বাৰীৰপৰা এটা বস্তু কাৰো তুলি নিবৰ সাহস নাই। পনিয়ল, টেপৰ, ডিমৰু পকি পকি তল সৰি গেলি-পচি গৈছে। মানুহে ভাবে বাৰীখনত ভূত আছে, চিৰন্তাদাৰণী মৰিলেও টেপৰ গছত ডাইনী-যখিনী হৈ থাকিব। ভৰ ভুপৰীয়া কেনিও কাৰো সা-সঁহাৰি নাই। চিৰন্তাদাৰণীয়ে ভুপৰীয়া এমুঠি খাই জুৰাইছে। মাজে মাজে বাৰীত কিহবাৰ শব্দ শুনি "কোন ঔ" বুলি উচপ খাই উঠিছে; ঠিক এনে সময়তে লয়নীয়ে হাতত খৰাহি এটা লৈ মনে মনে চিৰন্তদাৰণীৰ বাৰীত সোমালগৈ। মনত অপাৰ আনন্দ—ইমানবিলাক টেপৰ-ডিমৰু পকি মাটিতে সৰি আছে এইবোৰ বুটলি নিবলৈ কোনো নাহে কিয়? অকণমান মগজুৰে ইয়াৰ অৰ্থ বুজি নাপাই, লয়নীয়ে টেপৰ চোহাত লাগিল। কিমান খাব, কিমান গোটাব? আজিয়েই নহৈছে কালিলৈকো এগাল নিবহি লাগিব। কালিলৈ মাণিকী আৰু কণছোৱালীহঁতকো লগত লৈ আহিব। লয়নীয়ে ভাবিছিল সেই এখৰাহি টেপৰ আৰু ডিমৰু দেখি মাকে বৰ ৰং পাব। সন্ধিয়া মাক কেতিয়া উভতি আহে, তালৈকে বাট চাই তাইৰ উচপিচনি লাগিল। মাজে মাজে বাটলৈ ওলাই মাকক নেদেখি ভিতৰ সোমাই গৈ ডিমৰু কেইটা হ'ল, টেপৰেই বা কেইটা হ'ল লেখি চায়গৈ। কেইটামান লেখাৰ পাছতে ভুল লাগে। আকৌ খৰাহিত সোপাকে ভৰাই থয়। সন্ধিয়া মাকে আহি খৰাহিটো দেখি জীয়েকক সুধিলে—"হয়ে লয়নী, এয়ানো কোনো দিলেহি।" লয়নীয়ে নিজৰ গৌৰৱত উৎফুল্ল হৈ হাঁহি ক'লেহি—

"বাৰু তয়ে কচোন, কোনে দিছেহি।"

"জানো মই সৰব্জাননে?"

মাকে যথোচিত উত্তৰ দিব নোৱাৰাত লয়নীয়ে উছাহেৰে ক'লে—"কোনে দিবহি? তোমাৰ জীয়েৰাই বিচাৰি আনিছে।"

আচৰিত হৈ আখোণীয়ে সুধিলে—"তই এইবিলাক কাৰ বাৰীত পালি?"

"কাৰ বাৰীতনো আছে? চিৰান্তাদাৰণীৰ বাৰীৰপৰা ভুপৰীয়া আনিছো, ইস্, তাতযে আৰু কত—।" লয়নীৰ মুখৰ কথা মুখতে থাকিল। মাকে তাইৰ ডিঙিত ধৰি ঘটালিবলৈ ধৰিলে।

—"মৰতী, মৰিবলৈ আৰু ঠাই নাপালি? ভুপৰীয়া সেইখন বাৰীত

সোমাইছিলিগৈ। নাজাননে সেইখন কালিকা-লগা বাৰী!" জীয়েকক এৰি থৰাহিটো দাঙি লৈ আঘোণীয়ে থৰাহিৰে সৈতে সকলোবিলাক নিজৰ ঘৰৰ বাহিৰ কৰি দলিয়াই দিলে। নয়নীৰ বেজাৰ লাগিল; অৱশ্যে মাকৰ মাৰ খাই নহয়। ইমান কষ্টকৈ বুটলি অনা বহু দিয়া ভিমৰুবিলাক পেলাই দিয়াৰ কাৰণেহে। এটামান ভিমৰু মুখত দিয়াহেঁতেনহে মাকে তাৰ সোৱাদ বুজিলেহেঁতেন।

আন এদিনৰ কথা। গোসাঁইৰ ঘৰৰ পাছফালে জাৰণি এডৰা; তাতে বনৰীয়া কেৰেলা বগাই থোপে থোপে লাগি আছে। ঠাই বেয়া দেখি কোনো ল'ৰা-ছোৱালীয়ে সেইপিনে মু' নকৰে। সেইদিনা সন্ধিয়া ভেদোৰ ৰঙা হালোৱা গৰুটো ঘৰলৈ নহা দেখি সেইপিনেই বিচাৰি গৈছে। এজনী জুটুলা-জুটুলি চুলিৰে সৰু ছোৱালী—ভেদোৰ গোটেই গাটো জিম্‌জিমাই গ'ল। সি এখোজ দুখোজকৈ পাছ হুঁহকিল। এনেতে শুনিলে নয়নীৰ মাত—"হেৰ, মোমাই, ৰচোন ময়ো যাওঁ।"

ভেদোৰে উচাপ খাই উভতি চাই সুধিলে—"তইনো এই সন্ধিয়াখন ইয়াত কি বিচাৰিছ?"

নয়নীয়ে কোঁচ ভৰা কেৰেলাগাল দেখুৱাই ক'লে—"এইডৰা কেৰেলা ৰবকৈ লাগিছে মোমাই! আজি ছিড়ি শেষ কৰিব নোৱাৰিলোঁ। কালিলৈ এগাল ছিড়ি তইঁতকো দি আহিমগৈ। পিছে, তইনো এইফালে আহিছিলি কিয়?"

—"ৰঙা হালোৱাটো আজি গোহালিলৈ যোৱা নাই। কালিলৈ হাল ভালকৈ বোৱাব।"

—"এ, তইঁতৰ ৰঙা হালোৱাটো এইফালেই আহিছিল। মই আকৌ যাবৰ সময়তহে খেদি লৈ যাম বুলি ভাবিছিলোঁ।" এই বুলি কৈয়ে নয়নীয়ে লৰ মাৰি ওচৰৰে কঁঠাল গছ এজোপাৰ ওচৰলৈ গ'ল। ভেদোৰ ভয় তেতিয়ালৈকে ভগা নাছিল। সি চিঞৰি উঠিল—"ক'লৈ গলি হয়ে নয়নী?" নয়নীয়ে গছৰ তলৰপৰা মাত লগালে—"ৰঙা হালোৱাটো এইফালেই আহিছিল, খেদি আনো ৰ।"

ভেদোৰে লৰালৰিকৈ ক'লে—"এ, ৰাতি হ'ল; এতিয়া থাওক দে। নিশা নঙলা মেলি থ'ম আপোনা-আপুনিয়ে সোমাবহিগৈ।" ভেদোৰ কথা শেষ নৌ হওঁতেই নয়নীয়ে গৰুটো খেদি আনিলেগৈ।

—"ক'ত আছিল ?"

—"আজি কোনোবাই কঁঠালৰ ডাল কাটিছিল। তাৰে পৰি থকা পাতবোৰ খাইছিলগৈ।"

—"তইনো কঁঠালৰ পাত পৰি আছে বুলি কেনেকৈ গম পালি ?"

—"মই আজি দুপৰীয়া আমাৰ বগী ছাগলীজনীলৈ এসোপা নিছিলোঁহি নহয়।"

ভেদোৱে আচৰিত হৈ সুধিলে—"দুপৰীয়াখন তই অকলে আহিছিলি ?"

—"আকনো লগত কোন আহিব" বুলি লয়নীয়ে বাট এৰি অবাটে যোৱা গৰুটো ঘূৰাই আনিলে।

"তয়ো কম ছোৱালী নহয় দে।"

লয়নীৰযে বিয়া দিবৰ সময় পালেহি ইমানদিনে আঘোণীৰ খবৰেই নাছিল। অৱশ্যে লয়নীলৈ ভাল চাই ল'বা এটা চপাই ল'বলৈ মাকে ভালে-দিনৰপৰা আশা পুহিছিল। কিন্তু ইমান সোনকালেযে সি হ'ব তাক তাই সপোনতো ভবা নাছিল। এই আহাৰ গৈ শাওণ সোমালেহে লয়নীয়ে মুঠেই পোন্ধৰ বছৰত ভৰি দিব। এতিয়াইনো তাইৰ বিয়া দিবৰ বয়স হ'ল নে ? তাইতকৈ বয়সে তিনি বছৰে ডাঙৰ ভোলাৰ জীয়েকৰেই বিয়াৰ দেখোন এতিয়ালৈকে একো উমঘামেই শুনা নাই। ভোলাৰ একেলগে তিনিজনী ছোৱালী বিয়া দিব লগা হৈ আছে। তাইৰ আগলৈকো নাই, পাছলৈকো নাই, সেই একেজনী ছোৱালী। তাইৰ বিয়াৰ এতিয়াই খদমদমখন লগোৱাৰ সকাম কি ?

কিন্তু যিদিনা সন্ধিয়া কলঙত পানী আনিবলৈ যাওঁতে ভোগাইৰ ঘোৱাৰীয়েকে সুধিলে "হয়নে আঘোণী, তোৰ জীয়েৰে বোলে পদোত সোমাব খুজিছে ?" সেইদিনাহে আঘোণীৰ চমক ভাগিল। পদো গাঁৱৰে ল'ৰা যদিও, থাকে যোৰহাট নে গোলাঘাটত। কোনোবা হাকিমৰ পিয়াদা। এমাহ নে কিমান দিনৰ ছুটী লৈ ঘৰলৈ আহিছে। ঘৰত বাপেক-মাহীমাকেৰে সৈতে তাৰ সিমান সদ্ভাব নাই। পদো আহিবৰপৰা লয়নীৰ লগত মেল-মৰা তাই দেখিছে। সেই বুলিয়েইযে লয়নী পদোত সোমাব, এনে কথা

মাক হৈ আঘোণীয়ে বিশ্বাস কৰিব নোৱাৰে। ভালেমান পৰ বৈ ভোগাইৰ বোৱাৰীয়েকে একো উত্তৰ নেপাই বিদ্ৰূপৰ ভঙ্গীৰে ক'লে—"আমাৰ আগত নো কেলৈ লুকুৱাব লাগিছে আই? পদোৱে যোৰহাটৰপৰা ধন-সোণ এগাল আনিছে, তাকে আমি হ'বলা খুজিবলৈ যাম? এনেকৈ চুৰ-চাৰি কৈ নোসোমাই মূৰত পানী একলহ ঢালি সোমোৱাহেঁতেন গঞায়ে সন্তোষ পালোঁহেঁতেন।

আঘোণীয়ে হঠাৎ একো উত্তৰ বিচাৰি নাপাই সুধিলে—"তইনো কথাটো ক'ত শুনিলি?"

ভোগাইৰ বোৱাৰীয়েকে জিকাৰ মাৰি উঠিল—"ইস্, আমাৰ কিবা চকু-কাণ নোহোৱা হ'লনে?" ভোগাইৰ বোৱাৰীযেকে গাগৰিটো কাষত লৈ নিজৰ মুখতে কিবা-কিবা ভোৰ্-ভোৰাই গজ্গজকৈ গুচি গ'ল। যাবৰ সময়ত আঘোণীৰ লগো নিবিচাৰিলে।

লয়নী যেতিয়া পদোত চাপি সোমালগৈ, গাঁৱৰ নানাজনে নানা মত প্ৰকাশ কৰিবলৈ ধৰিলে। কোনোৱে ভাবিলে লয়নীয়ে বেছ বুদ্ধিমতী ছোৱালীৰ কাম কৰিলে। ওচৰ-চুবুৰীয়াই ক'লে—"ক'ত সেই অকণমানি ছোৱালীজনীয়ে ইমান ভাবি-চিন্তি চাইছে। এইবোৰ আটাইবোৰ মাকৰ কাৰছাজি। পদোৱে কাম-বন কৰি দু-পইছা অৰ্জা দেখি, আঘোণীয়ে তাক আহুদি কৰি ছোৱালীজনী চপাই দিলে।"

এই কথা লৈয়ে প্ৰথম কেইদিন পদোইতৰ ঘৰতো ভীষণ হুলস্থূল। পদোৰ বাপেকে ভাবিছিল—চৰাইবহীয়াৰ অৱস্থা ভাল। দুপদ-এপদ গাঁথৰিও ছোৱালীৰ লগত ঘৰলৈ আহিব। যিদিনা সন্ধিয়া লয়নী গৈ পদোইঁতৰ ঘৰ সোমালগৈ, সেইদিনা পদোৰ মাহীমাকে তাইক ছুইহে নিকিলালে। গাঁৱৰে ৰঙাই মহাজনৰ জীয়েক মালতীক পদোলৈ আনিম বুলি মহাজননীৰে সৈতে মাহীমাকে হেনো সম্বন্ধ পাতি ইখন-সিখন বস্তু অনা-নিয়া কৰিছিল। কিন্তু মাত্ৰ মূৰতে পদোৱে থাবলৈ নোপোৱা, মূৰ গুজিবলৈ ঠাই এডোখৰ নোহোৱা আঘোণীৰ জীয়েকক ঘৰ সুমুওৱাহি দেখি খঙতে টিক্‌চি বিক্‌চি উঠি লয়নীক গালি বৰষিবলৈ ধৰিলে "ক'ৰ কালশঁাথিনীজনী মোৰ ঘৰত সোমালহি উ কটা। এনেনো লাজ-চৰম নোহোৱা নাটেশ্বৰী গাভৰু ক'ত দেখিছা? ভালে ভালে বাপেৰে মোৰ ঘৰৰপৰা নোলালে চুলিত ধৰি বাঢ়নীৰে কোবাই উলিয়াই দিম। বুঢ়ী শাহুৱেৰক চিনিবি কেনেজনী?"

যি হক পদোৰ বাপেক মানুহটো শান্ত। কোনোমতে ঘৈণীয়েকক বঢ়াই-বুজাই ক'লে,—"কি কৰিবা আৰু ? আহি নিজে সোমালহি যেতিয়া, এতিয়া গালি-শপনি পাৰিব নাপায়। ভালেই হ'ল দিয়া। বিয়া-বাৰু কৰাই অনাহঁতেন খৰচৰ বোজাটো আমাৰ ওপৰতে পৰিলেহেঁতেন।"

গাঁৱৰ সকলোৱে ভাবিছিল যে আন যি কি নহওক, আঘোণীয়ে চাগে পদোক জোঁৱাই পাই বৰ বং পাইছে। কিন্তু কাৰ্য-কলাপত তাৰ বিপৰীত ঘটিল। ঘৰ এৰাৰপৰা জীয়েকৰ লগত আঘোণীৰ সম্বন্ধ নাই, পদোহঁতৰ ঘৰত গৈ এবাৰ ভুমুকি মাৰিও জীয়েক-জোঁৱায়েকক চাই আহিবলৈ নগ'ল। লয়নী চাপি সোমোৱাত আঘোণীৰ দুখ নাই। কিন্তু তাই পদোলৈ নোসোমাই আন এটালৈ নগ'ল কিয় ? পদোক ভাল নোপোৱা আঘোণীৰ ভালেমান কাৰণ আছে। সি হেনো জিলাত থাকোঁতে মদ-ভাং আদিও মুখত দিছে। চৰিত্ৰৰ ফালে তেনেই তলি উদং। গাঁৱতেনো তাৰ কেইটা বদনাম ওলাইছে ! চহৰত থাকি তাৰ আচাৰ-ব্যৱহাৰবিলাক বঙলুৱা হৈ পৰিছে। আঘোণীৰ আটাইতকৈ ডাঙৰ দুখ হৈছে যে পদো পৰৰ ঘৰৰ চাকৰ—যোৰহাটৰ হাকিমৰ লগুৱা। যি গুণৰ কাৰণে পদোৱে সম্মানিত বুলি ভাবিছিল, গাঁৱৰ মানুহে যিহৰ কাৰণে তাক খাতিৰ কৰিছিল—সেই গুণটিয়েই আকৌ আঘোণীৰ মনত পদোক নিকৃষ্ট আৰু হেয় কৰি তুলিলে। আঘোণীয়ে কেতিয়াও ভবা নাছিল যে লয়নীয়ে মাকক নোসোধাকৈ পলাই যাব। ওচৰ চুবুৰীয়াই মন কৰিলে লয়নী যোৱাৰ পিছতেই আঘোণীৰ বহুত পৰিৱৰ্তন ঘটিল। আঘোণীৰ চুলি পকিল—তাই বুঢ়ী হ'ল। আঘোণীৰ অন্তৰত খুন্দা মাৰি থকা শোক শৰীৰৰ মাজেদি বাজত প্ৰকাশ পালে।

লয়নী ঘৰৰপৰা ওলোৱা আজি এবছৰ হওঁ হওঁ হৈছে। তথাপি তাই এদিনালৈকো মাকৰ ঘৰলৈ মুখ কৰা নাই। আহেই বা কোনটো লাজেৰে ! ঘৰৰপৰা ওলাবৰ সময়ত তাইতো মাকক মাত এষাৰো লগাই যোৱা নাছিল। আঘোণীয়ে আৰ-তাৰ মুখে জীয়েকৰ বাতৰি শুনে। পদো হেনো আজি ভালেমান দিন অহা নাই ; পা-পইছা এটাও পঠিয়াবলৈ এৰিলে। লয়নীৰে গোহালিৰ গোবৰ পেলোৱাৰপৰা কুঁহিয়াৰতলি চিকুণোৱালৈকে সকলো বন নিজে কৰিব লাগে। তদুপৰি বাতি-দিন মাহী-শাহুৱেকৰ গালি-শপনি আছেই। তাতে লয়নীৰ এতিয়া গা-নবিয়া, সেই বুলি জানো তাই

কাম-বনৰপৰা অব্যাহতি পাইছে? শাহুৱেকৰ শাও-শপনিৰপৰা কোনোবা-দিন জানো হাত সাৰিছে? আঘোণীয়ে লোকৰ মুখৰপৰা কথাবোৰ শুনি নিৰলে ঘৰত বহি কান্দেহি। তাইৰ সেই লয়নী যে এগছ কুটা ডুগছ কৰিবলৈ পালে মূৰে ভৰি কাঢ়ি মৰিছিল—যি লয়নীয়ে আন কি হাউচ কৰি এচাৰ ঢেকী দিয়াকে মাকে সহিব নোৱাৰিছিল, সেই লয়নীয়ে মাক জীয়াই থাকোঁতেই পৰৰ ঘৰত গেবাৰি খাটি হা-হুতাহত জীৱন কটাইছে। এয়া কেই পদূলিৰ বাটনো? তাই জানো মাকৰ ঘৰলৈ গুচি আহিব নোৱাৰে? ইস্! তাইৰ বাতৰি ল'বলৈ আঘোণী পদোইতৰ ঘৰলৈ যাব? হ'লেই বা নিজৰ বুকুৰ সন্তান! সম্মান নহ'লেও মাতৃত্বৰ অভিমান আছে।

বৰুৱাৰ ঘৰত ধান জাৰি মূৰত ধান এপাচি লৈ সন্ধিয়া আঘোণী ঘৰলৈ উভতিছে। আচৰিত কথা দুৱাৰখন মেলিলে কোনে? ভিতৰ সোমাই মূৰৰ-পৰা পাচিটো নমাই ইফালে সিফালে ঘূৰি চাই কাকো নেদেখিলে। ভগা চাংখনৰ কেৰমেৰণি শুনি, সেইফালে চকু দি আঘোণী হতভম্ব হৈ মূৰত হাত দি মাটিত বহি পৰিল। এয়ে তাইৰ লচপচী পখিলী লয়নী! ইতো মানুহৰ শৰীৰ নহয়—এটা জীৱন্ত জঁকা। আঘোণীৰ নিজৰ ওপৰতেই ভীষণ খং উঠিল—কিয় তাই ইমান দিনে গৈ জীয়েকক মাতি নানিলেগৈ? এনেনো কঠুৱা মাক কেতিয়াবা উপজিছেনে? লয়নীয়ে পাটীৰপৰা নামি আহি মাকৰ গাত পৰি কান্দিবলৈ ধৰিলে। দুয়ো মাক-জীয়েকে ভিডিভ ধৰা-ধৰি কৰি উচুপিবলৈ লাগিল। সেই নিশা আঘোণীৰ পঁজাত চাকি জলোৱা নহ'ল, কান্দি কান্দি দুয়ো মাক-জীয়েক টোপনিত লালকাল দিলে। টোপনিত উচাপ খাই আঘোণীয়ে জীয়েকক বুকুলৈ টানি নি সাবটি ধৰিলে। সেই বেটনিত আঘোণীয়ে জীয়েকৰ সকলো কলঙ্ক, সকলো অপযশ পাহৰি পেলালে! কেঁচুৱা ছোৱালীৰ দৰে লয়নীও কুকৰি কুকৰি মাকৰ বুকুত সোমাল।

লয়নী সৰহদিন নিজীয়ে বুলি সকলোৱে জানিছিল। কোনোমতে যদি সন্তানটি হোৱালৈকে জীয়াই থাকে, তেনেহ'লেও ৰক্ষা। আঘোণীৰ প্ৰাণে কিন্তু নৈ নামানিলে। তাই জীয়েকক নতুন প্ৰাণ দিবলৈ উঠি-পৰি লাগি গ'ল। চহৰৰ জনা-বুজা কবিৰাজ হকিমৰ ভৰিত পৰি আঘোণীয়ে হবাওবাওকৈ কান্দিবলৈ ধৰিলে। হকিমেও নিজ আয়ত্তত থকা সকলো ঔষধকে প্ৰয়োগ কৰি প্ৰমাণ চালে; কিন্তু যাৰ চাউল ঢুকাই আহিছে, তাক বেজ-জানীৰ

ঔষধ-অনুপানে জীয়াই ৰাখিব কেনেকৈ? পঁয়া লগা ছোৱালী এজনী জন্ম দি এমাহৰ মূৰত যেতিয়া প্ৰৱল ৰক্তস্ৰাৱত লয়নীয়ে চকু মুদিলে তেতিয়া শুনি গাঁৱৰ কোনো আচৰিত নহ'ল।

তৃথীয়াৰ দুখৰ কোনো সমভাগী নাই। লোকৰ সহানুভূতি নেপালে অন্তৰৰ শোকে অন্তৰতে গুজৰি-গুমৰি থলক লগায়। ইমান শোকৰ খুন্দাতো আঘোণী জীয়াই থাকিল কোঙা নাতিনীয়েকক মানুহ কৰিবলৈ। ওচৰ-চুবুৰীয়াই ক'লে, "লয়নী মৰিল ভালেই হ'ল। কিন্তু এই পঁয়া লগা ছোৱালীজনী এৰি থৈ আঘোণীৰ ভিভিত ফাঁচ লগালে কিয়?"

আজিৰ আঘোণী আগৰ ৰূপহী নহয়। কোনেও আজি বাটে বাটে ৰৈ তাইৰ লয়লাস ভঙ্গীলৈ চকু নিদিয়ে। আঘোণী আজি বুঢ়ীমাক—তাইৰ নাতিনী ছোৱালী এজনী আছে। নাতিনীয়েকৰ খোৱা-পিন্ধাৰ বিষয়ে ভাবিয়েই বুঢ়ী ৰাতি-দিন ব্যস্ত। লোকৰ ঘৰে ঘৰে, বাৰীয়ে বাৰীয়ে আঘোণীয়ে বিচাৰি ফুৰে নাতিনীয়েকৰ মুখত দিবলৈ কিবা ভাল বস্তু পায়নে বুলি। লয়নীয়েও এদিন এনেকৈ পৰৰ বাৰীয়ে বাৰীয়ে ঘূৰি ফুৰি ফুৰি মাকৰ পৰিতৃপ্তিৰ নিমিত্তে ফল-মূল গোটাইছিল। আঘোণীয়ে আজি-তাৰেই প্ৰতিশোধ লৈছে।

*

সকলোৰে ঘৰে ঘৰে সোমাই বা-বাতৰি লৈ দুপৰীয়া আঘোণী বুঢ়ী আহি ঘৰ সোমাইছে। বাজত লেঙেৰা নাতিনীয়েকে অকলে অকলে 'খলিগুটি' খেলিছে। বুঢ়ী মাকক অহা দেখি তায়ো ভিতৰলৈ সোমাই গ'ল। বুঢ়ী মাকে বিহাৰ আঁচলৰপৰা বকৰানীয়ে দিয়া ঘিলা-পিঠাৰ টোপোলাটো নাতিনীয়েকৰ আগত মেলি দিলে। লেঙেৰীয়ে সেই আধা-ভঙা পিঠা এটা মুখত দি ক'লে—"বৰ সোৱাদ আই! উকিলনী আয়ে মোলৈ দি পঠিয়াইছে নহয়? মই হ'লে কালিলৈ আইহঁতৰ তালৈ যাবেই যাম।" তাইৰ মুখত তৃপ্তিৰ হাঁহি বিৰিঙি উঠিল। বুঢ়ীয়ে নাতিনীয়েকৰ আনন্দ দেখি মনত ভাবিলে, "লেঙেৰী হৈ উপজিলি, ভালেই হ'ল। লয়নীৰে নিচিনাকৈ মোক আৰু এৰি থৈ যাব নোৱাৰিবি।"

# ৰে বড়ে ভাই

## হলীৰাম ডেকা

দুই-এখন পুৰণি ধৰণৰ ঘোঁৰা-গাড়ী, দুই-এখন নতুন পুৰণি মটৰ গাড়ী, দুই-চাৰিটা শ্ৰান্ত ভাৰবাহী কুলী, এইসকলৰ অনিশ্চিত সমন্বয়তে ৰেল-ষ্টেশ্যনৰ কাষতে গুৱাহাটী-শ্বিলং মটৰ ষ্টেশ্যনটি গঢ়ি উঠিছে। তাত সকলো কাম লাহে-ধীৰে বিজুলী-চালিত গধুৰ ঘড়ী এটাৰ নিচিনাকৈ চলে! দেখিলে ধাৰণা হয় যেন ঘড়ীটো মৰা; কিন্তু কিছু পৰ স্থিৰ চকুৰে চাই থাকিলে দেখা যায় যে মিনিটৰ কাঁটাডালে জাপ মাৰি তাৰ এক মিনিট বহি থকাৰ অন্তত জীৱনৰ পূৰ্ণ আভাষ দিয়ে। ঠিক সেইদৰে ষ্টেশ্যনৰ সকলো কাৰ্য্যাৱলী সময়তে হয়, কিন্তু কেনে লেহেম! পাণ্ডু-শ্বিলং ছাৰ্ভিছৰ গাড়ীবোৰ আহে—ধনী-দুখীয়াৰ বিধে বিধে। নিধনীৰ গাড়ী আহি বহু পৰ ৰৈ থাকে, মালৰ গাড়ীবোৰ শ্ৰান্তভাৱে গেৰুৱা ৰং লৈ বৈৰাগ্যৰ হুমুনিয়াহ তুলি এখন-দুখনকৈ অদৃশ্য হয়; যাত্ৰীসকল সাজি-পাৰি নিজ নিজ গাড়ীত উঠি যাত্ৰা কৰিবলৈ শুভ সংকেতটিলৈ চাই থাকে, দুই-এটাই বাৰে বাৰে উঠি-নামি বিদগ্ধতাৰ পৰিচয় দিয়ে আৰু নতুনকৈ দেখা দূৰ দেশৰ অপৰিচিত যাত্ৰীয়ে চাৰিও-পিনৰ শৈল-শ্ৰেণীলৈ চকু দি ভাবে,—কি অনন্ত পৰ্বতমালাৰ গৰ্ভত আত্মসমৰ্পণ কৰিবলৈ ওলাইছে, ভগৱান যেন সাৰথি থাকে।

এনে এটা ক্ষণতে মলিন ফটা-ছিটা কোট-পেণ্ট পিন্ধা ওঠৰ-কুৰি-বছৰীয়া ডেকা ল'ৰা এটা মটৰ-ষ্টেশ্যনত দেখা দিলে। তাৰ হাতত এডাল বেত, আইৰ দাগ থকা মুখত এটা হাঁহি; কিন্তু দুটা বস্তুৰ তাৰ নিতান্ত অভাৱ—ভৰিত জোতা আৰু চকুত দৃষ্টি। ধৰণ-কাৰণ দেখি বুজা গ'ল ঠাইখিনি তাৰ অপৰিচিত নহয় বৰং কুলী-মালী কিছুমানো তাৰ পৰিচিত যেন লাগিল। কাৰণ, সি অহাৰ লগে লগে চাৰিওপিনৰপৰা "ছুলতান, ছুলতান" বুলি শব্দ হ'ল আৰু মানুহবোৰ তাৰ কাষ চাপিল। সি হাঁহি ক'লে হিন্দুস্থানীত, "আজি মই যাবলৈ আহিছোঁ।" সকলোৱে সুধিলে, "ক'লৈ?" সি উত্তৰ

দিলে, "খিলঙলৈ।" শ্ৰোতাসকলে ৰস পাই সুধিলে, "কিয় ?" উত্তৰ দিলে, "মোৰ ককাইটিৰ খবৰ ল'বলৈ।" সকলোৱে গির্জনি মাৰি হাঁহিলে—বোধ হয় নিজৰ চকুৰ অভিমান লৈ আৰু তাৰ অন্ধতাৰ আসম লৈ। সি তালৈ ভ্ৰুক্ষেপ নকৰি তাৰ কামযে অকৰী বুজাবলৈ ক'লে,—"ককাইটিৰ বহুত দিন বাতৰি পোৱা নাই।" সি নিজে গৈ থপ্‌জপাই এখন দীঘলীয়া মটৰ-গাড়ীত উঠিল—এইবোৰৰ আধাখিনিত মাল-বস্তু যায় আৰু আধাখিনিত নিম্নশ্ৰেণীৰ যাত্ৰী যাব পাৰে। "হেৰ, তোৰ টিকট নাই, নাম।" এই বুলি তাৰ হাতত ধৰি কোনোৱা এজনে নমাই দিলে। সি বিনা আপত্তিতে নামি ক'লে, "বড় ভাইকা পত্তা নহী মিলা।" (ককাইটিৰ খবৰ পোৱা নাই।) চাৰিওপিনৰ মানুহে হাঁহিলে, বোধ হয় উপহাস কৰি—অন্ধৰ আৰু স্নেহৰ আকৰ্ষণ! তাৰ চকুৰে গিৰ্-গিৰ্‌কৈ পানী পৰিবলৈ ধৰিলে নিজৰ অসহায়তাত কিন্তু ৰ'দ উঠাত ডুবৰিৰ নিয়ৰৰ দৰে নিমিষতে তাৰ চকুলো অন্তৰ্ধান হ'ল, মুখত এটি স্নিগ্ধ হাঁহি বেৰাই গ'ল। সি আৰম্ভ কৰিলে—কবীৰৰ দোহা। কি গীত, কি মাত! চাৰিওপিনে কাঁহ পৰি জীণ গ'ল। বোধ হয় বেছিভাগ শ্ৰোতাই হিন্দী নুবুজিছিল, হয়তো গানৰ ভাষা বহুতৰে অপৰিচিত আছিল; কিন্তু কি সুধাবৰ্ষী সেই সুৰ, তাৰ আইৰ ফুল পৰা চকুয়ে-মুখে কি অপূৰ্ব সজীৱতা, পাতল ওঁঠ দুটি আৰু পাতল কৰি কি মধুৰ হাঁহি। অন্তত মাজে মাজে "ৰে, ৰে, ৰে, ৰে," বুলি ধ্বনি উঠে। গায়কৰ কি মন-প্ৰাণ হৰি নিয়া একাগ্ৰতা। যাবলৈ উন্মুখ যাত্ৰীসকলে গাড়ীৰপৰা নামি গায়কৰ কাষ চাপিল; গাড়ীৰ চালকসকল তাতে থুপ খালে, মটৰ কোম্পানীৰ কৰ্মচাৰী-সকলে সাৱধান কৰি দিয়া সত্ত্বেও কাৰো গা নলৰিল। বেছি পইছা দিয়া যাত্ৰীসকলৰ যথাসময়ত যোৱাৰ কাৰণে উদ্বেগ বাঢ়িল, কিন্তু কম পইছাৰ যাত্ৰীসকলৰ গাড়ী আগেয়ে যাব লাগে। তেওঁলোকে প্ৰমাদ গণিলে। কৰ্মচাৰীসকলৰ এজন কাষ চাপি ক'লে—"শুন তোক মই যাত্ৰীৰ গাড়ীত উঠিবলৈ দিব নোৱাৰোঁ; কিন্তু চাকনি নথকা মাল গাড়ীত উঠি যাবনে? কিন্তু বাপু, তাৰপৰা যদি উফৰি যাৱ, মোৰ গাত দোষ নাই, সমূলে মৰিবি।" সি শান্তিৰ নিশ্বাস পেলাই ক'লে—"য'তে ত'তে যাম। ককাইটিৰ বহুত দিন বাতৰি পোৱা নাই।" কৰ্মচাৰীজন অতি ভদ্ৰ আছিল; তেওঁ সুধিলে, "ককায়েৰ খিলঙৰ ক'ত থাকে?" সি অতি উৎসুক আগ্ৰহেৰে ক'লে,

"শিলঙত, বাবু শিলঙত।" কুলী এটাই নি এখন মাল নিয়া মটৰৰ কাষত তাক এৰি দিলে, আৰু সি বিনা আয়াসে হাতীত মাউত বহাদি ঢাকনি নোহোৱা মটৰ গাড়ীৰ মাল নিয়া পীৰাখনত দেৱৰাজ ইন্দ্ৰৰ আমোলেৰে বহিল। শ্ৰোতাৰ জুম ভাগিল, যাত্ৰীসকল নিজ নিজ গাড়ীলৈ উভতিল। এখন এখনকৈ গাড়ীবোৰ পালমতে লৰ দিলে; কিন্তু বায়ুমণ্ডলত তেতিয়ালৈকে ছুলতানৰ উৎফুল্ল স্বৰ-লহৰী যেন প্ৰিয় বন্ধুৰ স্মৃতিৰ দৰে সজাগ হৈ থাকিল।

শিলঙত ছুলতান গৈ গধূলি যেতিয়া নামে, জিপ্ জিপীয়া বৰষুণ। ৰাজ-আলিৰ বিজুলী চাকিবোৰ দূৰ আকাশৰ আলফুলকৈ ওলমি থকা তৰাৰ দৰে অকামিলা নিস্তেজ পোহৰ বিকীৰণ কৰিছে। তাৰে কেৱল থাপ আৰু আলিৰ প্ৰভেদ চিনি; কিন্তু আবাল্য-অন্ধ ছুলতানৰ পক্ষে সি কি কামৰ হ'ব? গাড়ীৰপৰা নামিয়ে যিজন ভদ্ৰলোকৰ সৌজন্যত আহি সি এইখিনি পালে, তেওঁৰ মাত শুনে নে কাণ পাতি চালে, শুনিলে; তেওঁৰ উদ্দেশ্যে কৃতজ্ঞতা জনালে আৰু ফটা টুপীটো মূৰত দি ষ্টেশ্যনৰ বাহিৰ ওলাই ৰাজ-আলিত থিয় দি ভৰিৰে খুপি খুপি আগ বাঢ়িল। কাৰেদি বোকা ছটিয়াই ফৰ-ফৰকৈ ধনীৰ যান-বাহনবোৰ অহা-যোৱা কৰিবলৈ ধৰিলে। সি এপিনে আলিৰ কাষৰ নৰ্দমাৰ ঢালু মাটি আৰু আন পিনে যান-বাহনৰ বোকাৰ ছিটিকনিৰ গম লৈ আগ বাঢ়িব ধৰিলে।

ছুলতানে এতিয়াহে ভাবিবলৈ আজৰি পালে, তাৰ ককায়েক কোনখিনিত আছে, সি নাজানে।—কাৰ মুখে শুনিছিল কোনোৱা চাহাবৰ বাবুৰ্চি হৈ তাৰ ককায়েক আছে। কিন্তু কোন চাহাব, কি কৰে, কোনখিনিত থাকে, একোৱেই তাৰ জনা নাছিল। চাহাবৰ নাম আৰু তাতে এটা অদ্ভুত বস্তু—সকলো চাহাবৰে নাম অবোধ্য, অস্মৰণীয়। মনতে ভাবিলে, কি চাহাব জানো! নামটো শুনিছিল যদিও পাহৰিলে, শুনা নাছিল যদিও এতিয়া তাৰ পক্ষে জনা আৱশ্যক। কাৰ তালৈ যাব? তাৰ "বড়ে ভাই?" তাকেই-বা কোনে জানে? ককায়েকৰ নাম হোছেন। মনতে নিজেই আবৃত্তি কৰিলে, "হোছেন, ছুলতানকে বড়ে ভাই।" কিন্তু হায়! গাঁৱত হয়তো এই নাম পৰিচয়েই যথেষ্ট হ'লহেঁতেন, কিন্তু ইযে ৰাজপুৰী। ইয়াত নিধনীৰ, নিম্নাখিতৰ পৰিচয় ক'ত? ইয়াত মানুহক চিনে ধন-বিত্তেৰে, বৰিষল উপাধি, ডাঙৰ ঘৰ, ডাঙৰ পদ-মৰ্যাদাৰে। চাহাবজনৰ নাম উদ্ধাৰ কৰিব পৰা হ'লে

চাহাবী পণ্ডিত গৈ ককায়েকক বিচাৰি উলিওৱা সম্ভৱ হ'লেও হ'ব পাৰে। কিন্তু এই এন্ধাৰ, এই কিনকিনীয়া বৰষুণ, এই আওবাটে ভৰা উদাসীন ৰাজপুৰী, তাত কোনে কাক সহায় কৰে, কোনে বাট দেখুৱাই লৈ যায়, বিশেষকৈ এই অন্ধ, লাছাৰ দেউপীয়া ল'ৰাটিক? সি মনে মনে ভাবি গৈ আছে, ককায়েকক কেনেকৈ বিচাৰি উলিয়াব। মনতে একো একোবাৰ চিঞৰ মাৰি উঠে "বে বড়ে ভাই!" জানে, এনেকৈ চিঞৰিলে একো নহ'ব, ধৈৰ্য ধৰি আৰু দুখোজ আগ বাঢ়ে।

লাহে লাহে সি বাট-ঘাটত জনতাৰ অভাৱ বোধ কৰিবলৈ ধৰিলে। ৰাতিৰ নিবিড় নিস্তব্ধতাৰ সংকেত তাৰ মনলৈ আহিল। ভয় আৰু উৎকণ্ঠাত মনে অলপ আকুল হ'ল, প্ৰাণ অলক্ষিতে শিয়ঁৰি উঠিল। দীঘল হুমুনিয়াহ এটাই ক্লান্ত মুখখন আৰু মলিয়ন কৰি গ'ল। নিজৰ মোনাত হাত সুমাই বিচাৰিলে কটি এডোখৰ পায় নে, অথবা আধাডুখৰীয়া বিড়ি আছে নে ক'ৰবাত। একো নাই, অলপ হাঁহিলে। বিমৰ্ষতাৰ বোজা অলপ অনুভৱ কৰিলে। বহিব খুজিলে ক'ত বহে—ভিজা মাটি! পুনৰ হাঁহিবলৈ চেষ্টা কৰিলে, হুমুনিয়াহ আহিল। মনতে বিড়বিড়ালে—"বে বড়ে ভাই!"

লাহে লাহে বতাহৰ বেগ চৰিল, বৰষুণৰ টোপা ডাঙৰ হ'ল, মেঘৰ গাজনি পৰ্বতে-পাহাৰে প্ৰতিধ্বনিত হ'ল, বিজুলীয়ে দুৰ্যোগৰ আগ-বাতৰি দিলে। ছুলতানে ভাবিলে, বতৰ ঘোৰ বিৰোধী। ৰাতিটোলৈ আশ্ৰয় পালেও বোধ হয় বেয়া নাছিল। কিন্তু কাৰ ভালৈ এই ৰাতি দুপৰত আশ্ৰয় বিচাৰি যায়। আলিবপৰা কিছু দূৰত মটৰৰ ঘৰ্ঘৰণি, মানুহৰ হাই-উৰুমি, হাঁহি-খিকিন্দালি, তিৰোতাৰ আনন্দৰ কিৰীলি তাৰ কাণত পৰিল। ভাবিলে, তালৈ গ'লে হয়তো আশ্ৰয় পোৱা যাব। কাষ চাপি গ'ল। দুৱাৰ-মুখ পাওঁতে নৌ পাওঁতেই দুৱাৰ-ৰখীয়াই সুধিলে—"কাক লাগে?" সি তাৰ হিন্দী সম্ভাষণ শুনি মনতে ভাবিলে এইযে মোৰ দেশৰ মানুহ। ইয়াৰপৰা ককাইৰো সন্ধান পাব পাৰোঁ, নহ'লে ৰাতিটোলৈ অন্ততঃ আশ্ৰয় সুনিশ্চিত। সি কথাৰ উত্তৰ নিদিয়াকৈ কাষ চাপি গ'ল। দুৱৰীৰ সুৰ এইবাৰ আৰু কৰ্কশ হ'ল—একে প্ৰশ্নকে ঘূৰাই সুধিলে, "কাক লাগে?" সি ক'লে,— "চোৰা ভাই, মই চকুৰে নেদেখোঁ। ককাইটিক বিচাৰি আহিছোঁ। ককাইৰ নাম হোছেন মোৰ নাম ছুলতান, আৰা জিলাত ঘৰ।" দুৱৰীয়ে ক'লে,—

“এইখন চাহাববোৰৰ কেলাব ঘৰ। এতিয়া ইয়াৰপৰা আঁতৰ হ, চাহাব-মেমবোৰ যাবৰ হ'ল। ক'ৰবাত গাড়ীৰ তলত চেপা খাই হাড়-মূৰ ভাগি মৰিবি, আঁতৰ হ।” তুৱাৰ মুখৰপৰা অলপ দূৰত মটৰ গাড়ীয়ে পোঁ পোঁ শব্দ কৰি সংকেত দিলে। মটৰ চাকিৰ পোহৰত ছুলতানৰ ছাঁটো পৰ্যন্ত উজ্জ্বল হৈ উঠিল। গাড়ীৰপৰা দাৰোৱানক উদ্দেশ্য কৰি মদগন্ধী সুৰত অবাচ্য গালি ওলাই আহিল। দাৰোৱানে পোতক তুলিলে, নিষ্ঠুৰভাৱে ছুলতানক জোকাৰি আঁতৰ কৰি দিলে। এবাৰলৈ আশ্ৰয় খুজিবলৈ সি আহৰি নেপালে। অনাথিতি জীউ, ৰাতিটোলৈ মূৰৰ ওপৰত এখন চাল, বাহিৰৰ তিতা মাটিৰ সলনি এডুখৰি শুকান বতাহ-বৰষুণে নোপোৱা ঠাই, এগাল ভাত, এখন শুকান কটি, নহ'লে এডাল আধা-পোৰা বিড়ি, শিতান ল'বলৈ এডুখৰি শুকান কাঠ, একোৱে নিমিলিল। বোঁ বোঁ কৰে বৰষুণ, নিষ্ঠুৰ বতাহ, হাড়ে-হিমজুৰে ঠেৰেঙা লগা প্ৰকৃতিৰ পৰিহাস! আকৌ বাট ল'লে।

বাট-পথ তেনেই নিৰ্জন হ'ল। কাক সুধি ককায়েকৰ সন্ধান লয়—এটা সমস্যা হৈ উঠিল। অকস্মাৎ কাৰবাৰ ভৰিৰ শব্দ যেন শুনিলে সোধে—“ভাই, ক'ব পাৰ নে মোৰ ককাই ক'ত আছে? তাৰ নাম হোছেন।” কাৰোপৰা একো উত্তৰ নাপালে। লাহে লাহে বৰষুণ কমিল, ফেৰফেৰীয়া বতাহ গাত অলপ ভাল লাগিল। ওপৰলৈ দৃষ্টিহীন চকু তুটি তুলি ক'লে—“হে খোদা, মোৰ ককাইৰ সন্ধেদ দিয়া। তুমি জানা, মোৰ শৰীৰ নিশকতীয়া, চকুৰে নেদেখোঁ, অজান বাট-পথ তুমি জানো সহায় নকৰিবা?” ভগৱানে একো নক'লে, বাহিৰতো সংকেত নাই। ভায়েকৰ ঠিকনা সমানে অজানিত থাকিল, আশ্ৰয়ৰ আশা সমানে দূৰত থাকিল। তাৰ অন্তৰত এটা অস্পষ্ট প্ৰতিশোধৰ ভাব জাগি উঠিল, কাক উদ্দেশ্য কৰি ক'ব নোৱাৰিলে, বোধ হয় ভগৱানক উদ্দেশ্য কৰি। এই প্ৰতিশোধে তাৰ সুপ্ত অন্তৰাত্মা জগাই তুলিলে। গান জুৰিলে যেন ভগৱানক বিমুগ্ধ কৰিবলৈ। সেই গীত সম্বন্ধে কবিৰ ভাষাত ক'বলৈ হ'লে—

সে শুধু শুনেছে নীরব সন্ধ্যা
নীল নির্বাক সিন্ধুতলে,
শুনে গ'লে যায় আর্দ্র হৃদয়
শিশির শীতল অশ্রুজলে।

পাইন গছৰ শাৰীয়ে নিৰ্বাকভাৱেই সেই গীতৰ মাহাত্ম্য উপলব্ধি কৰিলে—কোনো জন-মানৱ বা ভগৱানৰ তালৈ করুণ দৃষ্টিপাত নহ'ল। নিজৰাৰ ঝৰ্ ঝৰ্ শব্দ, গছৰ পাতৰ পানী পৰা সৰ্-সৰ্ শব্দ তাৰ কাণত সকলো পৰে, কিন্তু তাৰ এই অসহায় আৰ্তনাদ আজি কাৰো কৰ্ণগোচৰ নহ'ল। এখুজি দুখুজিকৈ অৱশ দেহ-ভাৰ লৈ গভীৰ অন্ধকাৰৰ মাজত ককায়েকক বিচাৰি অন্ধ আগ বাঢ়ি গ'ল।

কুমাৰী ছাহেৰা বামু কৌন কলেজৰ অধ্যাপিকা। কলেজত অঙ্ক শিকায়—ঘৰত সাহিত্য পঢ়ে। কথায়-বতৰায় তৰ্ক নোতোলে, প্ৰণয়-শাস্ত্ৰত তেওঁৰ ব্যুৎপত্তি কম, নাৰী-প্ৰগতিৰ তেওঁ পৰিপন্থী, মনস্তত্ত্ব-বিচাৰত ( যাৰ অৰ্বাচীন নাম কাৰো কাৰো মতে 'যৌনতত্ত্ব' ) তেওঁ পাছ-পৰা। কলেজত তেওঁ নাম পাইছিল, মিছ চাহাৰা। তেওঁৰ চিলমিলীয়া টোপনিৰ মাজত কাৰ যেন এটা মিহি সুৰ কাণত পৰিল। আকৌ কাণ দিলে, সেই সুৰ যেন বিষাদময়। কিন্তু আনপিনে যেন চিত্ত-বিনোদক। চকুৰপৰা টোপনিৰ জাল আঁতৰিল, শুনিবলৈ পালে সংগীতৰ সুৰ। তেওঁ বিছনা এৰি বাহিৰলৈ আহিল। পিৰালিত থিয় দিলে। ঠেৰেঙা লগা চেঁচা বতাহ, গুৰি গুৰি বৰষুণ, কোনোবা পিনৰপৰা যেন আকুল আবেগ ভৰা গানৰ সুৰ বতাহত ভাহি আহিছে। এই সংগীত সুখাভিলাষীৰ মৃদু ছন্দৰ আগ্ৰাসৰ গীত নহয়, কাৰ যেন অন্তঃস্থলৰ গভীৰ আৰ্তনাদ সংগীতৰ মূৰ্তি ধৰি বিদ্ৰোহীৰ হিয়া ভেদি, তেজৰ কণিকা লৈ বাহিৰ ওলাই আহিছে। চাওঁতে চাওঁতে আকাশ আকৌ মেঘেৰে উপচি পৰিল। কেউপিনে মেঘৰ আন্দোলদোল লাগিল, বিজুলীয়ে বিদ্ৰোহ ঘোষণা কৰিলে,—মেঘৰ গাজনিত গান অস্পষ্ট হ'ল।

কি ধাৰাসাৰ বৰষুণ। ছাট ছাট কৰে বাৰে বাৰে ঘৰৰ টিনৰ চালত বৰষুণৰ কোবৰ জাউৰ পৰিবলৈ ধৰিলে, ছিটিকনি পৰি আধা ভিজা হ'ল, তথাপি মিছ ছাহেৰাই গীতৰ মায়া, গায়কৰ মমতা এৰি ভিতৰ সোমাব নোৱাৰিলে। অলপ সময়ৰ পিছত গীত নাইকিয়া হ'ল। মাজে মাজে শুনিবলৈ পালে কাতৰ সম্বোধন "বে বড়ে ভাই!" এবাৰ শুনিলে—"কাঁহা হো তুম? মই তেৰে ভাই ছুলতান। বে বড়ে ভাই!" ছাহেৰাৰ অন্তৰত সহানুভূতিৰ তুংগভদ্ৰা মূকলি হ'ল। বুজিলে, কোনোবা অসহায় বালকৰ কান্দোন। কি কৰিব, নিয়মৰ শিকলিৰে বন্ধা। ছোৱালী হোষ্টেলৰ অৱৰক্ষণৰ আবালত

তেওঁ। নিয়মৰ শিকলি দলিয়াই পেলায় কেনেকৈ? অবিবাহিত তিৰোতা, বাহিৰলৈ ওলাই গৈ নিৰাশ্ৰয় পুৰুষক ভিতৰলৈ আনিব পাৰেনে? কৰ্ত্ৰীসকলে কি ক'ব? আনোচা এই সক্ত চেষ্টাত তেওঁৰ পেটৰ ভাত মুঠা যায়! "বে বড়ে ভাই"—আকৌ শুনিলে—"মই তেৰে ভাই ছুলতান।" নিয়মক ভৰিৰে মোহাৰি ছাহেবা ওলাই যাব, দাৰোৱানক বিচাৰিলে, চাবি লাগে।

আকৌ চেৰেকনি-বিজুলীৰ সুদীৰ্ঘ কঁপনি, মেঘৰ ভীষণ আৰ্তনাদ, লগে লগে ছুলতানৰ কান্দি উঠা মাত। এনেতে ওপৰৰপৰা যেন জুই একুৰা পৰিল। ইয়াৰ পিছত সকলো শাঁত। ছাহেবাই পুনৰ মাত শুনি কান্দোনৰ দিক নিৰূপণ কৰিব নোৱাৰিলে।

ৰাতিপুৱা দেখিলে, ছুলতানৰ অলৰ দেহটি ছোৱালী হোষ্টেলৰ বেৰৰ আগপিনে আলিৰ দাঁতিত পথাৰৰ কানত পৰি আছে।

দুৰ্যোগৰ ৰাতিত আজিও ছাহেবাৰ টোপনি ভাগিলে সেই আৰ্তনাদ-ভৰা গানৰ প্ৰতিধ্বনি শুনে, লগে লগে সজল চকুত ভাহি উঠে, সেই ভ্ৰাতৃ-বৎসল নিৰ্জীৱ দেহটি।

# ছিৰাজ

## লক্ষ্মীধৰ শৰ্মা

কন্দৰ্প আগদিনা ৰাতি ঘৰ পাইছেহি। তেওঁ কলিকতাত কলেজত পঢ়ে। এইবাৰ আই.এ. পৰীক্ষা দি পুৰীত দিন-দুয়েক ফুৰি-চাকি ঘৰলৈ আহিছে। এপ্ৰিলৰ প্ৰথম সপ্তাহ। কন্দৰ্প যিদিনা ঘৰ পায়হি, সেইদিনা ৰাতি বৰ বতাহ-বৰষুণ হৈছিল। পিছদিনা পুৱা শুই উঠিয়েই কন্দৰ্পই দেখিলে যে তেওঁ-লোকৰ বঙলাৰ আগৰ ফুলনিখনৰ অৱস্থা শোচনীয়। কিছুমান ফুলৰ ডাল-পাত ছিগি-ভাগি য'তে ত'তে পৰি আছে। কিছুমানৰ আকৌ ফুলবোৰ ছিগি-ভাগি পাহ পাহ হৈ গৈছে। পুবফালে বেলিয়ে দেখা দিছে। ধুমুহাৰ পাছত এটা শান্ত ভাব প্ৰকৃতিয়ে ধাৰণ কৰিছে। ক'তো গছৰ পাত এটাও লৰা-চৰা নাই। কেৱল দূৰত নানা ৰকমৰ চৰাইৰ মাত শুনা গৈছে। গ'ল ৰাতি আমৰ মলবিলাকো সৰি গোটেই ফুলনিখনত বগা হৈ সিঁচৰতি হৈ আছে। তাৰ উগ্ৰ মধুৰ গোন্ধ এটা কন্দৰ্পৰ নাকত সোমালহি।

কন্দৰ্প ভিতৰলৈ গৈ মাকৰ ওচৰত বহি চাহ খাই গল্প কৰি আকৌ বাহিৰলৈ ওলাই আহিল। বাহিৰৰ বাৰান্দাখনত থিয় হৈ কন্দৰ্প এটা হুমুনিয়াহ কাঢ়ি হেলনীয়া চকিখনত বহি পৰিল।··· পৰীক্ষা হৈ গৈছে—আগত অনন্ত ছুটী। কথাটো ভাবিয়েই আৰামৰ ভাব এটাত কন্দৰ্প মগ্ন হৈ গ'ল। ক'তো চিন্তাৰ লেশ মাত্ৰ নাই। কেৱল বিশ্ৰাম।

বাহিৰৰ ফালে চাই তেওঁ দেখিলে—তেওঁলোকৰ বাগিচাৰ সোঁ মাজৰ মাজৰ পুখুৰীটোৰ পাৰত থকা আমডালৰ তলত থিয় হৈ ছোৱালী এজনীয়ে খোপাত কপৌফুল পিন্ধিছে। ছোৱালীজনীৰ মুখ কন্দৰ্পই সম্পূৰ্ণ নেদেখিলেও তাৰ অংশ এটা তেওঁ বহা ঠাইৰপৰা ভালকৈ দেখা যায়। কন্দৰ্পৰ অনুমান হ'ল যেন ছোৱালীজনীৰ মুখখন বৰ সুন্দৰ। দীঘল মুখখন। ৰংটো বগা। কন্দৰ্প উঠি বহিল। এইবাৰ ছোৱালীজনীৰ কাপোৰ-কানিলৈ তেওঁৰ চকু পৰিল। দেখিলে, নিচেই সাধাৰণ বগা বিহা-মেখেলা, এটা বগা কপাহী

ব্লাউজ, কিন্তু পৰিষ্কাৰ। ছোৱালীজনীয়ে মুখখন ঘূৰোৱাৰ লগে লগে তেওঁ তাইৰ গোটেই মুখখন দেখিবলৈ পালে। সুন্দৰ বৈ পৰা চকু। ওঁঠ দুটা পাতল, ৰঙা। থুঁটবিটি অকণমান। তেতিয়াও ছোৱালীজনীৰ হাত খোপাত। তাইৰ বুকুৰ উঠন ঠাইডোখৰলৈ কন্দৰ্পৰ চকু বাগৰি গ'ল। এটা স্নিগ্ধ অশান্তিত কন্দৰ্পৰ মনটো ভৰি গ'ল। এনেতে ছোৱালীজনীয়ে মূৰ তুলি কন্দৰ্পৰ ফালে চালে, দুয়োৰে চকুৱে চকুৱে পৰিল। দুয়ো তললৈ মুখ কৰি লাজত অলপ ৰঙা পৰি উঠিল। দুয়োৰে মনত ভাবৰ এটা ক্ষুদ্ৰ তৰঙ্গ খেলি গ'ল। ছোৱালীজনীয়ে তাৰ পিছত লাহে লাহে কন্দৰ্পহঁতৰ ভিতৰলৈ গুচি গ'ল। কন্দৰ্পই কেৰাহিকৈ চাই দেখিলে তাইৰ খোজতো এটা অচঞ্চল লালিত্য আছে।

২

ছোৱালীজনীৰ নাম সাৱিত্ৰী।··· যোৰহাটৰ ওচৰৰ এখন ডাঙৰ বাগিচাত গোৱালপাৰাৰ এজন দেখিবলৈ শুৱনী মানুহে মহৰী কাম কৰিছিল। তেওঁ কিছু দিন কাম কৰাৰ পিছত বাগিচাৰ ওচৰৰে মৰনৈগুৰি গাঁৱৰপৰা এজনী বাঁৰী কেওটৰ ছোৱালী আনি ঘৰ-সংসাৰ কৰি আছিল। সেই গোৱালপৰীয়া ভদ্ৰলোকৰ একমাত্ৰ সন্তান সাৱিত্ৰী। সাৱিত্ৰীৰ বয়স তেতিয়া পোন্ধৰ, আৰু যেতিয়া তাইৰ বাপেক তাইৰ কাৰণে পাত্ৰ বিচৰাত ব্যস্ত আছিল, ঠিক তেতিয়াই কন্দৰ্প ঘূৰি অহাৰ আগৰ বছৰতে নিউমোনিয়াত তাইৰ বাপেক মৰে। বাপেকৰ বেমাৰ শুনিয়েই পোৱালপাৰাৰপৰা অঙহী-বঙহী উপস্থিত হ'লহি আৰু বাপেক মৰাৰ লগে লগেই বয়-বস্তু টকা-কড়ি যি আছিল আটক কৰি গোৱালপাৰালৈ তেওঁলোক ঘূৰি গুচি গ'ল। সাৱিত্ৰীৰ মাকে প্ৰথমে ভাবিছিল যে তাইৰ সুখৰ দিনত যিবিলাক ভাই-ককায়ে আদৰ-যত্ন কৰিছিল, এতিয়া দুখৰ দিনতো সিহঁতে তাইক বুকুত সুমুৱাই ল'ব। কিন্তু কাৰ্যত বিপৰীত ঘটিল। গাঁৱৰ সকলোৱেই তাইক দেখিলেই বিচৌ-বিচৌ কথা হ'ল। কন্দৰ্পৰ মাকেৰে সৈতে তাইৰ খিয়েটাকত আৰু আন আন ঠাইতো কেইবাৰাৰো দেখা হৈছিল। এই এই পৰিচয়ৰ ওপৰত নিৰ্ভৰ কৰিয়েই এদিন তাই ছোৱালীজনী লৈ বৰবাণীৰ, ওচৰ পালেগৈ। তাইৰ কথাত বৰবাণীৰ মন গলিল আৰু ঢেঁকী-শালৰ

ওচৰৰ কোঠা এটাত তাইক থাকিবলৈ দিলে। ধান বনা, ঠাই সৰা আদি বাহিৰা কাম তাই প্ৰথমতে কৰিছিল। কিন্তু সময় যোৱাৰ লগে লগে লগে তাই আৰু সাৱিত্ৰীয়েও মাজে মাজে পানী-চুনি পৰ্যন্ত তপত কৰি দিয়াৰ অধিকাৰ পাইছিল। সাৱিত্ৰীৰ সৌন্দৰ্য আৰু বিনয় দেখি বৰুৱাণী সঁচাকৈয়ে মোহিত হৈছিল আৰু ল'ৰা এটা চাবলৈ বৰুৱাক বৰকৈ খাটিছিল। তেওঁলোকৰ বাগিচাৰ ডেকা মহৰী এটাক ঠিক কৰি দিম বুলি বৰুৱাই গাত লৈছিলো কিন্তু কামত বৰুৱা বিশেষ আগ বঢ়া নাছিল। ঠিক এই সময়তে কন্দৰ্পৰ ঘৰলৈ আগমন।

৩

কন্দৰ্প ফুৰিবলৈ ওলাই গ'ল। ক'ৰবাত বন্ধুৰ তাত তাচ আৰু চাহৰ শ্ৰাদ্ধ কৰি প্ৰায় এক বজাত ঘৰ পাই মাকৰ আদৰৰ গালি শুনি ভাত খাই ইংৰাজী নভেল এখন হাতত লৈ তেওঁ লাহেকৈ বিছনাত পৰিলগৈ। ইতিমধ্যে সাৱিত্ৰীৰ বিষয়ে সকলো কথা ভাত খাওঁতেই তেওঁ মাকৰপৰা শুনি লৈছিল। কন্দৰ্পই স্কুলত পঢ়োঁতে থকা বৈঠকখানাৰ ওচৰৰ ফুলনিৰ ফালৰ সৰু কোঁঠালিটোতে এইবাৰো বিছনা কৰিবলৈ কৈছিল।

বেলৰ ভাগৰত কন্দৰ্পৰ প্ৰথমতে অলপ টোপনি আহিল; কিন্তু এবাৰ সপোনত বেলথনৰপৰা তেওঁ পৰি যোৱা যেন পাই চক্ খাই সাৰ পাই গ'ল। তাৰ পাছত আৰু কন্দৰ্পৰ টোপনি নাহিল। অলপ গৰমো পৰিছে। গ'ল ৰাতিৰ বতাহত আঘাত পোৱা গছবিলাকৰপৰা মৃদু গোন্ধ এটা আহি তেওঁক উতলা কৰিবলৈ ধৰিলে। কিবা এটা অস্থিৰতাই তেওঁক অলপ ব্যাকুল কৰি তুলিলে। তেজৰ গতি যেন আপুনি চঞ্চল হৈ উঠিল। মেলা খিৰিকি-খনেদি ছুটা এটা মৌ আহি তেওঁৰ অস্থিৰতাক যেন শব্দময় কৰি তুলিলে। কন্দৰ্পই ইকাতি-সিকাতি কৰি শুলে হয়, কিন্তু শান্তি নাপালে। শেহত কিতাপখন মেলি ল'লে, কিতাপতো মন নবহিল। আম গছজোপাৰপৰাই হ'বলা কুলি এটাই দুপৰীয়াৰ নিস্তব্ধতা ভঙ্গ কৰি এবাৰ মাতি উঠিল। কুলিৰ মাতত যে ইমান লালিত্য আৰু মাধুৰ্য থাকিব পাৰে কন্দৰ্পই তাক কেতিয়াও লক্ষ্য কৰা নাছিল। দুপৰীয়াৰ নিৰ্জনতা মধুময় কৰি তুলিলে কুলিৰ চিৰ-সুমধুৰ সঙ্গীতে। হৃদয়ত এটা মৃদু কম্পন, এটা মৃদু চঞ্চলতা

কন্দৰ্পই অনুভৱ কৰিবলৈ ধৰিলে। কিছু পৰৰ পাছত সাৱিত্ৰী আহি দুৱাৰখন মেলি ক'লে, "আয়ে আপোনাক ভিতৰলৈ চাহ খাবলৈ মাতিছে।" কন্দৰ্প একেবাৰেই উঠি বহিল। তেনেকৈ উঠা দেখিয়েই হ'বলা সাৱিত্ৰীয়ে মুহূৰ্তলৈ স্থিৰ হৈ তেওঁৰ ফালে চাই থাকিল। সাৱিত্ৰীৰ গাত পৰিষ্কাৰ সাধাৰণ পোচাক। এখন আকাশী ৰঙৰ শাৰী। মূৰত পুৱাৰ কপৌফুল। সাৱিত্ৰীৰ সৌন্দৰ্যই যেন কন্দৰ্পক বৰকৈ আঘাত কৰিলে। তাইৰ চকু দুটি কি গভীৰ অথচ স্নিগ্ধ! মুখখন কেনে সুন্দৰ। দাঁতকেটা অকণ অকণ অথচ সুন্দৰ, শ্ৰেণীবদ্ধ। কপালত কেঁকোৰা-কেঁকুৰি চুলিবোৰ আহি সৰু সৰু আঙঠি বান্ধি পৰিছে। কন্দৰ্পই মুঠতে কিবা এটা ক'ব খুজিও ক'ব নোৱাৰিলে। সাৱিত্ৰী তেতিয়াও তাতে। কন্দৰ্পৰ ফালে চাই আছিল। চকুৰ দৃষ্টিত অনন্ত সৰলতা প্ৰকাশ হৈ পৰিছিল। সাৱিত্ৰীৰ কণ্ঠ যেন সুধাৰ আধাৰ। অলপ পিছত কন্দৰ্পৰ মোহ যেন আঁতৰি গ'ল। ক'লে, "মোক মুখ ধুবলৈ পানী দিবলৈ ক'বা।" "পানী গা-ধোৱা ঘৰতে দিছোঁ" বুলি কৈ সাৱিত্ৰী গুচি গ'ল।

এপ্ৰিল মাহৰ ৰাতিবিলাকেও লগত কিবা এটি মাদকতা লৈ আহে হ'বলা। সেইদিনা ৰাতিও কন্দৰ্পই ভালকৈ শুব নোৱাৰিলে। সাৱিত্ৰীৰ ৰূপে কন্দৰ্পৰ মনৰ ওপৰত যে এটা প্ৰতিক্ৰিয়া কৰিছিল সি ধ্ৰুৱপ! তাৰ উপৰিও এই সময়ৰ আকাশে, বতাহে কিবা এটা উৰি ফুৰে, আৰু সুবিধা পালেই মানুহক আত্মবিস্মৃত কৰি দিবলৈ নাপাহৰে।

কন্দৰ্পই পিছদিনা পুৱা প্ৰায় দহমান বজাত এক পিয়লা চাহ লাগে বুলি ভিতৰলৈ কৈ পঠিয়ালে। অলপ পিছতে সাৱিত্ৰী চাহ লৈ উপস্থিত হ'লহি। চাহৰ পিয়লাটো টেবুলৰ ওপৰত থ'ব খোজোঁতেই কন্দৰ্পই "দিয়ঁ।" বুলি হাত মেলি দিলে। চাহ-পিয়লা দিওঁতে দুয়োৰে হাতে হাতে লাগিল। হয়তো কন্দৰ্পই ইচ্ছা কৰিয়েই চাহ-পিয়লা লওঁতে সাৱিত্ৰীৰ আঙুলিকিটাত অলপ পৰ ধৰি থাকিল, দুয়োৰে মুখ ৰঙা হৈ উঠিল। চাহ দিয়েই সাৱিত্ৰীয়ে লৰ মাৰিলে আৰু কন্দৰ্পৰ হিয়াতো এটা সৰু-সুৰা ধুমুহাৰ সঞ্চাৰ হৈ গ'ল। কন্দৰ্পই ভাবিবলৈ ধৰিলে—ছিঃ ছিঃ, সাৱিত্ৰীয়ে কি ভাবিব? কিন্তু লগে লগে সাৱিত্ৰীৰ আঙুলিয়েযে অলপ পৰলৈ হ'লেও এবাৰ তেওঁৰ আঙুলিত চুই গৈছে, এই কথাষাৰে তেওঁক আনন্দ দিবলৈ ধৰিলে, আৰু লাজত ৰঙা

পৰি উঠিলে যে সাৱিত্ৰীৰ মুখখন এটা ৰঙা গোলাপ ফুলৰ দৰে সুন্দৰ হৈ উঠে—এই কথাবাৰিয়েও।

সেইদিনা আবেলি চাহ-জলপান সজাই এখন ট্ৰেত লৈ সাৱিত্ৰী তেওঁৰ কোঠালৈ আহিল ; বকৰানী ঘৰত নাছিল গতিকে। সাৱিত্ৰীৰ খোপাত এটি গোলাপ ফুল। গাত ফিৰোজা ৰঙৰ শাৰী এখন। কন্দৰ্পই সাৱিত্ৰীক দেখি আজি আৰু অস্থিৰ হৈ উঠিল। আজি সাৱিত্ৰীক বুকুত সুমাই এটি চুমা খাবৰ আগ্ৰহে লাহে লাহে তেওঁৰ মনত ঠাই পাবলৈ ধৰিলে। এই ভাবটো মনৰ ওচৰত যিমানেই পৰিষ্কাৰ হৈ উঠিবলৈ ধৰিলে, সিমানেই লাজে তেওঁক আকুল কৰি তুলিলে, তেওঁ লাহে লাহে জলপান খালে। ইমান লাহে লাহে খোৱাৰ মানে সাৱিত্ৰীক ওচৰত ৰখাৰ ইচ্ছা। এইবাৰ সাৱিত্ৰীক মাতোঁ, এইবাৰ সাৱিত্ৰীৰ হাতখন ছোওঁ, সোৱা চাহৰ পিয়লাটো আগ বঢ়াই দিছে—এনেবিলাক কথা ভাবি থাকোঁতেই সময় গ'ল। সাহ নহ'ল একেবাৰ কথা ক'বলৈকো—হাতখন অকণমান আগ বঢ়াই দিবলৈ। সাৱিত্ৰীয়ে যেতিয়া চাহৰ সৰঞ্জাম লৈ ভিতৰলৈ যাবলৈ ওলাল তেতিয়া মাথোন তেওঁ কোনোমতে ক'লে,—"সাৱিত্ৰী মই ফুল বৰ ভাল পাওঁ, গোলাপ আৰু কপৌ ফুল, মোৰ টেবুলত সময় পালে কেইটামান থ'বাঁচোন।"

সাৱিত্ৰী ৰঙা হৈ উঠিল। কিন্তু মুখৰ এটি মিচিকি হাঁহিয়ে তেওঁৰ অন্তৰৰ আনন্দৰ বতৰা প্ৰকাশ নকৰাকৈ নাথাকিল। যৌৱন-ৰাজ্যৰ ন-আলহি কন্দৰ্পই তেতিয়াও যৌৱনৰ প্ৰকৃত ৰূপটো দেখিবলৈ পোৱা নাছিল। জীৱনৰ গতি হঠাৎ সঙ্গীত আৰু নৃত্যময় হৈ উঠা দেখি তাৰ মাধুৰ্য্যকে মাথোন স্তব্ধ হৈ অনুভৱ কৰিছিল। লাজ আৰু শংকাৰ আৱৰণে তেওঁক জীৱনৰ তীব্ৰ প্ৰকাশৰপৰা এনেকৈ আঁতৰাই ৰাখিছিল যে তেওঁৰ মনৰ কোনত উগ্ৰগন্ধী ফুলৰ দৰে জন্ম পোৱা কামনাবিলাক আপোনা-আপুনি জঁই পৰি গৈছিল। কিন্তু জীৱনৰ আহ্বানত তেওঁ ক্ৰমে অগ্ৰসৰো হৈ গৈছিল। দিনে দিনে সাৱিত্ৰীৰ প্ৰতি তেওঁৰ আকৰ্ষণ বাঢ়িবলৈ ধৰিলে। দিনে দিনে দুয়োৰে ভিতৰত প্ৰীতিৰ বন্ধন দৃঢ়তৰ হ'বলৈ ধৰিলে। দিনে দিনে এক প্ৰবল উন্মাদনাত দুয়ো দুয়োৰে ওচৰ চাপি যাবলৈ ধৰিলে। এই উন্মাদনাৰ, আনন্দৰ অন্ত নাই। ইয়াকে জীৱনৰ শ্ৰেষ্ঠ সম্পদ বুলি ক'লেও সম্ভৱত ভুল নহ'ব।

কন্দৰ্প মাক-বাপেকৰ একেটি ল'ৰা। তেওঁৰ বয়স ১৯ বছৰ হ'লেও মাক-বাপেকৰ মনত তেওঁ নিচেই সৰু ল'ৰা। তেওঁলোকৰ ল'ৰা কন্দৰ্প ই-যে লাহে লাহে ডেকাকালত ভৰি দিছে আৰু সাৱিত্ৰীৰ দৰে ডেকেৰী আৰু ধুনীয়া ছোৱালীৰ সঙ্গযে তেওঁৰ পক্ষে বৰ বাঞ্ছনীয় নহ'বও পাৰে—সেই কথালৈ তেওঁলোকে সমূলি মনেই কৰা নাছিল। তাতে বৰুৱা প্ৰায়েই বাগিচাত থাকে আৰু বৰুৱাণীয়েও আৰু দহগৰাকী আন মাকৰ দৰে চকুত স্নেহৰ পৰ্দা লগাই বহি আছিল।

বসন্তকালৰ আগমনৰ লগে লগে পৃথিৱীত এক নতুন মত্ততাৰ সঞ্চাৰ হ'ল। জীৱনৰ জয়গানে চাৰিওদিশ মুখৰিত কৰি তুলিবলৈ ধৰিলে। গছ-লতা, পশু-পক্ষী, মানুহ, আকাশ, বতাহ সকলোৰে দেহ, মন, আত্মা এক নৱ অনুভূতিত ব্যাকুল হৈ উঠিল। জীৱনৰ পৰিধি যেন হঠাৎ লৰি গ'ল—হঠাৎ যেন সিৰে সিৰে তেজে নতুন ছন্দত নাচিবলৈ ধৰিলে।

কন্দৰ্পৰ হিয়াতো জীৱনৰ মহাসঙ্গীত বাজি উঠিল। অস্থিৰ, অদম্য চঞ্চলতাত তেওঁ আত্মহাৰা হৈ উঠিল। জীৱনৰ তীব্ৰ গতি দেখি, তাৰ মাধুৰ্যৰ প্ৰাচুৰ্য দেখি তেওঁ ভীত হৈ উঠিল। এই অচিনাকি ছন্দৰ খেলাযে তেওঁ দমাব নপাৰে! আৰু সঁচাকৈয়ে নোৱাৰিলেও। সৃষ্টিৰ আহ্বানত তেওঁ আৰু সাৱিত্ৰী আত্মবিস্মৃত হৈ গ'ল। জগত, সংসাৰ, বিশ্ব-ব্ৰহ্মাণ্ড সকলোতে যেন তেওঁলোকৰ যৌৱনৰ জয়-গীতি বাজি উঠিল।

এনেকৈয়ে দিন যায়। হিয়াত যি আনন্দৰ অভ্যুদয় হৈছিল, তাৰ সীমাহীন গতিত দুয়ো ভূত-ভৱিষ্য পাহৰি গ'ল।

কথা লাহে লাহে সকলোৱে গম পালে। মাকে প্ৰথমতে বিশ্বাস কৰা নাছিল। শেহত মাকেও বিশ্বাস কৰিবলৈ বাধ্য হ'ল। দেউতাকে এদিন ক'লেও, "সৰু মানুহৰ লগত সঙ্গ কৰিলেও বেয়া আছে" বুলি। মাকে অৱশ্যে কিবা অজ্ঞাত শক্তিৰ বশৱৰ্তী হৈ এই মিলনক একো মূল্য নিদিছিল। তেওঁ ভাবিছিল হ'বলা দুদিনলৈ ল'ৰাই মন ভাল লগাইছে, লগাওক। চাকৰ-বাকৰৰ মুখেদি কথাটো বাহিৰতো ওলাই পৰিছিল। আচৰিত কথা, এই যে জগতত যিবিলাক কথা কাৰো কাৰো পক্ষে জীৱন-মৰণৰ সমস্যা

বুলি ক'ব পাবি সেই কথাই আনৰ ব্যঙ্গ আৰু ঠাট্টাৰ সামগ্ৰী হয়। অৱশ্তে ই মানুহ সমাজৰ চিৰকলীয়া গতি।

ইতিমধ্যে কলেজ খুলিলে। পাছৰ খবৰ আগতেই আহিছিল। হিয়াত এটা গভীৰ দুখৰ বোজা লৈ কন্দৰ্প কলিকতা পালেগৈ। সাবিত্ৰীৰ অনুমান হ'ল যেন তেওঁৰ হিয়াখনো কন্দৰ্পৰ লগতে অচিন কলিকতা পালেগৈ। বাপেক-মাক সকলোৱে সকাহ পালে।

সেইবাৰ পূজাৰ বন্ধত বৰুৱা—বৰুৱাণী গুৱাহাটীলৈ আহিল। কন্দৰ্প কলিকতালৈ ঘূৰি নগ'লমানে তেওঁলোকো আৰপৰা নাহিলেই। কত ৰকম বুদ্ধি কৰিও কন্দৰ্পই যোৰহাটলৈ যোৱাৰ সুবিধা কৰিব নোৱাৰিলে।

গৰমৰ বন্ধতো তেওঁলোক আহি গুৱাহাটীতে দিনদিয়েক থাকি কন্দৰ্পক লৈ শ্বিলঙলৈ যায়। তাতে কলেজ নোখোলে মানে থাকি কন্দৰ্পক কলিকতালৈ পঠিয়াইহে তেওঁলোক ঘৰলৈ ঘূৰি আহে।

সেই বছৰতেই অক্টোবৰ মাহত বৰুৱাণী ঢুকায়। খবৰ পাই কন্দৰ্প মাকৰ শোকত অধীৰ হৈ উঠিল। শোক উপশম হোৱাৰ লগে লগে সাবিত্ৰীৰ বিষয়ে খবৰ লৈ শুনিলে যে সাবিত্ৰী তেওঁ কলিকতালৈ যোৱাৰ কিছু দিন পিছতে জ্বৰ হৈ ঢুকাল। সাবিত্ৰীক নেদেখি ইমান দিন তেওঁ মহা অশান্তিত দিন কটাইছিল। আজি সাবিত্ৰীৰ মৃত্যুৰ খবৰ পাই তেওঁৰ হিয়া যেন ভাগি গ'ল। ভবিষ্যত জীৱন হঠাৎ যেন এটা অৰ্থহীন বস্তুৰ দৰে তেওঁৰ আগত ভাহি উঠিল। তেওঁ কাম-কাজৰ পিছত আকৌ কলিকতালৈ ঘূৰি গ'ল।

৫

সেইবাৰ কন্দৰ্প কলিকতালৈ যোৱাৰ লগে লগেই সাবিত্ৰীয়ে বুজিব পাৰিলে যে তেওঁ অন্তঃসত্বা হৈছে। প্ৰথমতে এই কথাত সাবিত্ৰীৰ অন্তৰাত্মা ভয়ত কঁপি উঠিছিল। সেই ভয় কিন্তু তেওঁৰ হিয়াত সৰহ পৰ নেথাকিল। কন্দৰ্পৰ সন্তান তেওঁৰ গৰ্ভত, এই চিন্তাই কন্দৰ্পৰ বিচ্ছেদতো আজি তেওঁক আনন্দ দিবলৈহে ধৰিলে। মাতৃত্বৰ অচিনাকি মাধুৰ্য্যই সাবিত্ৰীৰ হিয়াত আনন্দ সঞ্চাৰ কৰিবলৈ ধৰিলে। লাহে লাহে বাস্তৱ তাতকৈ কল্পনাহে সাবিত্ৰীৰ জীৱনৰ সঙ্গী হ'লগৈ। কল্পনাত নিজৰ সন্তানৰ কোমল দেহটি বুকুত অনুভৱ কৰি সেই সন্তানৰ অকণ অকণ হাত ভৰিৰ লীলা, গতি আৰু

স্পৰ্শৰ কথা ভাবি তাৰ আধাফুটা মাতৰ কথা ভাবি সাৱিত্ৰী তন্ময় হৈ যায়। তেওঁ ইমান মূৰ্খ নাছিল—এই আনন্দৰ অন্ততঃ কোনোবাখিনিত এটা মহা নিৰানন্দময় দৃশ্যই অপেক্ষা কৰিছে বুলি বুবুজিবলৈ! তথাপি আজিৰ আনন্দই ইমান বৃহৎ হৈ সাৱিত্ৰীক সাবটি ধৰিলে যে কালিৰ দুখলৈ সাৱিত্ৰীয়ে পাহৰি পেলালে। এই দুখৰ দিন যিমান দিন সম্ভৱ দূৰ কৰি ৰাখিবলৈকে নিজৰ অৱস্থাৰ কথা তেওঁ কাকো নজনালে।

ইফালে সাৱিত্ৰীৰ বিয়াৰ কথা হ'বলৈ ধৰিলে। বৰুৱাৰ বাগিচাৰে নগাঁৱৰ ফালৰ ল'ৰা এটাই এদিন তেওঁক চাবলৈ আহিছিলো। কিন্তু খবৰ পায়েই সাৱিত্ৰীয়ে জ্বৰ উঠিছে বুলি শুই পৰিল। ছোৱালী চোৱা নহ'ল; তথাপি পূজাৰ পিছত বিয়াৰ দিন ঠিক হৈ থাকিল।

কিছু দিন যোৱাৰ পিছত সাৱিত্ৰীৰ মাকৰ চকুত সাৱিত্ৰীৰ অৱস্থা ধৰা পৰি গ'ল। লাহে লাহে বৰুৱা-বৰুৱাণীয়েও কথাটো গম পালে। সাৱিত্ৰীয়ে যে কাৰ সন্তান গৰ্ভত ধাৰণ কৰিছে সেই বিষয়ে মনে মনে কাৰো সন্দেহ নাথাকিল। বৰুৱাণী আৰু সাৱিত্ৰীৰ মাকৰ পৰামৰ্শ মতে মাকে সাৱিত্ৰীক ঔষধ খাই নিজক খালাচ কৰিবলৈ ক'লে। সাৱিত্ৰী অসম্মত হ'ল; বৰুৱাণী আৰু মাক দুয়ো নানাৰকমে সাৱিত্ৰীক বুজালে। সাৱিত্ৰীৰ সেই একে কথা "মই নোৱাৰোঁ, মই নোৱাৰোঁ।" এদিন আবেলি সাৱিত্ৰী বৰুৱাণীৰ কোঠালৈ যাওঁতে বৰুৱাণীৰে সৈতে মাকে কথা-বতৰা পতা শুনিবলৈ পালে।

মাকে "তেনে এটা ঔষধ পালেতো কথাই নাছিল" বুলি কোৱা শুনি হঠাৎ সন্দেহ হ'ল যে তেওঁকে খুউৱা ঔষধৰ আলোচনা হৈছে। বৰুৱাণীৰ ঔষধৰপৰা তেওঁৰ অনুমান যে সঁচা সেই কথাৰ প্ৰমাণ হ'ল। বৰুৱাণীয়ে ক'লে—"মই চেষ্টা কৰি কোনোমতেহে গোটাইছোঁ। ভাত বা আঞ্জাৰ লগত দি দিবা। অলপ গোন্ধাব, কিন্তু বোধ কৰোঁ গম নাপাব।" সাৱিত্ৰীৰ মুখ ভয়ত শুকাই গ'ল। ৰাম, ৰাম, পেটৰ সন্তানক বধ কৰিবলৈ কি ভীষণ ষড়যন্ত্ৰ। তেওঁ ঘৰলৈ উভতি আহি বহি ভাবিবলৈ ধৰিলে। এটা কথা তেওঁৰ মনত আগৰপৰা স্থিৰ হৈ আছিল যে কন্দৰ্পৰ সন্তানক তেওঁ যেনে তেনে বচাব লাগিব। কোৱা বাহুল্য মাতৃৰ সন্তানক ৰক্ষা কৰা স্বৰূপ মহাপ্ৰেৰণাই এই চিন্তাত ইন্ধন যোগাইছিল। আজি হঠাৎ বিপদৰ সন্মুখত উপস্থিত হৈ সাৱিত্ৰী ক্ৰমে ভয়ত বিহ্বল হৈ উঠিল। তেওঁৰ গৰ্ভৰ সন্তানে তেওঁৰ চিন্তা

ৰাজ্যত সক কেঁচুৱা থিয় দণ্ডা দিব পৰা, চালুকীয়া আদি নানাৰূপ লৈ তেওঁক বিব্ৰত কৰিবলৈ ধৰিলে। আৰু সকলোবে শেহত এই ভৱিষ্যত সন্তানৰ মৃত্যু-ৰূপ বিভীষিকাই তেওঁক বলিয়াৰ দৰে কৰি তুলিলে। মাক ঘূৰি অহা গম পাই তেওঁ বিছনাত গা অসুখ বুলি শুই পৰিল। কাৰণ তেনে নকৰিলে ৰাতি ভাত নাখাবৰ কোনো সন্তোষজনক কাৰণ নাথাকিব। আৰু ভাত খালেই হয়তো ঔষধ খাব লাগিব। সময়ৰ লগে লগে তেওঁৰ চিন্তাৰ সোঁত আৰু তীব্ৰ হৈ উঠিল। ৰাতি মাকে ভাত খাবলৈ মাতিলে। তেওঁ গা অসুখ বুলি মুঠিল। মাকে ভাত খাই শুই পৰিল। ৰাতিৰ নিস্তব্ধতাত মানুহৰ চিন্তাৰাশি বাস্তৱৰ স্পৰ্শৰপৰা যেন ক্ৰমে দূৰ হৈ যায়, মস্তিষ্ক অকাৰণে গৰম হৈ উঠে, আৰু সকলো বস্তুৱেই একোটা নৰূপ ধৰে, সাৱিত্ৰীৰো তেনে হ'ল। ৰাতি বঢ়াৰ লগে লগে তেওঁ আৰু অস্থিৰ হৈ উঠিল। শেহত নপলালে সন্তানক ৰক্ষা কৰিব নোৱাৰি, এনে এটি ভাৱ তেওঁৰ ভিতৰত জীৱন্ত আৰু শক্তিশালী হৈ উঠিল। মাক তেতিয়া অকাতৰে শুইছে। সাৱিত্ৰীয়ে মাজৰাতি ঘৰ এৰি সমুখৰ বাট ধৰি অনিশ্চিতৰ পথত খোজ ল'লে। কিছু দূৰ যোৱাৰ পিছত সাৱিত্ৰীৰ ভাগৰ লাগিল। এজোপা গছৰ তলত তেওঁ বহি পৰিল। বহামাত্ৰকে তেওঁৰ চকুত পৰিল চাৰিওফালে পথাৰ। ওচৰত গাঁও-ভুঁইৰ চিন-চাব একো নাই। ভয়ত সাৱিত্ৰীৰ জীৱ উৰি গ'ল। লগে লগে অনুমান হ'ল অপদেৱতাই যেন তেওঁক ধৰিবলৈ খেদি আহিছে ভয়ত তেওঁ লৰিবলৈ আৰম্ভ কৰিলে। কিমান পৰ তেওঁ লৰিছিল ক'ব নোৱাৰে। লাহে লাহে তেওঁৰ উশাহ চুটি হৈ আহিল, ভৰি নচলা হৈ আহিল। তথাপি ভয়ত তেওঁ লৰিবলৈ ধৰিলে। মূৰ আৰু বুকু ফাটি যাওঁ, ফাটি যাওঁ লাগিবলৈ ধৰিলে। শৰীৰ অৱশ হৈ আহিবলৈ ধৰিলে। তথাপি তেওঁ জিৰণি ল'বলৈ সাহ নকৰিলে, লৰাৰ লগে লগে পিছত যেন কিবা এটাই খেদি আহিছে এনে মনত হ'বলৈ ধৰিলে। শেহত তেওঁ অন্ধকাৰ দেখি পৰি সংজ্ঞাহীন হৈ গ'ল।

৬

বি.এ. পৰীক্ষা দি কন্দৰ্প ঘৰলৈ আহিল। আহি সাৱিত্ৰীৰ বিষয়ে শুনিলে যে তেওঁ ঘৰৰপৰা পলাই মুছলমান এটালৈ গ'ল। আৰু তাতে তেওঁ মৰিল।

যোৱাৰ কাৰণো মানুহে তেওঁক ক'লে। সাৱিত্ৰীৰ কাৰণে তেওঁৰ হিয়া ভাগি গ'ল। তেওঁৰ মহা অপৰাধৰ ক্ষমা নাই। এনে এটা দুশ্চিন্তাই তেওঁক অস্থিৰ কৰি তুলিবলৈ ধৰিলে। কিছু দিন ঘৰত থাকি অশান্তিৰ দুখৰ বোজা লৈ তেওঁ ঘৰৰপৰা আঁতৰি গ'ল। সাৱিত্ৰী সন্তানসম্ভৱা আছিল। তেওঁৰ সন্তানৰ বিষয়ে এটি চিন্তাও কন্দৰ্পৰ মনত উদয় নহ'ল। তেওঁৰ হৃদয়ৰ বিৰাট বেথা সাৱিত্ৰীক কেন্দ্ৰ কৰিয়েই মূৰ্ত হৈ উঠিল। আত্মগ্লানিত তেওঁৰ জীৱন অসহ্য হৈ উঠিল। সময়ৰ লগে লগে শোক আৰু আত্মগ্লানিৰ পৰিমাণ কমিল হয়, কিন্তু সাৱিত্ৰীৰ স্থান তেওঁৰ হিয়াত অটুট থাকিল। বাপেক তেওঁক বিয়া কৰাবলৈ কৈ কৈ হায়ৰান হ'ল। নানা উপযুক্ত ছোৱালীৰ সম্বন্ধও আহিল। কিন্তু তেওঁ বিয়া নকৰালে।

সাৱিত্ৰীৰ লগত দেখা হোৱাৰ সাত বছৰৰ মূৰত আইনৰ পৰীক্ষা পাছ কৰি আহি কন্দৰ্প ঘৰত উকিল হ'লহি। বাপেকৰ অৱস্থা ভাল। ওকালতি নকৰিলেও হয়। কিন্তু কন্দৰ্পই বাগিছাৰ কামতকৈ কাছাৰীৰ কামহে ভাল পাইছিল। এদিন জিলাৰপৰা ছয় মাইলমান দূৰত বৰুৱাবাৰী গাঁৱৰ এটা মোকৰ্দমাৰ স্থানীয় তদন্ত সম্পৰ্কে হাকিম সেই গাঁৱলৈ ওলাল। কন্দৰ্প এক পক্ষৰ উকিল, গতিকে তেওঁ যাব লগীয়াত পৰিল। কন্দৰ্পই সোনকালে ভাত-পানী খাই চাইকেলখন লৈ সেই গাঁৱৰ মুখিয়াল মানুহ ছিৰাজৰ ঘৰ পালেগৈ। ছিৰাজৰ বাপেক মৌজাদাৰ আছিল। এতিয়া খুৰাক মৌজাদাৰ। তেওঁৰ ঘৰ-বাৰী, অৱস্থা সকলো ভাল। কন্দৰ্পৰ ছিৰাজৰ লগত আগৰ চিনাকিও আছিল। ছিৰাজৰ বয়স তেতিয়া ৪৫ বছৰমান হৈছে। তেওঁ গাঁওখনৰ, আৰু ক'বলৈ গ'লে সেই মৌজাৰ ভিতৰতে বৰ সাধু মানুহ আছিল। দুখীয়াক দান কৰা, বিপদত মানুহক সহায় কৰা, সৎ কামত উৎসাহ দিয়া, বেয়া কামৰপৰা মানুহক বিৰত ৰখা, ছিৰাজৰ নিত্য-নৈমিত্তিক কাম, বেপাৰো তেওঁৰ অলপ আছে। মাটি বাৰীও আছে। গতিকে খোৱা-বোৱাৰ চিন্তা তেওঁৰ সমূলি নাছিল। তেওঁৰ সৰল আৰু ভদ্ৰ ব্যৱহাৰত সকলো মোহিত হৈছিল।

সেইদিনা ছিৰাজৰ ঘৰত ছিৰাজ আৰু কন্দৰ্প বহি থাকোঁতে কন্দৰ্পই দেখিবলৈ পালে ছয়-সাত-বছৰীয়া এজনী অকণমানি ছোৱালী আহি ছিৰাজক আবাজান বুলি মাতি তামোলৰ বটাটো দি গ'লহি। কন্দৰ্পৰ জীৱনত ল'ৰা-

ছোৱালীৰ সম্পৰ্ক বেছি হোৱা নাই। গতিকে মানুহৰ ওপৰত সিহঁতৰ কি প্ৰভাব, তাক কন্দৰ্পই ভালকৈ নাজানে। আজি এই ছোৱালীটিৰ দৰ্শনত যেন তেওঁৰ হিয়াত এটা আনন্দৰ পুলক খেলি গ'ল। তেও তাইক দুই হাত মেলি কোলাত লৈ চক্ খাই উঠিল। ঠিক যেন কাবোবাৰ এখন মুখ এই অকণমানি সৰল মুখখনিয়ে তেওঁৰ মনত পেলায়। সেই বৈ পৰা চকু, সেই দীঘল সুন্দৰ মুখ, সেই পাতল সৰু ওঁঠ, সেই সৰু থুঁতৰি; তেওঁৰ বুকুখন কঁপি উঠিল! তেওঁৰ হিয়াৰ তলিৰপৰা এটা দীঘল হুমুনিয়াহ ফুটি উঠিল।

আত্মসংবৰণ কৰি সুধিলে—"তোমাৰ কি নাম আই?" ছোৱালীটিয়ে উত্তৰ দিলে "ধ্ৰুব, কিন্তু আচল নাম সীতাহে।" তাইৰ মাতটো কাবোবাৰ কণ্ঠৰ আভাস যেন ফুটি উঠিছে। কন্দৰ্পই নিজৰ এনে আত্মবিস্মৃতি হোৱা দেখি নিজকে ধিক্কাৰ দি ছোৱালীটি নমাই দি সুধিলে—"হাজৰিকা, এইটি আপোনাৰ ছোৱালী?" হাজৰিকাই অলপ হাঁহি উত্তৰ দিলে, "ভাওৰীয়া এইটি আল্লাৰ দান, মোৰ নাতিনী।"

কন্দৰ্প—"মানে—আপোনাৰ—?"

ছিৰাজ—"মোৰ কন্যাৰ ছোৱালী। সেই কন্যাও আল্লাৰ দান।"

কন্দৰ্পই ছিৰাজৰ কথা ভালকৈ বুজি নাপাই সুধিলে—"হাজৰিকা, সকলো ল'ৰা-ছোৱালীয়েই ঈশ্বৰৰ দান। কিন্তু আপোনাৰ এই ছোৱালীজনীৰ মাক-জীয়েকক বিশেষকৈ তেনে বোলাৰ কাৰণ কি?"

ছিৰাজৰ মুখখন গম্ভীৰ হৈ উঠিল, তেওঁ লাহে লাহে ক'লে—"এদিন এই দেৱকন্যাকে আল্লাই মোৰ ওচৰলৈ মোৰ আশ্ৰয় পাবৰ কাৰণে পঠাইছিল। দেৱকন্যাৰ গৰ্ভতে ধ্ৰুবৰ জন্ম। ধ্ৰুবৰ মাক আচলতে মোৰ কন্যা নহয়।"

কন্দৰ্পৰ গোটেই গাটো শঙ্কাত কঁপি উঠিল। তেন্তে হয়তো সাবিত্ৰীক ছিৰাজেই আশ্ৰয় দিছিল। হয়তো সাবিত্ৰীৰ গৰ্ভতে ধ্ৰুবৰ জন্ম। সকলো কথা জানিবলৈ তেওঁ ব্যগ্ৰ হৈ উঠিল। ঠিক এনে সময়তে দুখন বাইচিকলত দুজন কোট-পেণ্ট পিন্ধা মানুহ উপস্থিত হ'লহি। এজন হাকিম আৰু এজন সিপক্ষৰ উকিল। তেওঁলোক আটাইকেইজনে ছিৰাজক লৈ ওলাই আঁতৰ হ'ল। হাকিমে ফিৰি যাবৰ সময়ত কন্দৰ্পক লগ ল'লে। কন্দৰ্পই মোৰ অলপ

কাম আছে বুলি নগ'ল ; হাকিম আৰু ইজন উকিলে অৰ্থপূৰ্ণ হাঁহি এটি মাৰি গুচি গ'ল।

কন্দৰ্প আহি ছিৰাজৰ ঘৰ পাই সুৰৰ মাকৰ কথা সুধিলে। ছিৰাজে বিনয়ৰ মাতেৰে সেই কথা তেখেতে শুনাৰ প্ৰয়োজন নাই বুলি ক'লে। কন্দৰ্পই বুজিলে যে প্ৰকৃত কথা প্ৰকাশ কৰি নক'লে ছিৰাজে কেতিয়াও কোনো কথা ভাঙি নকয়, বহুত চেষ্টাৰ পিছত ছিৰাজৰপৰা তেওঁ এটি কথা বাহিৰ কৰিলে—সুৰৰ মাকৰ নাম। ছিৰাজে ক'লে সাৱিত্ৰীৰ দৰেই মহাসতী দেখিয়েই বোধ কৰোঁ তেওঁৰ নাম সাৱিত্ৰী থৈছিল। নামটো শুনাৰ লগে লগে কন্দৰ্পই চাৰিওফালে অন্ধকাৰ দেখিলে।

কোনোমতে নিজক সংযত কৰি তেওঁ ঘৰৰ ফালে খোজ ল'লে। সেই সাত মাইল বাট তেওঁ কেনেকৈ খোজ কাঢ়ি আহিল তাক নিজেই ক'ব নোৱাৰে। আজি তেওঁৰ সংশয় নাথাকিল যে তেওঁৰে সাৱিত্ৰীৰ সন্তান সুৰ—তেওঁৰ সন্তান সুৰ। সাৱিত্ৰীৰ আত্মাই যেন তেওঁক সুৰক হিয়াত সাবটি ধৰিবলৈ কাকুতি কৰিবলৈ ধৰিলে। তেওঁ দুশ্চিন্তাত এক প্ৰকাৰ মতলীয়া হৈ উঠিল। লগে লগে অনুশোচনাই তেওঁক আঘাত কৰিবলৈ ধৰিলে।

তেওঁ ঘৰ পাই থাই-বৈ শুলে হয়, কিন্তু চিন্তাই লগ নেৰিলে ; সাৱিত্ৰীৰ স্মৃতিয়ে আজি যেন আকৌ মূৰ্ত হৈ উঠি তেওঁক অস্থিৰ কৰি তুলিবলৈ ধৰিলে।

পিছদিনা পুৱায় তেওঁ আকৌ ছিৰাজৰ ঘৰলৈ গ'ল। ছিৰাজৰ আগত তেওঁ সকলো কথা ভাঙি কোৱাৰ পিছত ছিৰাজেও লাহে লাহে ক'বলৈ ধৰিলে : "সেইদিনা পুৱা মই শুই উঠি দেখোঁ এজনী গাভৰু ছোৱালী মোৰ পদূলিৰ আগত মূছকছ গৈ পৰি আছে। মই লৰা-লৰিকৈ ভিতৰলৈ আনি তেওঁক সেকি-পুটকি দিয়াৰ পিছত তেওঁ লাহে লাহে ক'লে "মই বৰ নিৰাশ্ৰয়।" আমি অলপ আশ্বাস দিয়াত সুস্থিৰ হ'ল। লাহে লাহে তেওঁৰ প্ৰকৃত অৱস্থা সুৰৰ বুঢ়ীমাকে বুজি ল'লে। তেওঁ হিন্দু মানুহ, সমাজৰ চকুত তেওঁ কলঙ্কিনী, কিন্তু ঈশ্বৰৰ চকুত নিষ্পাপ। আমি মুছলমান দেখি অলপ বিপদত পৰিলোঁ, তেওঁক কেনেকৈ ৰাখোঁ বুলি। সেই ছোৱালী এটিয়ে সেইদিনা পুৱা যি জ্ঞান দিলে সি অমূল্য। তেওঁ ক'লে "হিন্দু-মুছলমানৰ ভিতৰত পাৰ্থক্য ঈশ্বৰে কৰা নাই। তেওঁ সকলোৰে পিতা। মানুহে পাৰ্থক্য

সৃষ্টি কৰিছে।" তথাপি তেওঁ পৃথক কৰি ৰান্ধি-বাঢ়ি খাবৰ ইচ্ছা প্ৰকাশ কৰাত আমি তাৰ দিহা কৰিছিলোঁ।

"আমি এই ছোৱালীটিৰ ব্যৱহাৰত মুগ্ধ হৈ গ'লোঁ। আল্লাই প্ৰথমে দেখাৰ পৰাই মোৰ হিয়াত তেওঁৰ প্ৰতি এটি স্নেহৰ সঞ্চাৰ কৰি দিছিল। সেই স্নেহ ক্ৰমে বাঢ়িবলৈ ধৰিলে। তেওঁৰ অতীত ইতিহাসৰ বিষয়ে তেওঁৰ নামৰ বাহিৰে অন্য একো আমি নাজানো। ৰূপ আৰু ব্যৱহাৰৰপৰা বুজিছিলোঁ যে তেওঁ ভাল মানুহৰ ঘৰৰ ছোৱালী। যথাসময়ত মুৰৰ জন্ম হ'ল। তাৰ পিছতে তেওঁৰ জ্বৰ আৰম্ভ হয়। মৃত্যুৰ দিনা সন্ধ্যা মোক মাতি নি তেওঁ ক'লে 'পিতা'—তেওঁ মোক পিতা আৰু মুৰৰ বুঢ়ীমাকক আই বুলি মাতিছিল; 'মোৰ সময় চাপি আহিছে। ছোৱালীটিৰ ভাৰ আপোনাৰ ওপৰতে থাকিল। তাই ডাঙৰ হ'লে বা তাইৰ বাপেকক যদি আপুনি কেতিয়াবা পায়, তেতিয়া তেওঁক সুধিহে আপুনি তাইক মুছলমান কৰিব। আৰু যদি আপুনি মোৰ স্বামীক কেতিয়াবা লগ পায়, ক'ব, মই তেখেতৰ ওপৰত খং কৰা নাই। তেখেতৰ চৰণ চিন্তা কৰিয়েই মই মৰিবলৈ সাহ সাহ পাইছোঁ।' সেইদিনা ৰাতি সাবিত্ৰীৰ মৃত্যু হ'ল। সাবিত্ৰীৰ ইচ্ছামতেই আমি মুৰৰ সীতা নাম দিলোঁ। সীতাৰ দৰেই আমাৰ সীতা পবিত্ৰ, কাৰণ সাবিত্ৰীৰ দৰে সতীৰ গৰ্ভত তাইৰ জন্ম।

"মুৰৰ কাৰণে আমি মুৰ্গী পোহা আৰু খোৱা পৰ্যন্ত বন্ধ কৰি দিছোঁ। সাবিত্ৰীয়ে আমাৰ হিয়াৰ কিমান ঠাই অধিকাৰ কৰিছিল তাক ক'বৰ ক্ষমতা মোৰ নাই। মুৰেই এতিয়া আমাৰ জীৱনৰ সম্বল। দীনৰ জ্যোতিৰ দৰে তাই মোৰ আৰু বুঢ়ীমাকৰ জীৱন উজ্জ্বল কৰি ৰাখিছে।"

ছিৰাজ স্তব্ধ হৈ ৰ'ল। এই কাহিনীয়ে কন্দৰ্পক আজি বৰ আঘাত কৰিলে। তেওঁৰ দুই চকুৰেদি দুধাৰ চকুলো বৈ গ'ল। তাৰ পাছত তেওঁ ক'লে, "ছাজৰিকা, মুৰক মোক দিয়ক। মই তাইক কলিকতাত ৰাখি লিখা-পঢ়া শিকাবৰ চেষ্টা কৰিম।" ছিৰাজৰ মুখখন শেঁতা পৰি গ'ল। অলপপৰ বৈ তেওঁ দুই হাত কপালৰ ওপৰত তুলি নমস্কাৰ কৰি "আল্লা, তোমাৰ ইচ্ছা পূৰ্ণ হওক" বুলি ক'লে, "মই তাইক তাইৰ ন্যায্য প্ৰাপ্যৰপৰা দূৰ নকৰোঁ, অৱশ্যে আমাৰ হৃদয় মুৰেৰেই পৰিপূৰ্ণ। তাইক নিলেও যেন মাজে মাজে আমি তাইক দেখিবলৈ পাওঁ।" কন্দৰ্পই বুজিলে যে ছিৰাজে

ফুৰক অন্তৰৰে সৈতে ভাল পায় কাৰণেই আজি এই বেধাক বুকুত সহজে সাবটি ল'ব পাৰিছে। তেওঁৰ চকুৰপৰা পানী ব'বলৈ ধৰিলে।

৭

ফুৰক কন্দৰ্পই কলিকতালৈ লৈ গ'ল। তাইক এতিয়া তেওঁ সীতা বুলি মাতে। কলিকতাৰ এটি ঘৰত তেওঁ মাষ্টৰ ৰাখি সীতাক প্ৰায় বছৰেক পঢ়াই শেহত স্কুলত নাম লিখাই দি বোৰ্ডিঙত থৈ ঘৰলৈ আহিল।

সীতাক তেওঁ তেওঁৰ দূৰ-সম্পৰ্কীয় ককায়েক এজনৰ মাউৰা ছোৱালী বুলি আৰু নিজকে অভিভাৱক বুলি স্কুলৰ বহীত লিখাই দি আহিল। সুবিমল ৰয় নামে তেওঁৰ বন্ধু এজনৰ ঘৰ কলিকতাত। তেওঁ হাই কোৰ্টত ওকালতি আৰম্ভ কৰিছে। তেওঁৰ আগতো সীতাৰ সেই একে পৰিচয়কে দি বন্ধত যাতে তাই তেওঁৰ তাত থাকিব পাৰে তাৰ দিহা কৰি দি আহিল। সুবিমলৰ ঘৈণীয়েকৰ লগতো তেওঁৰ আলাপ আছিল। গতিকে দুয়োকে সীতাৰ ভাৰ দি তেওঁ গুচি আহিল।

তেওঁ বন্ধত মাজে মাজে গৈ সীতাক লৈ পুৰী, ওৱালটেয়াৰ আদি ঠাই ফুৰি আহেগৈ। ছিৰাজকো তেওঁ তিনি-চাৰি বাৰ কলিকতালৈ লৈ গৈছে।

অনিল বুলি সুবিমলৰ ভতিজাক এটা আছিল। সীতাই যি বাৰেই প্ৰৱেশিকা পৰীক্ষা দিলে, সেইবাৰেই অনিলে বি. এ. পৰীক্ষা দিছিল।

বয়সৰ লগে লগে সীতাৰ সৌন্দৰ্যও বাঢ়ি আহিবলৈ ধৰিলে। সুবিমলৰ ঘৰৰ লগত ঘনিষ্ঠ হোৱাৰ লগে লগে কেইবাঘৰো মানুহৰ লগতো সীতাৰ জনা-শুনা হ'ল। তেওঁৰ ব্যৱহাৰ আৰু সৌন্দৰ্যত মুগ্ধ নহৈ কোনো থাকিব নোৱাৰিলে।

অনিলো দেখিবলৈ ভাল। গান-বাজনা জানে। বাপেকৰ টকা-কড়িও ভালেমান। অনিল আৰু সীতাৰ মাজত প্ৰথমতে বন্ধুত্ব, ক্ৰমে সেই বন্ধুত্ব অনুৰাগত পৰিণত হ'ল। এই কথাত কাৰো অৰ্থাৎ সুবিমল, ঘৈণীয়েক আৰু কন্দৰ্পৰ আপত্তি নাছিল আৰু দুয়োৰো ভিতৰত বিয়া হ'ব—এনে এটা কথা তেওঁলোকৰ সকলোৱে মনে মনে ঠিক কৰি থৈছিল।

সীতাক কলিকতালৈ নৈ অহাৰ পিছতে কন্দৰ্পই বিয়া কৰায়। বৈচিত্ৰ্যহীন বিয়া। সৰমু প্ৰথমে বহু আশা কৰিয়েই আহিছিল। শিক্ষিতা-

ছোৱালী, ডাঙৰ মানুহৰ ঘৰৰ। অলপ কাব্য-প্ৰিয়। কন্দৰ্পৰ ঘৰলৈ আহি তেওঁ পাৰ্থিৱ সকলো সম্ভাৱ পালে হয়, কিন্তু এটি বস্তু সম্পূৰ্ণকৈ তেওঁ নাপালে। তেওঁৰ শিক্ষিত মনে বুজিলে যে কন্দৰ্পই তেওঁক গোটেই হৃদয় দান কৰিব নোৱাৰে। তেওঁৰ মনটো লাহে লাহে কঠোৰ হৈ উঠিল। তেওঁৰ ল'ৰা-ছোৱালী একো নোহোৱাত এই কঠোৰতা ক্ৰমে বাঢ়িবলৈ ধৰিলে।

বিয়াৰ কিছু দিন পিছতে কন্দৰ্পৰ দেউতাক ঢুকায়। এই মৃত্যুত যদিও কন্দৰ্প আৰু সৰযূ দুয়ো দুয়োৰে একৰকম ওচৰ চাপি আহিল তথাপি সেই সান্নিধ্যই তেওঁলোকৰ জীৱনত মাধুৰ্যৰ সঞ্চাৰ কৰিব নোৱাৰিলে।

কন্দৰ্পই বহুত ভাবি-চিন্তি সীতাৰ কথা সৰযূৰপৰা গোপনে ৰাখিলে, জীৱনৰ এটি সুন্দৰ ঘটনা যেন সৰযূৰ অগ্নি-দৃষ্টিত ম্লান হৈ যাব—তেনে শঙ্কা এটাই তেওঁক সৰযূৰ আগত এই কথা কোৱাৰপৰা বিৰত ৰাখিলে। তেওঁ সৰযূক লগত লৈ ইতিমধ্যে কলিকতাৰপৰা ফুৰি আহিল গৈ। সৰযূক লগত লৈ সুবিমলহঁতক কেতিয়াও দেখা নকৰিছিল বা খবৰ নিদিছিল। অৱশ্যে কাম আছে বুলি তেওঁ বছৰে দুবাৰকৈও কলিকতালৈ অকলৈ যায়।

সীতাৰ চিঠি-পত্ৰ কন্দৰ্পই পায়। কিন্তু তাক গোপনে ৰাখে। টকা-কড়ি সকলো সুবিমললৈ পঠায়।

সেইবাৰ সীতাই প্ৰৱেশিকা পৰীক্ষা দি আঁতায়েই ল'ৰা-লৰিকৈ এখন পোষ্টকাৰ্ড কন্দৰ্পলৈ লিখিলে। তাত তেওঁক খুড়াদেউ বুলি সম্বোধন কৰা, আৰু পৰীক্ষা ভাল হৈছে, কালিলৈ দীঘলীয়া চিঠি লিখিম বুলি লিখা আছিল। চিঠিখন কেনেবাকৈ সৰযূৰ হাতত পৰে। তলত সীতা বুলি লিখা দেখি তেওঁ কৌতূহলৰ বশৱৰ্তী হৈ চিঠিখন পঢ়ি বুজিলে কন্দৰ্পৰ জীৱনৰ কোনোবা এটি অধ্যায়ৰ কথা তেওঁ নাজানে। মনত নানাৰকম সংশয় খেলি গ'ল। কন্দৰ্পক এইবিলাক কথা সোধা তেওঁ আত্মসম্মান-হানিকৰ বুলি মনে মনে থাকিল। তেওঁৰ অন্তৰ কিন্তু ক্ৰমে কন্দৰ্পৰ প্ৰতি বিমুখ হৈ আহিল।

সীতাই কলেজত নাম লিখোৱাৰ লগে লগে অনিলৰ লগত তেওঁৰ বিয়াৰ কথা-বতৰা হ'বলৈ ধৰিলে। তেওঁলোক কায়স্থ মানুহ। বাপেক-মাক দুয়ো প্ৰথমতে আপত্তি কৰিছিল। পিছত কন্দৰ্পইতো কায়স্থ বুলি কোৱাত আৰু সুবিমল আৰু তেওঁৰ বৈণীয়েকৰ চেষ্টাত প্ৰায় বছৰেকমানৰ মূৰত বিয়াত তেওঁলোকে সম্মতি দিলে। কোৱা বাহুল্য ছোৱালী দেখি তেওঁলোকে

ভালেই পাইছিল। সামাজিক ৰীতি-নীতিয়েই তেওঁলোকৰ আপত্তিৰ কাৰণ আছিল। অনিলক বিলাতলৈ পঠাব বুলি কন্দৰ্পই এটি আশা দেখুৱাত তেওঁলোকৰ আপত্তিটো লাহে লাহে লঘু হৈ আহিবলৈ ধৰিলে।

ঠিক হ'ল—এম্. এ. পৰীক্ষা দিলেই বিয়া হ'ব। সীতাই আই. এ. পৰীক্ষা দিয়েই বোৰ্ডিঙৰপৰা সুবিমলৰ ঘৰলৈ আহিল। অনিলৰ লগত বিয়া স্থিৰ হোৱা দেখি অনিল আৰু তেওঁৰ মাজত অবাধে দেখা-সাক্ষাৎ কৰাত কোনেও আপত্তি নকৰা হ'ল।

এনেকৈয়ে দুয়োৰো প্ৰতি দুয়ো ভয়ানক আকৃষ্ট হৈ পৰিল। এই দুয়োখন কোমল হিয়াতো প্ৰণয়ৰ নৱ সঙ্গীত বাজি উঠিল আৰু দুয়ো এক মধুৰ স্বপ্নত সময় কটাবলৈ ধৰিলে। দুয়োৰো পক্ষে দুয়োকো অদেয় একো নাথাকিল। হৃদয়, মন, দেহ সকলোকে কেন্দ্ৰ কৰি তেওঁলোকৰ প্ৰেমৰ মন্দাকিনী বৈছিল। আৰু দুয়োৰে ওচৰত দুয়ো সম্পূৰ্ণকৈ আত্মবিক্ৰয় কৰিছিল।

৮

কন্দৰ্পই ভাবিলে বিয়াৰ আগতে সৰযু, অনিল আৰু সীতাৰ আগত সকলো কথা প্ৰকাশ কৰি কৈ দিয়া উচিত বুলি। তেওঁৰ জীৱনৰ এই বহুমূলীয়া গুপ্ত কথা ছিৰাজৰ বাহিৰে আৰু আন কোনেও নাজানে। ছিৰাজেযে এই কথা প্ৰকাশ নকৰে তাক কন্দৰ্পই বুজিছিল।

তেওঁ এম্. এ. পৰীক্ষাৰ পাছত কলিকতালৈ গৈ অনিল আৰু সীতাক অসমলৈ লৈ আহিল। দুয়োৰো ভিতৰত প্ৰীতিৰ ভাব লক্ষ্য কৰি তেওঁৰ হিয়া আনন্দত নাচি উঠিল। সাবিত্ৰীৰ প্ৰতি যি অন্যায় কৰা হৈছিল তাৰ অন্ততঃ অকণমান প্ৰতিকাৰ এই বিয়াই কৰিব এনে এটা আশায়ো তেওঁক অলপ শান্তি দিবলৈ ধৰিলে।

অসমৰ সৌন্দৰ্য দেখি অনিল মুগ্ধ হৈ গ'ল। আৰু ইমান দিনৰ মূৰত আকৌ অসমলৈ ঘূৰি সীতা আনন্দত বিহ্বল হৈ উঠিল।

যোৰহাটলৈ গৈ কন্দৰ্পই সৰযুক ক'লে—"সৰযু, মোৰ পালিতা কন্যা সীতা আৰু তেওঁৰ ভৱিষ্য স্বামী অনিল; বাকী কথা পিছত ক'ম। এওঁলোকৰ সকলো যত্নৰ ভাৰ তোমাৰ ওপৰত।" সীতা আৰু অনিলে দুয়ো তেওঁক খুড়ীদেউ বুলি সম্বোধন কৰিবলৈ আৰম্ভ কৰিলে। বাহিৰত সম্পূৰ্ণ

ভদ্ৰতা আৰু সৌজন্য উজাব কৰি ৰাখিলেও সবযুৰ অন্তৰ তিতা হৈ উঠিল। কোন এই সীতা যাৰ লগত স্বামীৰ ইমান দিনৰ পুৰণা চিনাকি? সীতাৰ সৌন্দৰ্য দেখিযে তেওঁ বৰ আনন্দ পাইছিল এনেও নহয়। সুন্দৰী-পদ-প্ৰাৰ্থী তিৰোতাৰ মনলৈ ঈৰ্ষাৰ ভাৰ বৰ সহজে আহে।

সীতা যোৰহাট পোৱাৰ পিছদিনা মটৰ পঠিয়াই কন্দৰ্পই ছিৰাজক অনালে। ছিৰাজৰ এতিয়া ডাঁড়ি, চুলি সকলো পকি বগা হৈ গৈছে। তেওঁৰ মুখত এটি স্নিগ্ধ হাঁহি। তেওঁক দেখিয়েই সীতাই লব মাৰি আবাজান বুলি সাবটি ল'লে। ছিৰাজে দুই হাত তুলি আশীৰ্বাদ কৰিলে। তেওঁৰ দুই চকুৰেদি চকুলো বৈ গ'ল। অনিল আৰু সবযূ এই দৃশ্য দেখি স্তম্ভিত হৈ গ'ল।

তাৰ পিছত তেওঁলোক বৈঠকখানাত আহি বহিল। কন্দৰ্পই ক'লে—"সবযূ, তোমাৰপৰা মই এটা কথা ইমান দিনে গোপন কৰি ৰাখিছোঁ। তেনে কৰি ভাল কৰিছোঁনে বেয়া কৰিছোঁ, ক'ব নোৱাৰোঁ; সেই বাবে তুমি মোক ক্ষমা কৰিবা বুলি আশা কৰিছোঁ।" তাৰ পিছত অনিলৰ ফালে চাই ক'লে—"অনিল, মই যদি কওঁ সীতা মোৰ কোনো নহয়, মোৰ আত্মৰ-ফুলৰ নহয়, কেৱল মোৰ সকলো স্নেহ আৰু সম্পত্তিৰ অধিকাৰিণী, তুমি তেতিয়াও তাইক বিয়া কৰাবানে?" অনিলৰ মুখ শেঁতা হৈ গ'ল। পিছ মুহূৰ্ততে তেওঁ কৈ উঠিল—"আমাৰ অন্তৰৰ মিলনে সকলো অৱস্থাতে দুয়ো দুয়োকো গ্ৰহণ কৰিবলৈ বল দিব।" তাৰ পিছত কন্দৰ্পই ক'লে—"আজি যি কথা ক'ম, তাৰ সাক্ষী এই বৃদ্ধ মাস্তৰত মাহুহগৰাকী, যাৰ মহত্বৰ বাবে মই সদায় তেওঁৰ ওচৰত নতশিৰ। আশা কৰোঁ আজিৰ বৰ্ণনা শেষ হ'লে তোমালোকেও তেখেতৰ মোল বুজিব পাৰিবা।"

তাৰ পিছত তেওঁ মুৰবেপৰা সাবিত্ৰীৰ কথা ক'বলৈ আৰম্ভ কৰিলে। অতীতৰ সুখ-দুখৰ দৃশ্যবিলাকৰ এই বৰ্ণনাত তেওঁৰ অন্তৰ বেথাত ভৰি গ'ল। তেওঁৰ চকুৰেদি পানী ব'বলৈ ধৰিলে। তেওঁৰ কণ্ঠস্বৰ ক্ষীণ আৰু সজল হৈ উঠিল।

সবযূ আজি এই চিত্ৰ দেখি স্তম্ভিত হৈ গ'ল। লগে লগে সীতা আৰু সাবিত্ৰীৰ ওপৰত তেওঁৰ শ্ৰদ্ধা অসীম হৈ উঠিল। অনিলৰ মুখ ক্ৰমে ম্লান হৈ যাবলৈ ধৰিলে। ছিৰাজৰ চকুৰেদি চকুলো ব'বলৈ ধৰিলে। এই ইতিহাসৰ মাধুৰ্যই কেৱল স্পৰ্শ কৰিলে সীতাক।

কথা শেষ হৈ গ'ল। তাৰ পিছতো কিছু সময় সকলো নিস্তব্ধ হৈ থাকিল। তাৰ পিছত অনিলে কৈ উঠিল—"কি প্ৰয়োজন আছিল এই কথা আমাক ক'বৰ? মোৰ সাধ্য নাই সীতাকে বিয়া কৰাবৰ।" সীতা আৰু কন্দৰ্পৰ মূৰত ম্বৰগ ভাগি পৰিল। কন্দৰ্পই প্ৰশ্নৰ দৃষ্টিৰে অনিলৰ কালে চোৱাৰ লগে লগে তেওঁ আকৌ ক'লে, "চাকৰণীৰ গৰ্ভত জন্মা আৰু মুছলমানৰ ঘৰত ডাঙৰ হোৱা ছোৱালী বিয়া কৰাবলৈ মোৰ ইচ্ছা থাকিলেও মোৰ পিতা-মাতাই কেতিয়াও তেনে কৰিবলৈ নিদিয়ে। তেওঁলোকৰ অবাধ্য হোৱা মোৰ পক্ষে সম্ভৱপৰ নহয়।"

সীতাৰ মুখখন আৰু শেঁতা হৈ গ'ল। তেওঁ কোনোমতে চকিখনৰ হাতোৰা দুটাত ধৰি অজ্ঞান নোহোৱাকৈ থাকিবৰ চেষ্টা কৰিলে। তেওঁৰ চকুত এটা ভীষণ আতঙ্কৰ ছবি ফুটি উঠিল। তেওঁৰ মুখেদি মাত্ৰ একাষাৰ কথা ওলাল—"কিন্তু মইযে অন্তঃসত্বা।" এই কথাৰ মৰ্মভেদী সুৰে কন্দৰ্পক বাতুল কৰি তুলিলে। তেওঁ হিয়াখন ভাগি যোৱা যেন পালে। তেওঁ উঠি সীতাক বুকুত সাবটি ল'ব খোজোঁতেই সৰযূ আহি তেওঁৰ ডিঙিত হাত দি থিয় হ'লহি আৰু লগে লগে তেওঁৰ মুখৰপৰা ওলাল,—"বেশ্যা, পতিতা, ঘৰৰপৰা বাহিৰ হৈ যা।" যেতিয়াই সৰযূৱে শুনিলে সীতা অন্তঃসত্বা, তেতিয়াই তেওঁৰ মনৰ চুকত সীতাৰ প্ৰতি যিকণ স্নেহৰ ভাব আছিল সিও দূৰ হৈ গৈ এটা ভীষণ হিংসাৰ ভাবে তেওঁৰ হিয়াত ঠাই ল'লে। সীতা আৰু কন্দৰ্প দুয়োকো আঘাত কৰিবলৈ তেওঁৰ প্ৰাণ ব্যাকুল হৈ উঠিল। তেওঁ বুজিলে যে সীতাক আঘাত কৰিলেই কন্দৰ্পই আঘাত পাব।

এই বিপদৰ আঘাতত কন্দৰ্প স্তব্ধ হৈ গ'ল। তেওঁৰ যেন শ্বাস-প্ৰশ্বাসৰ ক্ৰিয়াও বন্ধ হৈ গ'ল।

সৰযূৰ কথা শুনি সীতাই জালত পৰা হৰিণীৰ দৰে ছিৰাজৰ কালে চাই কাতৰ কণ্ঠে "আবাজান" বুলি মাতিলে। চকুৰ পানীকে খাটি নেদেখা হৈ ছিৰাজ আগ বাঢ়ি আহি "ঘৰলৈ ব'ল মোৰ আই" বুলি সীতাক চকিখনৰপৰা তুলি লৈ কন্দৰ্পৰ ঘৰৰপৰা লাহে লাহে ওলাই গ'ল।

প্ৰাণযতে কন্দৰ্পৰ চিঞৰি কান্দি উঠিবৰ মন গ'ল। জগতৰ সকলো পোহৰ তেওঁৰ চকুত ম্লান হৈ গ'ল। তাৰ পিছত সকলো অন্ধকাৰ।

# দুটকীয়া নোট

## ত্ৰৈলোক্যনাথ গোস্বামী

বঙালী বিহুৰ আনন্দ-উৎসৱৰ লহৰী উঠিছে প্ৰকৃতিৰ ৰমণীয় সাজ-সজ্জাত, চৰাইৰ নানা তৰহৰ মাতত। ইচ্ছা হয় জ্বালা-যন্ত্ৰণা, অভাৱ-অনাটন পাহৰি সিঁহতৰ দৰে উৰি ফুৰোঁ, বলিয়া হওঁ। কিন্তু নোৱাৰোঁ; নতুন মায়া-জৰীয়ে টানকৈ বান্ধে—আশা-মৰীচিকাই বংচঙীয়া সাজ পিন্ধি আগত নাচিবলৈ ধৰে। পাহৰি তাৰ পাছে পাছে লৰি যাওঁ—কিমান দূৰলৈ ক'ব নোৱাৰোঁ; কিন্তু যাওঁ। হঠাৎ সমুখত দেখিবলৈ পাওঁ গৃহিণীৰ অৱসাদক্লিষ্ট মুখখনি, শুকান, নিস্তেজ, নিৰানন্দৰ প্ৰতীক-স্বৰূপ। দুখ লাগে মনত। ৰাতিপুৱাৰে-পৰা কত ৰকমৰ কাম তেওঁৰ। তথাপি দুবেলা দুসাজ ভালকৈ নিমিলে। একে ধৰণৰ হাড়-ভগা পৰিশ্ৰম—তাৰ উপৰি খোৱাৰ অভাৱ, কাপোৰৰ অভাৱ। মনলৈ আনন্দইবা আহে কেনেকৈ? সেই বাবে সকলো খং ল'ৰা-ছোৱালীৰ ওপৰত প্ৰকাশিত হয়—মাজে মাজে মোৰ ওপৰতো হয়।

ৰাতিপুৱা হোকাটো হাতত লৈ চোতালত বহিছোঁ। অভ্যাসৰ গুণত হোকাটো টানি আছোঁ, সঁচা; কিন্তু মনৰ মাজত কত ৰকমৰ চিন্তাই তল-ওপৰ লগাইছে তাক নিজেই ক'ব পৰা নাই। এনেতে ভদীয়া আহি এটা দীঘলকৈ সেৱা জনালে। "প্ৰভু জগন্নাথে মোৰ খবৰ কৰা বুলি শুনিলোঁ।"

"এৰা ভদীয়া, তই আহিছ ভালেই হ'ল। বহ বাছা। সেই চাৰিখন লৈয়ে বহ।"

ভদীয়া বহিল।

"শুনিছ ভদীয়া—ভাবিলোঁ বোলো শিও ঘৰতে বহি আছে, ময়ো আছোঁ। মোৰ ঘৰৰ ধানকেইটা শেষ হ'লেই। তোৰো কিজানি নাইকিয়া হৈছে! সেয়ে ব'ল এবাৰ শিঙৰ ঘৰৰ ফালে এপাক মাৰিয়েই আহোঁ। হওঁতে মোৰ গাটোও বৰ ভাল নহয়, তথাপি নগ'লে ৰক্ষা নাই। তই কি কৱ?"

"মই কি ক'ম জগন্নাথ", ভদীয়াই বিনীত হৈ উত্তৰ দিলে। "আপোনাৰ মতেই মোৰো মত। পিছে, বন্দীৰ অলপ ওজৰ আছে।"

"কি?" আগ্ৰহেৰে তাৰ মুখলৈ চালোঁ।

"আজিকালি বন্দীয়ে ঘৰত বহি বহিয়েই বাৰ অনা, টকাটো পায়। তালৈ চাই জগন্নাথে যি ভাল দেখে কৰিব।"

"কি কৰ অ' ভদীয়া। যুদ্ধৰ বজাৰত সকলো বস্তুৰে দাম চাৰি-পাঁচ গুণে বাঢ়িছে সঁচা, কিন্তু বঢ়া নাই গুৰু-দক্ষিণা, শ্ৰাদ্ধ-দক্ষিণা, হোম-দক্ষিণা আদি সকলো প্ৰকাৰৰ দান-দক্ষিণা। সেই কথালৈকেও অলপ মন কৰিবিচোন।"

"জগন্নাথক জনাই থ'লোঁ। পিছে, কেতিয়ালৈৰা থিৰ কৰিলে?"

"ব'ল, কাইলৈ ৰাতিপুৱায় ওলাওঁ।"

এটা সৰু টৌ, এপাত কৰচ, এখন কাঁহী, এটা বাটি, কেইখনমান কাপোৰ, এযোৰ খৰম আৰু এযোৰ সৰু তাল—সকলোখিনিকে দুভাগ কৰি দুটা পাচিৰ ভিতৰত ভৰাই ভদীয়াৰ কান্ধত ওলোমাই দিলোঁ। লগতে শ্ৰীবিষ্ণুৰ নাম উচ্চাৰণ কৰি ঘৰৰপৰা ওলালোঁ ল'ৰা-ছোৱালী আৰু গৃহিণীৰ বিপদৰ আশঙ্কাত—বাধ্যত পৰি। আধ্যাত্মিক বিশ্বাসত সিদিনা বুকু বলীয়ান হৈ উঠা নাই। আগেয়ে উঠিছিল আৰু তাৰে ওপৰত ভৰ দি কল্পনা কৰিছিলোঁ সোণৰ সংসাৰ, অসাধাৰণ শক্তি-সামৰ্থ্য। কিন্তু সেই শক্তি-সামৰ্থ্য লভিম দূৰৰ কথা, লাহে লাহে অভাৱৰ নিৰ্যাতনৰ হেতুকে মনৰ মাজলৈ আহি পৰিল নিষ্ক্ৰিয়তাৰ অৱসাদ। ইয়েই মোক বুজাই দিলে জীৱনত ঘাত-প্ৰতিঘাতসমূহৰ মূল্য কি, সিহঁতৰ গুৰুত্ব কিমান। মই নিজৰ কাৰ্যক্ষমতাহীন জীৱনলৈ চাই সচেতন হ'লোঁ—ভালকৈ বুজিলোঁ পৃথিৱীৰ ভিতৰত মানুহৰ দৰে জীয়াই থকাটোৱেই আচল সত্য। জীৱন যাপন কৰিবলৈ এই বহল পৃথিৱীত কত উপায় আছে, সেইবোৰলৈ লাহে লাহে মোৰ মন আকৰ্ষিত হ'ল। কল্পনা-চকুৰে দেখিবলৈ পালোঁ তাত কেনে আনন্দ, কেনে স্বাধীনতা। তথাপি শেহত অতীতৰ সংস্কাৰেই বলবান হ'ল। পিতৃসকল ইচ্ছা, প্ৰভুৰে এই বাটেৰেই মই থাকিব লাগে—তাত সন্মান আছে, ধন-দৌলতৰ আড়ম্বৰ নাথাকিলেও পিতৃ-পিতামহৰ আশীৰ্বাদ আছে। সেই বাবে শ্ৰান্ত শৰীৰ লৈ ওলাইছোঁ একমাত্ৰ বিশ্বাসত যে পিতা এই

বাটেৰে গৈছিল গতিকে ময়ো যাব লাগে। কিন্তু মোৰ বুজিবলৈ বাকী নাই যে এই বাট হাবি-জঙ্গলে আগুৰি পেলাইছে।

বেলি ওপৰলৈ উঠিল। কপালত অলপ ঘামৰ মুকুতা দেখা দিলে। আলি-বাটেদি অসংখ্য ধূলিৰ কণিকা উৰুৱাই ভোঁ-ভোঁ শব্দেৰে এখন মটৰ বাগৰি গ'ল। বাটৰ কাণত এফলীয়াকৈ থিয় দিলোঁ। ভদীয়া ভালেখিনি পিছত। অলপ অপেক্ষা কৰি দুয়ো আকৌ খোজ ল'লোঁ।

"দেখিছ ভদীয়া, কণাকাটাৰ পুতেকৰ প্ৰতাপ?"

"হয় জগন্নাথ, বাপেকে খাব নাপাইছিল কিন্তু পুতেকে হাবাগাড়ী দৌৰায়।"

"কিন্তু আমাৰ কৰিছ কি?"

"আমি কপালত লিখি অহা নাই। কথাতেই কয় নহয় বোপে দিলেহে পায়।"

"হুঁ কপাল! কপালৰ কথা ক'লি নহয়, ভদীয়া?"

"হয় জগন্নাথ।"

চিন্তাৰ গতি আনফালে ঢাল খালে। সূৰ্য্যৰ উত্তাপ প্ৰখৰতৰ হৈ উঠিল। হালোৱাবিলাকে দুটা-এটাকৈ হাল মেলি ঘৰমুৱা হ'বলৈ ধৰিলে। দুই-চাৰিজনী তিৰোতাই কাষত কলহ লৈ পুখুৰীৰপৰা পানী অনা দেখিবলৈ পালোঁ। সিহঁতৰ সৰহ ভাগেই যুৱতী। কিন্তু সিহঁতৰ গতিত লয়লাস নাই—শৰীৰত লাৱণ্য নাই—সৌন্দৰ্য্যৰ পৰিবৰ্ত্তে মুখত ঠিক মোৰ দৰেই হতাশাৰ ঘন ছায়া। ওচৰতে কেইজোপামান গছ দেখিলোঁ, নতুন কুঁহিপাত ধৰি শুৱনী হৈ পৰিছে। গৰু, ছাগলী সকলোৰে গাত তেজস্বিতাৰ চিন। কিন্তু অভাৱগ্ৰস্ত মানুহৰ গাত সেই আনন্দৰ চিন নাই। বোধ কৰোঁ সংসাৰৰ সৰহভাগ মানুহৰেই কপাল ঠিক মোৰ কপালৰ দৰেই—ঠেক আৰু ঘৰ্মাৰ্ত্ত।

পিছফালে ভদীয়াই ঘন ঘনকৈ ইষ্ট গুৰুৰ নাম লোৱা শুনিবলৈ পালোঁ। বুজিলোঁ ব'দত সি দুখ পাইছে। তথাপি যাব লাগিব। দুমাইলমান দূৰত আৰু নৈখনৰ পাৰত অলপ জিৰণি ল'ম, গা-পা ধুই জা-জলপান খাম, ভদীয়াকো খুৱাম।

এইবাৰ ভদীয়াৰ এটা হুমুনিয়াহ কাণত পৰিল; মাতিলোঁ, "ভদীয়া!"

"সেই গছৰ তলত অলপ বহিব, জগন্নাথ?"

গছৰ তল। বেছ সুন্দৰ ঠাই। মৃদু মন্দ বতাহে গছৰ পাত অলপ অলপকৈ লৰাই যাব ধৰিছে। একো একো ছাটি বায়ুৱে শ্ৰান্ত শৰীৰত জুৰ পৰশ দি গৈছে। ভদীয়াই চিলিমটো উলিয়াই এচিলিম ধঁপাত লগালে। ধঁপাত খাই আকৌ খাবলৈ উঠিলোঁ।

এইবাৰ ৰ'দৰ উত্তাপ আকৌ বেছি যেন অনুভৱ কৰিলোঁ। ভদীয়াই লৰোঁ-নলৰোঁকৈ আহি আছে। সি মোৰ দৰে বেগাই আহিব নোৱাৰে, বাৰে বাৰে পিছ পৰি যায়। কিছু দূৰ গৈ মই পিছপিনে মূৰ ঘূৰাই চাওঁ, থিয় হওঁ আৰু সি আহি পালে দুনাই একেলগে খোজ লওঁ। বাটত মানুহ-দুনুহ দেখিবৰ প্ৰায়েই নাই। সকলোৱে হয়তো জিৰণি লৈছে, মোৰ দৰে ভিক্ষাৰ পাত্ৰ লৈ ওলাবৰ হয়তো কাৰো দৰকাৰ হোৱা নাই। "ভিক্ষায়াং নৈব নৈব চ।"—তথাপি সমাজৰ ৰীতি ৰক্ষা কৰিব লাগিব। পূৰ্বপুৰুষৰ ধৰ্ম, জনসাধাৰণৰ বিশ্বাস, তাত প্ৰশ্ন তুলিলে সমাজ নষ্ট হ'ব, দেশ তললৈ যাব।

নৈৰ ওচৰ পালোঁহি। বিশ্ৰামৰ চিন্তাত শৰীৰৰ জড়তা ক্ৰমাৎ বাঢ়ি অহা অনুমান কৰিলোঁ। ভদীয়া মোতকৈও ক্লান্ত। সি যেন কোনোমতেহে শৰীৰটো টানি আনিছে। অভাৱ—অভাৱেই মুখ্য কাৰণ। তাৰ বাবেই দুয়োৰো এনে যন্ত্ৰণা—অথচ দুখৰ অনুপাতে ঘৰলৈ লৈ আহিবলৈ কি পাওঁ সি ভগৱানৰ হাতত। দুখ জীৱনৰ সহচৰ। জন্মিবৰ দিনৰেপৰা দুখৰ মাজত লালিত-পালিত যেতিয়া সি পুৰণিকলীয়া বন্ধু—ইয়াত নতুনত্ব নাই, প্ৰবল ধুমুহাৰ দৰে ধ্বংসকাৰী শক্তিও নাই।

সমুখত সৰু নৈখন এঁকাই-পকাই গৈ তালেখনি নিলগত হাবিৰ মাজত অদৃশ্য হৈছে। পানীত কুলু কুলু শব্দ নাই। কিন্তু পাৰৰ গছ কেইজোপাৰ মাজেদি বতাহে এটি আধাফুটা গান গাই গৈছে—নৈৰ ঠেক বুকুখনৰ ওপৰত আনন্দৰ লহৰ তুলিছে। ওচৰৰ আঁহত গছজোপাৰ তলত কেইটামান গৰুৱে আনন্দত বিশ্ৰাম কৰিছে।

পাৰত সুন্দৰ সেউজীয়া চুটি চুটি বনৰ গালিচা, ওপৰত ডাঙৰ ডাঙৰ গছৰ বিস্তৃত শাখা-প্ৰশাখা আৰু সমুখত নীলা পৰিষ্কাৰ পানীৰ এক ধৰণৰ প্ৰবাহ—সকলোটিয়েই ক্লান্ত মন-প্ৰাণত শান্তিৰ সুষমা ঢালিব পাৰে, কন্তেকৰ বাবে হ'লেও জীৱনক মধুৰ কৰিব পাৰে।

ভদীয়াই থেকেচকৈ তাৰখন মাজিত থৈ গছ এজোপাৰ তলত বহিল।

মই থিয় হৈ আছোঁ—চাইছোঁ প্ৰাকৃতিক সম্পদবোৰলৈ। কেইটামান সৰু সৰু লৰা দৌৰি পানীত নামিল, বংমনে গা ধুলে আৰু ঘৰলৈ উভতি গ'ল। ভদীয়াই ওচৰলৈ আহি সোঁৱৰাই দিলে, "গা তিয়াওক, জগন্নাথ।"

গা- পা ধুই নিত্যক্ৰিয়া সমাপন কৰিলোঁ। গছৰ তলতে বহি জা-জলপান যি অলপ আছিল তাকে দুয়ো খালোঁ। পৰিশ্ৰমৰ অন্তত যি খালোঁ তাতেই বেছ তৃপ্তি অনুভব কৰিলোঁ। কিন্তু ইয়াৰ লগতে আহি পৰিল পথশ্ৰমৰ ভাগৰ। গছৰ তলত বনৰ ওপৰতেই ভদীয়া দীঘল দি পৰিল। এখন কাপোৰ পাতি ময়ো শৰীৰটো অলপ দীঘলাই পেলাই দিলোঁ। মুহূৰ্তৰ ভিতৰতে ভদীয়াৰ নাকে ঘোৰ্ঘোৰাবলৈ ধৰিলে। তাৰযে কল্পনা নাই, চিন্তা নাই। আনপিনে চিন্তাৰে জৰ্জৰিত মোৰ মন আৰু শৰীৰ। সেই বাবে মোৰ চকুত টোপনি নাই আৰু শৰীৰৰ অৱসাদৰো অন্ত নাই। মোৰ মনৰ মাজত নানা তৰহৰ ভাববোৰে খুন্দিয়াবলৈ ধৰিলে। ডেকা কালৰ পাঠ্যজীৱন, কলিকতা কাশী আৰু কত কি মনলৈ আহিল তাৰ সীমা নাই। এইবোৰ অসংলগ্ন চিন্তাৰ মাজেদিয়েই মোৰ মন ঘৰলৈ উৰা মাৰি ল'ৰা-ছোৱালী কেইটিৰ লগত খেলিবলৈ ধৰিলে। হঠাৎ গম নোপোৱাকৈয়ে লি আকৌ নিজৰ বিষয়-বস্তু বাছি উলিয়ালে। এনেকৈয়ে সময় গ'ল চোৰৰ নিচিনাকৈ অজ্ঞাতসাৰে।

বেলি ভালেখিনি হালিল। বাটেদি দুজন-এজন মানুহ অহা-যোৱা কৰিব ধৰিলে। ভদীয়াক জগাই দুয়ো দুনাই খোজ ল'লোঁ। পূবা-পশ্চিমাকৈ থকা আলিবাটটোৰ ওপৰেদি পৃথিৱী কঁপাই এখন বেলগাড়ী বাগৰি গ'ল।

কিছু দূৰ আগ বাঢ়িলোঁ। ক্ৰমে বাটত মানুহ-দুনুহ, গাড়ী-ঘোঁৰাৰ সমনা-গম বাঢ়ি আহিল। এমাইলমান আঁতৰত এখন সৰু চহৰ। সেইখন পাৰ হৈ চাৰি মাইল গ'লে কাত্তিবামহঁতৰ ঘৰ পাম। ঈশ্বৰে কৰিলে তেতিয়া হয়তো বিশ্ৰাম ল'ব পাৰিম। ক্লান্ত শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গবিলাকেও হয়তো অলপ জিৰণিৰ সুবিধা পাব।

চহৰৰ বাটৰ ওপৰত অসংখ্য শিলৰ টুকুৰা—যেনি-তেনি সিঁচৰতি হৈ পৰি আছে। ঠায়ে ঠায়ে কাষৰ নৰ্দমাবপৰা ওলোৱা নাক কোঁচ খোৱা দুৰ্গন্ধ। অতি কষ্টেৰে এই বাটেদি গৈছোঁ। মোৰ ভৰিৰ তলুৱা দুখন যেন জ্বলিব ধৰিছে।

বাটৰ কাষত দুটা-এটা খোৰা, কণা মানুহ। সিহঁত ঈশ-গুণ-গানত মত্ত—অৱশ্যে পাবৰ আশাত। কেৱে কেৱে দুটি-এটি পইছা সিহঁতৰ পিনে দলিয়াই অশেষ ধন্যবাদ আৰু আশীৰ্বাদৰ অধিকাৰী হৈছে। সৰহ ভাগেই হ'লে ইহঁতৰ প্ৰতি কটাক্ষপাত কৰা নাই। গাঁৱৰ অলসতাৰ পৰিবৰ্তে ইয়াত ব্যস্ততাৰ চিন। ঘোঁৰাগাড়ী, মটৰগাড়ী, মানুহ-দুনুহ সকলোৱে যেন লৰিছে কিবা এটা বিচাৰি—হয়তো আনন্দ, নহ'লে বিলাস, নহ'লে আহাৰ্য বস্তু। ভদীয়াতো অবাক। আজি যেন দুবছৰ আগৰ সেই চহৰথনি নাই। "ইমানবোৰ মানুহ, ইমানবোৰ গাড়ী। বাপ ৰে বাপ, দেখিলে ধাতু উৰায়।"

চহৰখন এৰিলোঁ। সূৰ্যৰ উত্তাপ প্ৰায়েই নাই। যিখিনি আছে সিও কষ্টদায়ক নহয়। গধূলিৰ বতাহ মোৰ বৰ ভাল লাগিব লাগিছিল। কিন্তু পথশ্ৰমৰ ক্লান্তিৰ তুলনাত এই সামান্য সুখ অনুভৱ কৰিবলৈ মই যেন অক্ষম হৈ পৰিছোঁ। ৰ'দৰ পোৰণিত মোৰ যেন গোটেই গাটো জম্‌জমাই গৈছে। মোৰ ভৰি দুখন অৱশ—শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গবিলাকো যেন স্থলকি পৰিব খোজে।

তেতিয়াও দুমাইল বাকী। পশ্চিম আকাশত লাহে লাহে বেলিটো বুৰ গ'ল। গৰু-ছাগলীবোৰে লাহে লাহে দুটা-এটাকৈ ঘৰমুৱা হ'বলৈ ধৰিলে। তাকে দেখিয়েই বোধ কৰোঁ মোৰ মনেও উভতি মোৰ সেই সুখ-দুখ-বিজড়িত ঘৰৰ আৱেষ্টনীৰ মাজলৈ উৰি আহিল, সুখৰ আশাত বলিয়া হৈ। ভগা ঘৰ, কেউপিনে অভাৱ-অসুবিধাৰ দাৰুণ হেঁচা, তথাপি তাৰ মাজলৈকে মন আঁতৰৰপৰা উৰা মাৰিব খোজে বোধ হয় কিবা সংস্কাৰৰ বলত। সেই বাবে ল'ৰা-ছোৱালীৰ বিৰক্তিকৰ কামৰ মাজতো আমি দেখিবলৈ পাওঁ আনন্দৰ ৰেখা; গৃহিণীৰ দৈনন্দিন গতানুগতিক ব্যৱহাৰৰ মাজতো বিচাৰি পাওঁ নতুনত্ব আৰু অভূতপূৰ্ব মাদকতা। এয়েই বোধ কৰোঁ জীৱনৰ ৰহস্য-সংসাৰৰ নাগ-পাশেৰে দৃঢ়কৈ বান্ধিবলৈ বিধিৰ অপূৰ্ব কৌশল।

দীঘলীয়া ভ্ৰমণৰ প্ৰায়েই শেষ। কান্তিৰামৰ গাঁৱৰ ভিতৰ সোমাইছোঁ। সন্ধ্যা পাৰ হ'লেও অসুবিধা হোৱা নাই। আকাশৰপৰা জোনবায়ে ৰূপালী কিৰণেৰে পথশ্ৰান্ত পথিকক পথ দেখুৱাই দিছে, তাপিত পৃথিৱীৰ বুকু শান্তিপানী-কণাৰে শীতল কৰিছে।

কান্তিৰামৰ ঘৰৰ দুৱাৰ মুখত থমকি ৰ'লোঁ। তিনি বছৰৰ আগৰ সেই

ঘৰ-দুৱাৰ নাই। সমুখত এটা ডাঙৰ টিনৰ বঙলা। কিন্তু আঁতৰত আন এটা টিনৰ ঘৰৰ তলত এখন মটৰ-গাড়ী থিয় হৈ আছে। ভিতৰলৈ সোমাব সাহ কৰা নাই। তিনি বছৰৰ ভিতৰতে কান্তিৰামে ইমান উন্নতি কৰিলেনে? চকুৰে যি দেখিলোঁ মনে তাক বিশ্বাস কৰিবলৈ টান পালে। ভদীয়া হ'লে আন ধৰণৰ মানুহ। অলপো ইতস্ততঃ নকৰাকৈ সি ভিতৰলৈ সোমাই গ'ল। অলপ পিছত কান্তিৰামৰ ঘৈণীয়েকে ওলাই আহি মোক আদৰি নিলে।

কান্তিৰামৰ ঘৰৰ ভিতৰখন বেছ পৰিষ্কাৰ-পৰিচ্ছন্ন। চোতালৰ এটি চুকত থকা হাঁহৰ খোৱাৰ আৰু পাঁৰৰ বাহবোৰ নাই। দক্ষিণ ফালে ডাঙৰ দুজোপা উৰহীৰ ঠাইত দুটা হাচ্নাহানাৰ পুলি ঠন ধৰি উঠিছে। মনত ভাল লাগিল। শিষ্যৰ ভাল দেখিলে গুৰুৰ মনত আনন্দ লাগে অকল পাবৰ আশাতেই নহয়, তাতকৈ মহত্ত্বৰ কাৰণত।

কান্তিৰামৰ ঘৈণীয়েক বেছ চতুৰ। লৰালৰিকৈ তাই চাউল সিজোৱাৰ যোগাৰ কৰি দিয়ালে। তাই নিজেই একো কৰিবৰ আৱশ্যক নহ'ল, কাৰণ তাইৰ আদেশত চাৰি-পাঁচটা চাকৰ লৰিছে। আগেয়ে তাইক এনে দেখা নাছিলোঁ। ৰুগ্ন শৰীৰ লৈ অলপ লৰচৰ কৰিব লাগিলেই তাইৰ কষ্টবোধ হৈছিল, মুখৰপৰা বিৰক্তিৰ ভাব বাগৰি পৰিছিল। কিন্তু এতিয়া তাইৰ গোটেই গাটোতে জীৱনৰ উদ্দাম শক্তি, মুখত আনন্দৰ গোলাপী ৰং আৰু চকুত অস্বাভাৱিক জ্যোতি। বেছ পৰিৱৰ্তন! দুখ-দুৰ্গতি আঁতৰাই মানুহে এই জীৱনতেই সুখ লভিব পাৰে, জীৱনক উপভোগ কৰিব পাৰে। মোৰ মনৰ ওপৰত এটি নতুন সত্য ভাহি উঠিল।

ৰন্ধা-বঢ়াৰ আয়োজন তেনেই কম নহয়। আজি তিনি বছৰৰ মূৰত শিষ্যৰ ঘৰত গোসাঁই উপস্থিত হৈছে যেতিয়া গুৰুৰ প্ৰসাদ সকলোৱে ল'ব। দিনৰ দিনটো খোজ কাঢ়ি ৰাতি শিষ্যসকল বাছি বাঢ়ি খুউৱা সামৰ্থ নাথাকিলে গুৰু-শিষ্যৰ প্ৰভেদেইবা থাকিল ক'ত? সেই বাবে উঠিলোঁ। গোসাঁই-কুলত জন্মিছোঁ যেতিয়া এনেবোৰ দুখক বন্ধু হিচাপে বৰণ কৰিয়েই লৈছোঁ। কিন্তু শৰীৰৰ ক্লান্তি আৰু অভাৱৰ স্মৃতি তাকযে পাহৰিব নোৱাৰোঁ। "ক্লৈব্যং মাস্ম গমঃ পাৰ্থ নৈতত্ত্বয্যুপপদ্যতে—।"

পিছদিনা ৰাতিপুৱা উঠোঁ উঠোঁ বুলি ভাবিছোঁ কিন্তু গোটেই গাটোতে

বিষ, শৰীৰৰ ভিতৰত যেন এটা অস্বাভাৱিক অৱসাদ। কপালত হাতখন দি চাওঁ অলপ গৰম। দুয়োটা কুমতে শিৰ দুডালে যেন টং টংকৈ কোবাবলৈ ধৰিছে। অৰ উঠিলনেকি? ভদীয়াক ওচৰলৈ মাতি নি মোৰ গাত হাত দি চাবলৈ কলোঁ, কিন্তু সি একো ধৰিব নোৱাৰিলে।

লাহে লাহে বিছনাৰপৰা উঠি গা-পা ধুলোঁ আৰু নিত্য-ক্রিয়া সমাপন কৰিলোঁ। এনে সময়তে চাহ-জলপান খাই কান্তিৰাম ঘৰৰপৰা ওলাই আহিল। সি মোক এবাৰ মাত লগাই ঘৰৰপৰা গুচি গ'ল। তাৰ অৱসৰেই নাই—তিনি-চাৰি শ কুলীৰ কামৰ হিছাপ ল'ব লাগে।

কিছু সময় অকলে বহি আছোঁ। ভদীয়াও কাষত নাই। মই নানান কথা ভাবিব ধৰিছোঁ। যুগ পৰিৱৰ্তন হ'ল। আগৰ দৰে গাঁৱৰ মানুহবোৰ ধৰ্মকথা শুনিবলৈ অহা নাই। কীৰ্তন-ভাগৱত-পাঠত মানুহৰ আসক্তি কমি গৈছে। সকলো ব্যস্ত। সকলোৰে মুখত তেজপুৰ, মণিপুৰ ৰ'ড, সৰভোগ আদিৰ কথা। সেইবোৰ ঠাইত স্তূপীকৃত সম্পদ আছে—গৈ হাত মেলিলেই পায়। ভিকহু গৰ্গৰাম তেজপুৰলৈ গৈ এমাহৰ ভিতৰতে নামজলা সদাগৰ হৈ উঠিল। চন্দ্ৰ বায়নে বালি মিহলাই ধানৰ কাৰবাৰ কৰি হাজাৰ হাজাৰ টকাৰ মালিক হ'ল। আন কি, লম্পট কেটেঙায়ো যোগনীয়া হাকিমৰ লগ লাগি হুইস্কি খাবলৈ শিকিলে। মোৰপৰা অলপ দূৰতে মানুহে এইবোৰ আলোচনা কৰে। ভদীয়ায়ো একমুখে কণাকাটাৰ পুতেকৰ উন্নতিৰ আদ্যোপান্ত বিবৰি কয়। মই আচৰিত হওঁ। আগেয়েতো গাঁৱৰ মানুহবোৰ এনেকুৱা নাছিল। চুৰ কৰা, ঠগা, ব্যভিচাৰ কৰা আদি কথাত গাঁৱৰ মানুহে নাক কোঁচাইছিল, পাপৰ ভয়ত হৰি-গুৰুৰ নাম লৈছিল। কিন্তু এতিয়া কোনো কোনোৱে আঠ অনাৰ বস্তু কিনি এটকা লাভ কৰি গৌৰৱ অনুভৱ কৰিছে। সিহঁতে ফিটাহি মাৰি সকলোকে ইতিকিং কৰিছে। মোৰ শিষ্যৰ ভিতৰৰে এজন ডেকাই নিৰ্ভীকচিত্তে নিজৰ পইছাৰে মদ খাওঁ বুলি কৈ মনৰ গৰ্ব কৰিছে। মই তলমূৰ কৰিলোঁ—শুনিও নুশুনাৰ ভাও ধৰিলোঁ—মই কৰিম কি? মোৰ কি সাধ্য আছে? বহু দিন আগতে সমাজৰ গুৰি-বঁঠা ছিগি গৈছে। সি জুলাই জোৰা নালাগে। হয়তো পুৰণিৰ ধ্বংসস্তূপৰপৰা নতুন গজালি ওলাব, হয়তো অসভ্যৰ আৱৰণ ভাঙি-ছিঙি সভ্যৰ সুন্দৰ মূৰ্তি প্ৰকট হ'ব। কিন্তু কোনে জানে কেতিয়া?

দুপৰীয়া হৈ আহিল। বাতিডৈকেও ভেতিয়া বন্ধা-বঢ়াৰ আয়োজন হৈছি। প্ৰভুৰ প্ৰসাদ ল'বলৈ গাঁৱৰো দুই-চাৰিজনক মতা হৈছে। গতিকে অসুখীয়া গাৰেই সকলো কৰিবলৈ কাছি-পাৰি ওলালোঁ। ব'হাগ মাহৰ দুপৰীয়া। ব'দৰ তাপেই মানুহৰ গা পুৰি পেলাব খোজে। তাতে আকৌ জুইৰ তাপত থাকি মই তেনেই অৱশ হৈ পৰিলোঁ। মোৰ খোৱা নহ'ল। নহ'ল নাই, তাৰ বাবে দুখ নকৰোঁ। একাদশী, অমাৱস্যা, সংক্ৰান্তি আদিত লঘোণ থাকিছোঁ। এসাজ লঘোণ দিয়া এটা কথাৰ কথা নহয়। কিন্তু ৰাতি জ্বৰ উঠিল। গাৰ পোৰণিত মই ছটফটাব ধৰিলোঁ। গাঁৱৰ দুজন-এজন মানুহ মোৰ ওচৰলৈ আহিল। এজনে এটা নাগাৰ্জুন বড়ি খাবলৈ দিলে। তাকেই খাই বিছনাত পৰিলোঁ। মোৰ মনত ধিক্কাৰ লাগিল। কিয় অসুখীয়া গাৰে ইমান পৰিশ্ৰম কৰিবলৈ ওলাইছিলোঁ? ৰাতিপুৱা জ্বৰ অলপ কমিল। আগ-গুৰি নভবাকৈয়ে ঘৰলৈ উভতি অহাৰ ঠিক কৰিলোঁ। পথশ্ৰম সহ্য কৰিব পাৰিম নে নোৱাৰিম তালৈ ভাবিবৰ নহ'ল। ভাবিয়েই বা কৰিম কি? নানান কথা ভাবি নানান সমস্যা আলোচনা কৰি ভাগৰি গৈছোঁ। অকল ভাবিলেই নহয়। ভবাৰ অনুপাতে কাম কৰিবলৈকেও সুযোগ লাগে। তাকেই বিচাৰিম। মোৰ বুদ্ধি-বৃত্তি আছে, শিক্ষা-দীক্ষা আছে। আনে সুযোগ-সুবিধা বিচাৰি উলিয়াব পাৰিলে মই নোৱাৰিম কিয়? সমাজৰ নানান মতবাদৰ ওপৰত ওপচি নিজৰ অস্তিত্ব লোপ কৰি পেলাব ধৰিছোঁ। এইবাৰ নিষ্ক্ৰিয়তা দূৰ কৰিম।

একেটা কল্পনাকে মনৰ ভিতৰত পাগুলি আগ বাঢ়িছোঁ। ক্ষয় শৰীৰ হ'লেও নতুন মনোবলে বুকুখন ওখ কৰিছে। ভদীয়াৰ মাত-বোল নাই। সি মোৰ পাছে পাছে আহি আছে। হয়তো সিও মনতে কিবা-কিবি ভাবিছে, হয়তো সি একো ভবাই নাই। গোটেই দিন বিশ্ৰাম নাই, খোৱা-লোৱা নাই—প্ৰায় একে খোজতেই দুয়ো আহি আছোঁ। ঘৰ পালে বক্ষা। যদি মৰিব লাগে মোৰ ভগা ঘৰৰ তলতেই মৰিম, তাতো তৃপ্তি আছে। শৰীৰৰ ওপৰত অত্যাচাৰ কৰিছোঁ। টলৌ টলৌকৈ ব'দে-বতাহে ফুৰি গাৰ ছাল ক'লা কৰি পেলাইছোঁ। কিন্তু লাভতো একো হোৱা নাই।

ৰাতিৰ লগে লগে জোনবায়ে আকাশত হাঁহি মাৰিছে। বাতৰত এটি কেতেকী চৰাইৰ মাত শুনা গৈছে। কিন্তু জোনবাইৰ হাঁহিত আনন্দৰ উত্তেজনা নাই—কেতেকীৰ মাততো আছে তিক্ততা, বিদ্ৰূপৰ ইংগিত।

ঘৰৰ ওচৰ পাইছোঁ। ভদীয়াক ওচৰলৈ মাতি আনি তাৰ হাতত এখন ছুটকীয়া নোট দিলোঁ আৰু ক'লোঁ, "নে ভদীয়া, এয়ে তোৰ বানচ।"

ভদীয়া অবাক হ'ল। সি মোৰ মুখলৈ চাই, সুধিলে, "আপোনালৈ থাকিল কি, জগন্নাথ?"

"হতাশ, হুমুনিয়াহ, ৰোগৰ আক্ৰমণ,"—অলপ উত্তেজিত হৈ উত্তৰ দিলোঁ।

ঘৰৰ চোতালত থিয় দিলোঁহি। ভদীয়াই নোটখন মোৰ পিনে আগ বঢ়াই মিনতিৰ সুৰত ক'লে, "আপোনালৈকো এটকা ৰাখক জগন্নাথ। আটাইখিনি নিলে মোক পাপে ছুব।"

ভদীয়াক ধমক দিলোঁ, "কিহৰ পাপ অ' ভদীয়া? অনাচাৰ-অবিচাৰত পাপ নাই। অথচ তোৰ ন্যায্য দাবীত পাপ! তোৰ থাকিবলৈ খাবলৈ অধিকাৰ আছে। লৈ যা মূৰ্খ। সমাজৰ ওপৰত ভূমিকম্পৰ জোকাৰণি পৰিছে। ময়ো তাৰ ওপৰত ধুমুহা বোৱাই দিম। অন্নহীন গুৰু, অন্নহান শিষ্য, দুয়োৰে একেই স্বাৰ্থ। দুয়ো খাবই লাগিব—জীয়াই থাকিবৰ উপায় পাবই লাগিব।"

ভদীয়াই মোৰ মুখৰ পিনে চাই থাকিল। সি বোধ হয় মোৰ কথা বুজি নাপালে।

# তিনিচকীয়া গাড়ী

## চৈয়দ আব্দুল মালিক

নিকছিয়ভাৱে তেওঁ থিয় হৈ আছে। দেখি মোৰ ভাল লাগিল। মোক ৰেলৰপৰা নমা দেখি তেওঁ লাহে লাহে আগ বাঢ়ি আহিল। প্লেটফৰ্মৰ বাহিৰত তেওঁৰ পাতল সেউজীয়া ৰঙৰ মটৰখন ৰৈ আছিল। তাতে উঠি আমি ঘৰ পালোঁহি।

বাটত আমি বেছি কথা নেপাতিলো। মোৰ অৱশ্যে বেছি ভাগৰ লগা নাছিল। ৰেলৰ ফাৰ্ষ্ট ক্লাছত বিশেষ কষ্ট নহয়। কিন্তু মই অনুভৱ কৰিছিলোঁ যেন জাৱিদ কিছু ক্লান্ত। হয়তো বেচেৰাৰ কামৰ বৰ হেঁচা। আজি-কালি জজসকলৰ জানো কম কাম? কেৰাণীয়ে খটাদি খাটিব লাগে। তথাপিযে তাৰ মাজতে সময় উলিয়াই মোৰ টেলিগ্ৰামখন পায়ে মোক আগ বঢ়াই নিবলৈ আহিল।

জজ জাৱিদৰ সক ভায়েক আফতাবে মোৰ ছোৱালীজনী বিয়া কৰাইছে। সেয়ে আমাৰ সম্পৰ্ক। অৱশ্যে জোঁৱাই ককায়েকৰ লগত নেথাকে। বৰ্তমানে তেওঁ থাকে দিল্লীত, ছোৱালীজনীও তাতে। মাজু ভায়েক শিলঙত, অলপতে প্ৰমোচন হৈছে, কোনোবা এটা বিভাগৰ ডেপুটি ছেক্ৰেটেৰি।

নিজৰ পৰিয়াল লৈ জজ থাকে। আমি ঘৰ পাওঁতে পুৱা ন বাজিছিল। তেওঁ অতি সৰল আত্মীয়তাৰে মোৰ সকলো ব্যৱস্থা কৰি দি পুৱা ন বাজিছিল। তেওঁৰ ল'ৰা-ছোৱালী আৰু পৰিবাৰ কেইদিনমান হৈছে শিলঙৰ দেওৰেকৰ ঘৰলৈ গৈছে চেঞ্জৰ কাৰণে। চাকৰকেটা আছে।

ঘৰখন গহীন আৰু শান্ত। আহল-বহল ঘৰটোত এটা গুৰু-গম্ভীৰ ভাৱ। জজৰ পঢ়া কোঠাত ডাঙৰ ডাঙৰ আলমাৰিত বহুত কিতাপ—কিছুমান আইনৰ আৰু কিছুমান অন্যান্য—উপন্যাস, জীৱনী, মনোবিজ্ঞান আদি। পৰিপাটি লাইব্ৰেৰিটোত সোমাই মোৰ ভাল লাগিল, সকলোতে যেন জাৱিদৰ নিশ্বাস আৰু হাতৰ পৰশ লাগি আছে।

আবেলি ঘৰৰ আগৰ বাঁহনিডোখৰত বহি জাঁৱিদ আৰু মই সাধাৰণ

ঘৰুৱা কথা পাতিলো। তেওঁৰ কথা পতাৰ বিচক্ষণ ৰুচি-জ্ঞান আছে। ঘৰুৱা কথাৰ মাজত তেওঁ এবাৰো এজলাছ বা মোকৰ্দমাৰ কথা তুলিয়ালে।

অৱশ্যে এটা মাটি-সম্পত্তিৰ মোকৰ্দমা সম্পৰ্কত তেওঁৰ পৰামৰ্শ বিচাৰি মই তেওঁৰ ওচৰলৈ আহিছিলোঁ। মোকৰ্দমাৰ নথি-পত্ৰ আগতে মই তেওঁলৈ পঠাই দিছিলোঁ। পিতৃৰ দিনৰ চাহ-বাগিচাৰ আলম লৈ আমাৰ ভাই-ককাই-কেটাৰ মাজত মোকৰ্দমা চলি আছে। ল'ৱাৰ ক'ৰ্টৰ ৰায়ত মই সন্তুষ্ট নহওঁ, গতিকে হাই-ক'ৰ্ট কৰাৰ কথা চিন্তা কৰিছোঁ। সম্ভাব্য ফলাফল কেনে হ'ব পাৰে আৰু হাই ক'ৰ্ট কৰিলে মোৰ জয়ী হোৱাৰ সম্ভাৱনা কিমান—এই বিষয়ে এটা লাভজনক নিৰ্দেশ পাম বুলিয়ে মই জজ জাৱিদৰ ঘৰত আলহী হৈছোঁহি—কেইদিনমানৰ কাৰণে। লগতে এখন নতুন মটৰ কিনাৰো কথা আছে—ইয়াৰপৰাই।

সাধাৰণভাৱে জাৱিদে ক'লে, "আপুনি দুদিনমান ইয়াতে থাকিলে বিশেষ অসুবিধা নহ'বতো? আপুনি আহিল, ইপিনে ঘৰতো ল'ৰা-ছোৱালীহঁত নাই। আপুনি দুই-চাৰিদিন থাকি যাওক।"

"আপোনাৰ ঘৰত মানুহ নাই। মই থাকিলে আপোনাক আমনিহে দিয়া হ'ব। অৱশ্যে দুই-চাৰিদিন থাকিম বুলিয়ে আহিছোঁ।" অলপ সৌজন্য কৰি মই ক'লোঁ।

জাৱিদ ঠিক ছাবে ন বজাত কছাৰীলৈ যায় আৰু ছাবে তিনি বজাত ঘূৰি আহে। বৰ পাংচুৱেল মানুহজন। সদায় গহীন হৈ থকাৰ কাৰণে তেওঁক মেধাৱী আৰু চিন্তাশীল যেন লাগে। এনেকুৱা মানুহৰ লগত কথা হৈ ভাল লাগে। অবাস্তৱ কথা নকয় আৰু কথাবোৰো এনে মাৰ্জিতভাৱে কয় যে কথাবোৰৰ মাজেদি তেওঁৰ এটা পৰিচ্ছন্ন মনৰ সহজ ইঙ্গিত পোৱা যায়। তেওঁৰ গম্ভীৰ চকু দুটা আৰু বগা, গঢ়িত মুখখনত ধৰ্মমন্দিৰৰ ভিতৰৰ শান্তিৰ আভাস আছে। মানুহজনক মোৰ বৰ ভাল লাগিল।

জোঁৱাই অলপ বেলেগ, হয়তো বয়স কম কাৰণেই। তদুপৰি বৰ্তমানে যথেষ্ট টকা-পইছা কৰিছে, গতিকে এটা স্বাভাৱিক চঞ্চলতা থকাটো অমাৰ্জনীয় নহয়। তেওঁৰ চখ বা বিলাসিতাৰ ভিতৰত এটা কথা দেখিলোঁ নতুন নতুন মটৰ কিনা আৰু দুদিনমানতে বেচি দিয়া। জোঁৱাইৰ কিন্তু এই মটৰ কিনা-বেচাটো একপ্ৰকাৰ নিছা। সেই বিষয়ে মোৰ ক'ব লগীয়া একো

নাই। ছোৱালীজনীক সুখতে ৰাখিছে, তদুপৰি জজৰ লগত তাৰ খুব মিল। ককাই-ভাই বুলি নকৈ বাপেক-পুতেক বুলিলে সন্দেহৰ অৱকাশ নেথাকে।

সেওবাৰে পুৱাতে মই ওলাই গ'লো স্থানীয় কেইজনমানৰ ঘৰত দেখা দি আহিবৰ কাৰণে। জজৰো কাছাৰী নাই, গতিকে তেওঁৰ মটৰখনকে লৈ গ'লোঁ। ঘূৰি আহোঁতে প্ৰায় এঘাৰ বাজিল।

দুৱাৰ-মুখতে চাপৰাচী এটাই চালাম দিলে। সি মোক এই কেইদিন দেখিছে, প্ৰায় চিনাকিয়েই হৈ পৰিছে।

"হাকিম আছে?"

"আছে হজুৰ"

"কি কৰিছে?"

"গাড়ী চাফা কৰিছে হজুৰ।"

অবাক হৈ মই তাৰ মুখলৈ চালোঁ। তেওঁৰ গাড়ীখনতো মই লৈ গৈছিলোঁ। আৰু কি চাফা কৰিছে! আৰু ইমানবোৰ চাকৰ-চাপৰাচী, ড্ৰাইভাৰ থাকোঁতে জজৰ নিজৰ গাড়ী চাফা কৰিবৰ দৰকাৰ পৰিল কিয়? আচৰিত মানুহ এই আৰিফ জজ।

"ক'ত আছে হাকিম?"

"ভিতৰত হজুৰ। আহক। মই লগ পোৱাই দিম।"

"অ, আপুনি আহিল? ব'লক, ব'লক, ইয়াত বহুত ধূলি-বালি, ইয়ালৈকে কিয় আহিল মিছাতে?"

"কিন্তু আপুনি ইয়াত কি কৰিছে? মানে এইবোৰ কামতো চাকৰ-বাকৰেও কৰিব পাৰে।"

ধূলি লগা ফটাকানি এখন হাতত লৈ জজ ওলাই আহিল বাহিৰলৈ, আৰু নিৰ্মল হাঁহি এটা মাৰি ক'লে,—"সিহঁতেতো অন্যবোৰ চাফা কৰেই—কিন্তু অ', বাৰ বালক—দাদৰথ, মই গা ধুম। আপুনি বহকটে দেই। অ', আপুনিও গা ধুই লওক, নহ'লে—"

জজৰ কথাবোৰ আজি অলপ অস্বাভাৱিক যেন লাগিল। তেওঁ যেন অলপ অপ্ৰস্তুত হৈ পৰিছে। মই অনুভৱ কৰিলোঁ যে তেওঁ যকৰা কাম কৰি থকা সময়ত মই অকাৰণতে গৈ দেখা দিয়া অশোভনীয় হৈছে।

কথাষাৰে মোৰ মনটো খুদুৱাব ধৰিলে। বাৰন্দাত গা ধুবলৈ পানী দিয়া

চাকৰটোক সুধিলোঁ,—“হাকিমেনো কি গাড়ী চাকা কৰিছিল? মইতো তাত কোনো গাড়ী নেদেখিলোঁ!”

“অ’, গাড়ী মানে মটৰ-গাড়ী নহয়, হুজুৰ। তিনিচকীয়া গাড়ী, সেইখন হাকিমে নিজে চাকা কৰে। আনক নিদিয়ে।”

চাকৰৰ লগত বেছি কথা পতা বেয়া বুলি মই দুৱাৰ বন্ধ কৰি বাথৰুমৰ ভিতৰ সোমালোঁ।

সকলো ডাঙৰ মানুহৰ অলপ-অচৰপ খামখেয়ালি থাকে, কোনো কোনো ডাঙৰ মানুহৰো ছেটিমেণ্টেল উইক্‌নেছ্‌ থাকে। জৰ্জ জাৰিদৰ গোটেই মানুহটোত যি এটা প্ৰশান্ত গাম্ভীৰ্য আছে। তাত খামখেয়ালি যেন অস্বাভাৱিক। মোক অলপ কৌতুহল বোধ হ’ল।

কিন্তু ব্যক্তিগত কোনো কথাৰ অৱতাৰণা কৰি মানুহজনক আমনি দিবৰ মত নগ’ল। আমাৰ নিজৰ জীৱনত কত কথাই আছে, যিবোৰ আমাৰ নিজৰ কৰি ৰাখি ভাল লাগে। সেইবোৰে আমাক আনন্দ দিয়ে, বেদনা দিয়ে, অৱলম্বন দিয়ে।

গাড়ী কিনিবৰ বাবে দুয়ো গ’লো। ওঠৰ হেজাৰত এখন ধুনীয়া গাড়ী কিনিলো। জজে অৱশ্যে গাড়ীখনৰ বিষয়ে ব্যক্তিগত অভিমত নিদিলে, চাই-মেলি মাত্ৰ ক’লে,—“ধুনীয়া গাড়ী। এই গ্ৰে ৰংটো মোৰ বৰ ভাল লাগে।” মোৰ গাড়ীখন কিনাৰ পিছত তেওঁৰ শান্তিময় বেতলাৰ জীৱনত অলপ অনিয়ম ঘটিল। সন্ধিয়া আমি গাড়ীখন লৈ যথেষ্ট ফুৰাত ধৰিলো। মোৰো ঘৰ, বাগান, মোকৰ্দমা এইবোৰৰপৰা অলপ বাহিৰ ওলাই অলপ লকাহ পোৱা যেন লাগিল। জজেও যেন তেওঁ নিয়মীয়া জীৱনটোৰ মাজত অকণমান অনিয়মৰ আনন্দক সহজভাৱেই স্বীকাৰ কৰি ল’লে।

সেইদিনা আমি ফুৰি ফুৰি যথেষ্ট ক্লান্ত হৈ পৰিছিলো। ড্ৰাইভাৰটোৱেও আমাক গাড়ীৰ ভিতৰত লৈ তাৰ য’লৈকে মন যায় আমাক লৈ গৈছিল। এটা ধুনীয়া সন্ধিয়া আমি ঘূৰি ঘূৰি আনন্দ উপভোগ কৰি কটাই দিলো। কালিলৈ মই যামগৈ। অৱশ্যে মোৰ মোকৰ্দমাৰ সম্পৰ্কত জজে নিৰুৎসাহ নকৰিলেও, প্ৰকাৰান্তৰে জনালে যে এনে মোকৰ্দমা কাছাৰীলৈ নানি আপোছতে মীমাংসা কৰাটোকে তেওঁ বাঞ্ছনীয় বুলি ভাবে। হয়তো সদায় গোচৰ শুনি শুনি বিৰক্তি লাগিয়ে জজে তেনে মন্তব্য কৰিছিল। মই কি

সিদ্ধান্ত কৰোঁ, সেইটো মোৰ নিজলৈ বাখি জজক মাত্র জনালোঁ যে তেওঁৰ উপদেশৰ কাৰণে মই তেওঁৰ গুচৰত কৃতজ্ঞ।

শেষ ব'হাগৰ মিঠা গৰমৰ ৰাতি। ভাত-পানী খাই উঠি আমি দুয়ো লনখনতে দুখন হেলনীয়া চকিত বহিলোঁ। ক্ষীণ জোনাক আছিল, নতুনকৈ গজা বননিখন বৰ কৰুণ যেন লাগিছিল, বতাহজাক শান্তভাৱে বৈ গৈছিল। কোমল ঘাঁহৰ কেঁচা গোন্ধৰ লগত দূৰণিত ক'ৰবাত তগৰ ফুলৰ এটা তীব্র গোন্ধ উটি আহিছিল। জজৰ ফুলনিখনৰ ফুলবোৰো মৃদু মৃদু গোন্ধাইছিল।

মোৰ যোৱা বছৰ কিনা মটৰখনৰ উপৰিও এই নতুন মটৰখন কিনাৰ যুক্তি হিছাপেই যেন আমাৰ মাজৰ নীৰৱতাখিনিক আঘাত কৰি মই ক'লোঁ, "এখন ভাল গাড়ী লাগে, নহয় জানো?"

জাবিদে হয়তো অন্য কথা ভাবি আছিল। অলপ থৈমৈ খাই কোৱাদি ক'লে, "অ' গাড়ী. নিশ্চয় লাগে। কেতিয়াবা কেতিয়াবা একোখন গাড়ীয়ে একোজন মানুহতকৈও ডাঙৰ সহায় কৰিব পাৰে।"

জজে এনে এটা মন্তব্য কৰিব বুলি মই আশা কৰা নাছিলোঁ। মই মনে মনে থাকিলোঁ।

জজ হয়তো অলপ অন্যমনস্ক হৈ পৰিছিল। মই আৰু এটা চিগাৰেট আগ বঢ়ালোঁ, তেওঁ হুপিবলৈ ধৰিলে। তেওঁৰ চকু দুটা আৰু মুখখনৰ ফালে চাই মই অনুভৱ কৰিলোঁ যেন তেওঁ বৰ গভীৰভাৱে কিবা এটা চিন্তা কৰিছে।

কথা পাতিবলৈ আমাৰ কোনো বিশেষ বিষয় নাছিল।

ঘৰটো একেবাৰে নীৰৱ। পিছফালে ৰান্ধনিশালত অলপ খুটুং-খাটাং শব্দ হৈছিল। হয়তো কোনোবাই কাঁহী-বাটি মাজিছিল। জজে লাহে লাহে ক'লে,—"গাড়ীৰ কথা কৈছিল নহয়। এৰা, কেতিয়াবা এই গাড়ীৰ নিচিনা একোটা নিৰ্জীৱ বস্তুৱেও এই জীয়া মানুহতকৈ বেছি কাম কৰিব পাৰে।"

একেষাৰ কথাকে তেওঁৰ মুখত দুবাৰ শুনি মই তেওঁযে কিবা এটাক উপলক্ষ্য কৰিয়ে কথাষাৰ কৈছে সেইটো অনুমান কৰিব পাৰিলোঁ। কিন্তু তেওঁ কি ক'ব খুজিছে, সেইটো জানিবৰ সোনপটীয়া উপায় মই নেপালোঁ। তথাপি ক'লোঁ, "এৰা, আপোনালোক বিচাৰকসকলেতো বহুত ৰকমৰ মানুহ লগ পায়, বহুত বিচিত্র ঘটনাৰ কথা জানে।"

তেওঁ যেন প্ৰসঙ্গটো উত্থাপন কৰাৰ এটা বাট পালে। জাৱিদে লাহে লাহে ক'লে, "এজলাছত যিবোৰ ঘটনা হাজিৰ কৰা হয়, সেইবোৰ বিচিত্ৰ হ'ব পাৰে, কিন্তু অবিকৃত নহয়। মোকৰ্দমা জিকাৰ উদ্দেশ্যে দুয়ো পক্ষই ডাল-পাত জোৰা দি প্ৰকৃত ঘটনাটোক আইনৰ ধাৰাত পেলাবৰ উপযুক্ত কৰি গঢ়ি তোলে। আচলতে মোকৰ্দমাৰ কাহিনীবোৰ উকীলৰ সৃষ্টি, আচল কাহিনীৰপৰা সি বহুত বেলেগ।"

"এৰা, সেই দেখি ন্যায় বিচাৰতকৈ ওকালতিৰ শক্তিয়েই বেছি যেন লাগে। তথাপি আপোনালোকে কিছুমান বৰ ৰহস্যজনক ঘটনা জানে, নহয় ?"

"সকলো ঘটনা ৰহস্যজনক নহয়, কিন্তু এজলাছৰ বাহিৰত কিছুমান ঘটনা ঘটে, যিবোৰ অতি বিচিত্ৰ, বিশ্বাস কৰিব নোৱৰা। আপোনাৰ টোপনি অহা নাইতো ?"

"নাই বৰ ভাল লাগিছে। ফুলবোৰ বৰ গোন্ধাইছে নহয় ?"

মোৰ প্ৰশ্নৰ উত্তৰ নিদি তেওঁ ক'লে—"ঘটনা এটা কওঁ শুনক—"

"কওকচোন, কওক।" মই সঁচাকৈয়ে আগ্ৰহ প্ৰকাশ কৰিলোঁ।

তেওঁ লাহে লাহে ক'লে—"মাটি-সম্পত্তিৰে কথা। ভাই-ককাই তিনিজন আছিল। ডাঙৰজন আছিল হোজা, একেবাৰে পোনপটীয়া মানুহ। তেওঁলোকৰ বাপেক বাচি থকালৈকে ভাই-ককাই তিনিও মিলা-প্ৰীতিৰেই আছিল। কিন্তু বাপেক মৰাৰ লগে লগেই বিবাদ আৰম্ভ হ'ল। তিনিওজনে বিয়া কৰাইছিল। ডাঙৰজনৰ ল'ৰা তিনিটা, ছোৱালী নাই। সৰু দুজনৰো ল'ৰা-ছোৱালী আছিল।

তেওঁ যেন চকুৰে দেখা ঘটনা এটাহে কৈ গৈছে শান্ত, সহজভাৱে।

মই নীৰৱে শুনি গ'লোঁ।

"অৱশেষত সম্পত্তি ভাগ হৈ গ'ল। অস্থাবৰ বিশেষ নাছিলেই, স্থাবৰ আছিল মাটি চাৰি পুৰা। তিনিও ভাকে ভাগ কৰি ল'লে। কিন্তু পাঁচ-হালিচা মাটিৰ আৰ্জনেৰে পাঁচোটা মানুহ চলিব নোৱাৰি দেখি, ডাঙৰজনে মাটিখিনি মাহূ ভায়েকক বেচি দিলে। এনেতে তেওঁৰ পৰিয়াল হঠাৎ দুখাই থাকিল। আৰম্ভ হ'ল তেওঁৰ জীৱনৰ দুখৰ অধ্যায়।"

জাৱিদ মনে ৰ'ল। চিগাৰেট এটা জ্বলালে। মইও এটা জ্বলাই হঁপিয়

ধৰিলোঁ। অভ জাৰিয়ে অন্ত কিবা ৰহস্যজনক কাহিনী ক'ব বুলি আশা কৰিছিলোঁ। এই সাধাৰণ কাহিনীটো শুনি মই অলপ হতাশ হ'লোঁ।

আকৌ তেওঁ আৰম্ভ কৰিলে।

"ভায়েকে মাটি কিনিছিল, কিন্তু মাটিৰ দাম দিয়া নাছিল। লাহে লাহে দি থকাৰ কথা আছিল। হোজা ককায়েকেও ভায়েকক অলপো অবিশ্বাস নকৰি আগে কাছাৰীলৈ গৈ বিক্ৰী খত কৰি দিলে, টকা আদায় পালো বুলি। কিন্তু ভায়েকে পইছা দিবলৈ অস্বীকাৰ কৰিলে। ককায়েক নিৰুপায়ত পৰিল। কোনো কোনোৱে ভায়েকৰ ওপৰত মোকৰ্দমা দিবলৈ উপদেশ দিলে, কিন্তু তেওঁ মান্তি নহ'ল। তেওঁৰ জিকাৰ কোনো সম্ভাৱনা নাছিল।"

মই সেই অচিনাকি মানুহজনৰ প্ৰতি এনেয়ে অলপ সমবেদনা জনালোঁ, "এহ্ দেহি ।"

"আপুনি সমবেদনা জনাইছে, কিন্তু গাঁৱৰ কোনোৱে এই হোজা, সৰল মানুহজনৰ সপক্ষে এখাৰো নেমাতিলে। অৱশেষত এদিন ল'ৰা তিনিটাক লৈ, মৃতা পৰিবাৰৰ শেষ চিন সোণৰ বালাযোৰ পঁচাশী টকাত সক ভায়েকক বেচি দি গাঁও এৰি আহিল।"

"আমাৰ সমাজখন বৰ স্বাৰ্থপৰ"—মই এনেয়ে মন্তব্য কৰিলোঁ।

"স্বাৰ্থপৰ! কিন্তু সকলো নহয়। সমাজৰ এদল যদি স্বাৰ্থপৰ, আনদল উদাৰ। নহ'লে এনেকুৱা হোজা, সৰল মানুহবোৰ পৃথিৱীত বাচি থাকিব নোৱাৰিলেহেঁতেন।"

"তাৰ পিছত কি হ'ল?"

"অ', কৈছো শুনক। একেবাৰে অনিশ্চিত ভৱিষ্যত এটা লৈ তেওঁ নগৰলৈ আহিছিল। লগত তিনটা কণকণ ল'ৰা। সম্বল মাত্ৰ টকা এশ। ল'ৰাকেইটাই তেতিয়াও পৃথিৱীৰ একো বুজি পোৱা নাই। কিন্তু আহি নগৰ পোৱাৰ দিনাই তেওঁৰ জীৱনে এটা নতুন পথৰ ইঙ্গিত পালো।

"হওক কেও দেহি।"

"আত্মীয়া তিৰোতা এগৰাকী আছিল নগৰৰ এমূৰে। ল'ৰা তিনটাক লৈ তেওঁ তাতে আশ্ৰয় ল'লে বাতিটোৰ কাৰণে।"

"এৰা, নগৰতনো গাঁৱৰ অচিনাকি মানুহ এজনক সহজে কোনে ঠাই দিব?"

জোনটো ক্রমে হালি পৰিছিল। কেঁচা বনবোৰ ভাল ভাল গোন্ধাইছিল। বাহুনি-শাগৰ কাঁহী-বাটিৰ খুটং-খাটাঙো তেতিয়া মাৰ গৈছিল। জজ জাৰ্মিদে কৈ যাবলৈ ধৰিলে :

"সেই বুঢ়ীগৰাকীয়ে মছলা-গুৰি খুন্দি বজাৰত বেচে, বাতি ডুপৰলৈকে পুৰণি উৰলটোত হালধি, জিৰা, জালুক, ধনীয়া খুন্দি গুৰি কৰে, চালে, ভাগ ভাগ কৰে, আৰু পিছদিনা মূৰত কৰি নি সেইবোৰ বেচেগৈ। হোটেলত, বজাৰত য'তে পাৰে। সামান্য লাভ হয়। তাৰেই চলে। বুঢ়ীয়ে এওঁলোকক চেনেহ কৰি আশ্ৰয় দিলে। কেৱল সেই ৰাতিটোৰ কাৰণে নহয়, এঘাৰ বছৰৰ কাৰণে।"

"এঘাৰ বছৰৰ কাৰণে?" এতিয়াহে যেন তেওঁৰ নীৰস কথাবোৰত মই অলপ ৰহস্য অনুভৱ কৰিলোঁ।

"ল'ৰাকেটাক লৈ তেওঁ আৰু ক'লৈ যাব? বুঢ়ীৰ কথামতে চাৰিও বুঢ়ীৰ ঘৰত থাকিল। এটা নতুন পৰিয়াল হ'ল। ডাঙৰ ল'ৰাটোৱে আৰু বাপেকে বুঢ়ীকে মছলা খুন্দাত সহায় কৰিব ধৰিলে, বুঢ়ীয়ে কিন্তু ল'ৰাকেটাক এইবোৰ কৰিবলৈ নিদিয়ে। তিনিওকে বুঢ়ীয়ে নি টাউনৰ এল্. পি. স্কুল এটাত নাম লগাই দিলে।"

মোৰ অলপ টোপনি অহাৰ নিচিনা লাগিছিল। কিন্তু তেওঁ সহজভাৱে কৈ যোৱা কথাবোৰ শুনি ভাল লাগিছিল। মই নীৰৱে শুনি যাবলৈ ধৰিলোঁ।

"তুয়ো মছলা খুন্দে। কিন্তু বেচাৰ দিহা অন্যৰকম হ'ল। দিনত বুঢ়ীয়ে আটাইৰে কাৰণে ভাত ৰান্ধিব লাগে। তেওঁ মছলা বেচিবলৈ যাবলৈ সময় নেপায়। গতিকে এৰেই মূৰত মছলাৰ বাকচটো লৈ বজাৰত মছলা বেচেগৈ। মতা মানুহ। লাভো ভাল হয়।"

তেওঁ অলপ ৰ'ল। চিগাৰেট এটা জ্বলালে।

"অ' ল'ৰাকেটা পঢ়া-শুনাত বেচ্ ভাল আছিল। শীৰৰ ল'ৰা আহি নগৰত পঢ়িবলৈ পায়ে হয়তো অন্য চিন্তা নকৰি সিহঁতে একান্তভাৱে পঢ়াত ধৰিলে। ডাঙৰটোৱে বৃত্তিও পালে। কিন্তু—"

জাৰ্মিদ বহাৰপৰা উঠিল আৰু এনেয়ে পায়চাৰি কৰিবলৈ ধৰিলে। ময়ো বহাৰপৰা উঠিলোঁ।

"কিন্তু কি হ'ল?"

"এদিন বুকুখন বিষাইছে বুলি কৈ বুঢ়ী বিছনাত পৰিল, পিছদিনা মৰি থাকিল।"

জজ নীৰৱ হ'ল, সেই অচিনাকি বুঢ়ীজনীৰ কাৰণে যেন মোৰো অনুকম্পা হ'ল।

"বুঢ়ীৰ একো নাছিল। কিন্তু ইমান মৰমিয়াল মানুহ হয়তো অতি কমেইহে আছিল, ল'ৰাকেটাৰ তেওঁ মিদৰে আল-পৈচান ধৰিছিল কোনো মাকে তাতকৈ বেছি কৰিব নোৱাৰে। বুঢ়ীয়ে খেৰৰ জুপুৰিটো আৰু উৰালটো এৰি থৈ গ'ল। লগতে এৰি থৈ গ'ল এটা উপদেশ—ল'ৰাকেটাক কেতিয়াও পঢ়া নেৰুৱাবা। সিহঁতক যেনে তেনে পঢ়োৱাবা। আৰু মছলাৰ কাৰবাৰটো নেৰিবা। এতিয়া মছলাৰ কাৰবাৰ ভাল চলে। সদায় কিমান মূৰত বাকচ কঢ়িয়াবা? এখন সৰু গাড়ী লোৱা।

"আবেলি বজাৰ সোমোৱাৰ মুখতে তিনিচকীয়া মছলাৰ গাড়ীখন সদায় থৈ থাকে। হিন্দু-মুছলমান সকলোৱে মছলা কিনে, বৰ পৰিষ্কাৰ মছলা-গুৰিবোৰ। ল'ৰাকেটাই বাতি বাপেকক সহায় কৰে। উৰলত খুন্দে, মছলা চালে; কাগজত এক চটাক, আধা পোৱা কৰি বান্ধে, লগে লগে পঢ়ে।"

তেওঁ আকৌ ৰহিলহি। মযো ৰহিলোঁ। আন্ধাৰবোৰ চাৰিওফালে বিয়পি পৰিছে। বাতিটো গহীন যেন লাগিছে। এনেকুৱা সময়ত যেন মানুহবোৰ সৰল হৈ পৰে, নিঃসঙ্কোচ হৈ পৰে। মানুহৰ অন্তৰতম বেদনাৰ কথাবোৰ যেন সহজে কৈ দিব পাৰে।

লাহে লাহে জাৰিদে কৈ গ'ল,—"দিনবোৰ বৰ কষ্টত যায়। বাতিৰ সাজেই পুৱাকৈ খাবলৈ পায়। দিনটো জলপানেৰে চলে। তিনিটা ল'ৰাই পঢ়িব লাগে, খাব লাগে, পিন্ধিব লাগে, ডাঙৰ ল'ৰাটোৱে ইতিমধ্যে কলেজ পাইছেগৈ।"

"কলেজ?"

"সকলোৱেই আচৰিত লাগিব, কিন্তু বুঢ়ীৰ কথাষাৰ কোনোৱে পেলাব নোৱাৰিছিল। মছলা-বেপাৰীৰ ল'ৰাই কলেজত পঢ়াটো হাস্যাস্পদ কথা। কিন্তু মছলা-বেপাৰীৰ ল'ৰাই মেট্ৰিকত স্কলাৰ্‌শিপ পোৱাটোওতো হাস্যাস্পদ কথা।

"বাপেকে নিজৰ কথা, নিজৰ জীৱনৰ কথা চিন্তা নকৰে। ল'ৰাই কলেজত পঢ়িছে বুলি কাৰো আগত গৰ্বও নকৰে, কলেজীয়া ল'ৰাৰ বাপেক হৈ মছলা

বেপাৰ কৰে বুলি কাৰো আগত লাজ নকৰে, তেওঁৰ জীৱনটোও তেওঁৰ নহয়, পুতেকহঁতৰ। ল'ৰাকেটাই পৰীক্ষা দিয়ে, ভালকৈ পাছ কৰে, তেওঁ যেন উৰল খুজিবলৈ বাহুত নতুন শক্তি পায়। তেওঁৰ ল'ৰাহঁতে মছলা বেচা নাইবা বৃত্তিৰ পইছাৰে নতুন কাপোৰ লয়, বাপেককো এটা চোলা দিয়ে, স্বৰ্গীয় হাঁহিত বাপেকৰ শ্ৰম-কাতৰ মুখখন উজ্জল হৈ উঠে।

"মোলৈ কেলেই আনিলি ?" আনন্দৰ চকুপানীখিনি ঢাকিবৰ কাৰণে মুখ ঘুৰাই কয়, তেওঁৰ চুলি ক্ৰমে বগা হৈ আছে, গুৰি-দাঁত এটা সৰি মুখখন অলপ সোমায়, চকু দুটা অলপ দুৰ্বল হয়, কিন্তু বাহুৰ শক্তি নকমে। তিনিচকীয়া গাড়ীখন ঠেলি ঠেলি তেওঁ মছলা বেচিবলৈ সদায় যায়—ৰ'দ-বৰষুণ, জাৰ-জহ একোৱে কোনো পৰিৱৰ্তন ঘটাব নোৱাৰে। সুস্বাদু আঞ্জা খোৱা মানুহৰ মছলা নহ'লে চলেনে ?"

জজ, বিচাৰক এই মানুহবোৰক মই বৰ নিৰাসক্ত আৰু নিৰ্বিকাৰ বুলি ভাবিছিলোঁ। কিন্তু আবিদ মানুহজন অন্য ৰকমৰ। তেওঁৰ অন্তৰখন কোমল। বিচাৰকসকল অলপ দয়ালু হোৱাই বাঞ্ছনীয়।

তেওঁ কেইবামিনিটো মনে মনে থকা দেখি মই ভাবিলোঁ, হয়তো তেওঁৰ কাহিনীটো ইমানতে শেষ হ'ল, কিন্তু জজ হৈ এই কাহিনীটো কেনেকৈ জানিলে যেই বিষয়েহে মই ভবা দৰকাৰ যেন অনুভৱ কৰিলোঁ কি লৈ মোকৰ্দমা হ'ল ? কোনে কাৰ ওপৰত মোকৰ্দমা কৰিলে ? বুঢ়াৰ কোনোবা উত্তৰাধিকাৰী ওলালনেকি ? কিন্তু জজৰ ক'টত বিচাৰ দিব লগীয়া এনে কি ঘটনা ঘটিল ?

মই কিবা এটা সোধোঁ বুলি লওঁতেই তেওঁ ক'লে, "মাতৃৰ ত্যাগৰ বিষয়ে পৃথিৱীত বহুত কাহিনী আছে কিন্তু কোনো কোনো পিতৃয়েও সন্তানৰ কাৰণে কি অপৰিসীম ত্যাগ কৰে, তাৰ কথা ভাবিলে আচৰিত লাগে। মাকৰ ত্যাগৰ প্ৰেৰণা আছে মৰমৰপৰা, পিতাকৰ ত্যাগৰ প্ৰেৰণা আছে কৰ্তব্যবোধৰপৰা। নহয়নে বাৰু ?"

এইবোৰ কথা ভাবি চাবৰ আজৰিয়েই নেপাওঁ। গতিকে জজ আবিদৰ কথাবোৰ ভাল লাগিল, সৰু একোটা কথাৰপৰা এওঁলোকে কেনেকৈ একোটা কথাৰপৰা এওঁলোকে কেনেকৈ একোটা সাধাৰণ তত্ত্ব বিচাৰি পায় ! তেওঁৰ কথাতে সমৰ্থন জনাই মই ক'লোঁ,—"এৰা, এই সাধাৰণ মানুহবোৰেও কেতিয়াবা ল'ৰা-ছোৱালীৰ কাৰণে বহুত ত্যাগ কৰে।"

কথাষাৰে যেন তেওঁক আঘাত কৰিলে।

"সাধাৰণ মানুহ ? নহয়, নহয়, এওঁলোকে সাধাৰণ মানুহ নহয়। সাধাৰণ মানুহে ত্যাগ কৰিব পাৰে একলাখ টকা, এটা পকী দালান, এশ পুৰা মাটি। কিন্তু এই সাধাৰণ মছলা-বেপাৰীইতে কি কৰে জানে ? ল'ৰা-ছোৱালীক মানুহ কৰিবৰ কাৰণে তিলতিলকৈ নিজৰ জীৱনটোকে ত্যাগ কৰে। জীৱনৰ সকলো আশা, সকলো অভিলাষ, সকলো আনন্দ এটি এটিকৈ ত্যাগ কৰি এনে পবিত্ৰ বৈৰাগ্য সাধাৰণ মানুহে অৱলম্বন কৰিব নোৱাৰে, পাৰে অসাধাৰণ মানুহে—মছলা-বেপাৰীয়ে।"

তেওঁৰ মাতটোত এটা অসহিষ্ণু বেদনা।

জজ জাৰিদৰ কথাবোৰৰ তাৎপৰ্য মোৰ দুবুজা যেন লাগিল। মছলা-বেপাৰীৰ ত্যাগ হ'ল অসাধাৰণ আৰু লাখ টকা দান দিওঁতাৰ ত্যাগ হ'ল সাধাৰণ। অদ্ভুত কথা।

অলপ বৈ তেওঁ ক'লে, "ত্যাগ কৰিবৰ কাৰণেই এওঁলোকৰ জন্ম। ভোগৰ আনন্দৰ নিশ্বাসো এওঁলোকৰ ভাগ্যত নঘটে। আপোনাৰ আমনি লাগিছে নহয় ? এৰা, এইবোৰ কাহিনী শুনি আমাৰ আমনি লাগে।"

"নহয়, নহয়, তাৰ পিছত কি হ'ল কওকচোন। ল'ৰাকেটাৰ কি হ'ল ?"

"অ', তাওৰ ল'ৰাটোৱে ফিলছফিত অনাৰ্ছ লৈ বি. এ. পাছ কৰিলে।"

"বি. এ. পাছ কৰিলে ?"

"কৰিলে, কিন্তু কেতিয়াও বাপেকক মছলাৰ সেই তিনিচকীয়া গাড়ীখন ঠেলাৰপৰা মুক্ত কৰিব নোৱাৰিলে। বি. এ. পাছ কৰিলেইতো নহয়, কিবা এটা চাকৰি লাগে, নহ'লে তাৰেক ছুটাই পঢ়ে কেনেকৈ ?"

জজৰ মাতটো গভীৰ হৈ আহিছিল। কথাবোৰ যেন তেওঁ অনুভূতিৰে সেমেকা কৰি কৈছিল। মই ক'লোঁ,—"হওক তেও, বি. এ. যেতিয়া পাছ কৰিলে।"

"ছয়াহমানৰ মূৰত এদিন বাতি বজাৰৰপৰা ঘূৰি আহি তেওঁ ক'লে, 'মোৰ গাটো বৰ বিষাইছে, জ্বৰ উঠিব কিজানি। তইতে পাৰিলে মছলাখিনি থুব, মই অলপ শোওঁ।' বাতি তেওঁ একো নেখালে। জ্বৰ আৰু বিষ বেছি হ'ল। আজীৱন শ্ৰমৰ ঠেঁচাত গাৰ তেজবোৰ হয়তো খাম হৈ শেষ হৈ গৈছিল। তেওঁৰ চকু দুটা নিস্তেজ, মুখখন শুকান। ল'ৰাকেটাই চিকিৎসাৰ ব্যৱস্থা

কৰিলে, কিন্তু তেনেকুৱা শ্ৰম কৰা কঠিন শৰীৰে চিকিৎসাৰ অপেক্ষা নকৰে। অ' এনেতে— ।"

তেওঁৰ মাতটো বৰ অধৈৰ্যভাৱে ওলাইছিল। তেওঁ বহাৰপৰা উঠিল আৰু লাহে লাহে ক'লে,—"ভিতৰলৈকে যাওঁ আহক, ৰাতি বহুত হ'ল।"

আমি ভিতৰলৈ উঠি আহিলোঁ। সুইচটো টিপি তেওঁ লাইটটো জ্বলালে। তেওঁৰ মুখখনলৈ মই চালোঁ। যেন মোৰ সন্মুখত জজ জাৱিদ নহয়, এজন অন্য নক্ষত্ৰৰপৰা অহা অচিনাকি বুঢ়া মানুহ থিয় হৈ আছে—আৰু করুণ দুটা চকু আৰু শেঁতা-পৰা দুটা ওঁঠ। তেওঁ যেন বহুত পৰ কান্দি আছিল।

"ডাঙৰ পুতেকে ই. এ. চি. কাম পোৱাৰ বাতৰিটো তেওঁ শুনিলে, কিন্তু তেতিয়া তেওঁৰ কথা ক'বলৈ গাত বল নাছিল। বাতৰিটো শুনি তেওঁৰ শেঁতা চকু দুটা অলপ উজ্জ্বল হৈ উঠিল। তেওঁ যেন জীৱন-ভৰা ত্যাগৰ বাঞ্ছিত ফল লাভ কৰিলে। তেওঁৰ গাৰপৰা বোৱা সকলো ঘামৰ দাম যেন উচল হৈ গ'ল।"

হঠাৎ মই জজ জাৱিদৰ মুখলৈ চালোঁ, জাৱিদে নিজৰ কথাকে কৈছে-নেকি অতপৰে? কিন্তু মোক বেছি ভাবিবলৈ নিদি জাৱিদে ক'লে,—"অ', আহক, কাহিনীটো শেষ কৰোঁ।"

তেওঁৰ পিছে পিছে প্ৰকাণ্ড ঘৰটোৰ কৰিডৰেদি মই যাব ধৰিলোঁ। যাওঁতে নিজকে কোৱাৰ দৰে জাৱিদে কৈ গ'ল,—"তেওঁ কোনোদিন গাড়ীত উঠিবলৈ নেপালে। কেৱল গাড়ী ঠেলিলে, মৃত্যু পৰ্যন্ত।" তেওঁৰ মাতটো ৰাতিৰ নিশ্বাসৰ দৰেই সেমেকা আৰু গভীৰ।

তলাটো খুলি তেওঁ ভিতৰ সোমাই গ'ল আৰু সুইচটো টিপি দিলে। দেখিলোঁ তিনিটা চকা লগোৱা এখন ঠেলা গাড়ী এখন বহল মেজৰ ওপৰত তুলি থোৱা আছে। কোঠাটোৰ ভিতৰত যেন কি এটা শব্দ হৈছে—কান্দোনৰ হুমুনিয়াহৰ বেদনাৰ।

তেওঁ গাড়ীখনৰ ওচৰ চাপি গ'ল আৰু আৰ্দ্ৰ মাতেৰে ক'লে, "এইখনেই আমাৰ বাবাৰ গাড়ী। বাবা আৰু এই গাড়ীখনেই আমাৰ তিনিটাক জীয়াই ৰাখিলে, মানুহ কৰিলে, গাড়ীখন আছে। বাবা নাই।" তেওঁৰ মাতটো পৰ্বতৰ মাজৰ গভীৰ গহ্বৰৰপৰা ওলোৱাদি ওলাইছিল।

লাহে লাহে তেওঁ ক'লে, "বাবাক ৰাখিব নোৱাৰিলোঁ। ৰথাৰ ব্যৱস্থাও

কৰিব নোৱাৰিলোঁ। কিন্তু বাবাৰ সোঁৱৰণি এই তিনিচকীয়া মছলাক-গাড়ীখন আছে, ইয়াৰ দাম আমি তিনিটাৰ জীৱন দিলেও আদায় নহয়। এতিয়া আমাৰ তিনিওটাৰে মটৰ আছে, দামী চাৰিচকীয়া মটৰ, কিন্তু এই তিনিচকীয়া ঠেলা গাড়ীখনে আমাৰকেটাৰ কাৰণে যি কৰিলে, পৃথিৱীৰ সকলোবোৰ মটৰেও কৰিব নোৱাৰে। গাড়ীখন মই নিজে চাফা কৰোঁ। তাত বাবাৰ কপালৰ ঘাম লাগি আছে, অন্তে সেই ঘামৰ সন্মান বুজি নেপায়।"

মই এবাৰ পুৰণি তিনিচকীয়া গাড়ীখনলৈ চালো। তাৰ পিছত জজ জাৰিদৰ মুখলৈ চালোঁ। লাইটৰ পোহৰত জাৰিদৰ চকুৰ গুৰিত জমা হোৱা পানী দুটোপাল তিৰবিৰাই উঠিছিল।

এটা সক ল'বাৰ দৰে জজ জাৰিদে গাড়ীখনৰ চকা এটাত ধৰি নীৰৱে কান্দিছিল।

# মাকণৰ গোসাঁই

## বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য

পুৱা শুই উঠি মাকণে গোসাঁই-ঘৰৰ থাপনাৰ ওচৰত আঁঠু কাঢ়ি প্ৰাৰ্থনা জনালে, "প্ৰভু, মোক মাৰি নিয়াঁ। প্ৰভু, মোক মাৰি নিয়াঁ।"

কপালৰ সেন্দূৰ মচ খোৱা দিন ধৰি তাই নিতৌ সেই একে প্ৰাৰ্থনাকে কৰি আহিছে। আজিও তাকে কৰিছে। আজি কিন্তু তাইৰ মনে মনে গোসাঁইৰ ওপৰত অভিমান হ'ল। ইমান জ্বালা-যন্ত্ৰণাৰপৰা উদ্ধাৰ কৰাৰ পথ যদি সৰ্বনিয়ন্তাই দিব নোৱাৰে, তেন্তে দিব কোনে? মানুহতো তাইক উপেক্ষাই কৰি আহিছে। শুদা ঘৰখনত এটি হাত ধৰা মানুহ নাই, এনে এটি সহৃদয় চুবুৰীয়া নাই, যাৰ সহানুভূতিৰ ওপৰত তাই বাচি থাকিব পাৰে। বাৰীকণৰ বাহিৰে আৰু এচিকটা মাটিও নাই, খাবলৈ আৰ ঘৰ তাৰ ঘৰ ঘূৰি-মেলি এমুঠি খুজি আনে। দিনটোৰ বেছি ভাগ সময় যায় বাপুকণ গোসাঁইৰ ঘৰত। তাতে গোসানীৰ ঘৰৰ দুই-এপদ বন-বাৰী কৰি তাই পইছাই হওক, বস্তৰেই হওক, কিবা এটি পাই আনে। এইদৰে তাইৰ জীৱন চলিছিল আজি দুবছৰ। এই দুবছৰ তাই বাৰী-ভাত খাইছে।......

প্ৰাৰ্থনা কৰোঁতে কৰোঁতে মাকণৰ আজি চকু-পানী ওলাল। টোপালে টোপালে পানী পৰি পৰি বেদীৰ মাটি তিয়াই দিলে, কিন্তু তথাপিও তাইৰ শোকৰ সোঁত বন্ধ নহ'ল। বাৰে বাৰে তাই কণা গোসাঁইৰ ওচৰত প্ৰাৰ্থনা কৰিলে, "প্ৰভু মোক মাৰি নিয়াঁ, মাৰি নিয়াঁ প্ৰভু!"

কিন্তু তাইৰ প্ৰাৰ্থনা ব্যৰ্থ হ'ল। বাৰে বাৰে প্ৰাৰ্থনাৰ ধ্যান-ভঙ্গ কৰিলেহি বাপুকণ গোসাঁইৰ মূৰ্ত্তিয়ে।

বাপুকণ গোসাঁই।

সুন্দৰ, সুঠাম, বগা, ধুনীয়া মুখৰ পুৰুষ বাপুকণ গোসাঁই। দেখিলে মন শাঁত পৰি যায়। কথা শুনিলে মৌবাখিয়ে গুণ্‌গুণোৱা যেন লাগে। দহ বাইজে মানে বাপুকণ গোসাঁইক। দিনটোত চাৰি প্ৰসঙ্গ নাম চলে। ভক্ত-।

মাননিলৈ হো-হোৱাই আহি আছি থকা শিষ্য-প্রশিষ্যেবে চ'ৰাঘৰ ভৰি থাকে। অৱশ্যে বাৰিষাৰ দিনকেইটাত অলপ আহ-যাহ কম হয়। মানুহবোৰ খেতি-খোলা পাতিব লাগে, সেই কাৰণে গোসাঁইৰ ওচৰলৈ আহিবলৈ সময় নেপায়।

কালিও এটি প্রাণীও তাত নাছিল। গোসানী মাকৰ ঘৰলৈ গৈছিল। আদবেলাৰ বাট, কিছু পৰ থাকি গধূলি ঘূৰি অহাৰ কথা। তাই আবেলি গোসাঁইৰ ঢেঁকীঘৰ পাইছিলগৈ "আই, আই" বুলি চিঞৰি। কিন্তু আইৰ পৰিবর্তে মাত দিলে প্রভুয়ে। প্রভুৰ কোমল, মৰমিয়াল মাত শুনি মাকণৰ অন্তৰৰ ঘৰিষণা নৰি গ'ল, "কোন অ' সেইজনী? মাকণনে? আহ, ইয়ালৈকে সোমাই আহ।"

গোসানীয়ে পুৱায় ভাত-পানী দি গোসাঁইক জিবাবলৈ অনন্ত অৱসৰ উলিয়াই দি গৈছিল। সেই কাৰণে নিশ্চিন্ত মনে মেৰ-চৰা এখনতে খাৰ এটা লৈ আউজি গোসাঁয়ে বিশ্রাম কৰিছিল। মাকণে সভয়ে সোমাই দেখিলে মুকলি গা আৰু মনোহৰ মুখেৰে আয়ুমন্ত বহি গোসাঁয়ে তাইৰ ফালে চাই মিচিক মিচিক হাঁহিছে। হাঁহিটো কেনেবা কেনেবা লাগিল।

কি কাণ্ড! ছিৰি বিষু! তাই লাজত চকুকেইটা মাটিৰপৰা তুলি আনিব নোৱাৰি এৰাবাৰীৰ বটগছ জোপাৰ দৰে স্থিৰ হৈ ৰ'ল। মুখেৰে আন কি কথা সুধিবলৈও দ্বিধা বোধ কৰিলে।

"মাকণ, তই ঘৰৰ মানুহজনী হৈ মোৰ আগত ইমান লাজ কৰনে? আহ মোৰ ওচৰতে বহহি, তোৰ গিৰিয়েৰৰ কথা কওঁ। আমি ছুয়োটা সকতে" বুলি কথা কৈ কৈ বাপুকণ গোসাঁই বৈ গ'ল।

মাকণ উলটিব খুজিছিল। বাপুকণ গোসাঁই লাহেকৈ উঠি পৰিল। "বহিচোন বাক মাকণ, বহি।"

অগত্যা মাকণ ৰ'ল।

"কিয় আহিছিলি কচোন ক। আয়েৰ ঘৰত নাই"—

"আহিছিলোঁ। আয়ে চাউল এদোণ দিয়াৰ কথা আছিল"—বুলি কিং-কর্তব্য-বিমূঢ় হৈ মাকণ বৈ গ'ল।

"বাক, পাবি চাউলদোণ। মই থাকোঁতেনো তোৰ কিহৰ চিন্তা হয়নে অ'? গিৰিয়েৰ মৰিবৰ সময়ত মোক কৈ গৈছে তোক চাবলৈ।"

মাকণে সেইবোৰ একো গম নেপায়। তাই মাজোৰ পৰ পালে বাপুকণ

গোসাঁই তাইলৈ দুবুজা ভঙ্গীৰে চাই কিবা ক'ব খুজিছে। তাইৰ বুকু কঁপি উঠিছিল, কিন্তু কিয় জানো কিহবাৰ টানত পৰি তাই থিৰ হৈ চাই ৰ'ল সুন্দৰ বাপুকণ গোসাঁইৰ পৱিত্ৰ মুখমণ্ডলত ফুটি উঠা কামনাৰ ইঙ্গিতবোৰ···

অলপ সময়ৰ পাছতে তাই ঘৰলৈ ঘূৰি আহিল। বাপুকণ গোসাঁয়ে আহোঁতে ক'লে কাইলৈ পুৱা তেওঁ তাইৰ তালৈ আহিব।

নিশা নিশাটো তাই শুব নোৱাৰিলে। চিল্‌মিলকৈ টোপনি ধৰিলে তাই গিৰিয়েকৰ খঙাল চকু এহাল জুইৰ দৰে খেদি অহা দেখে। বাপুকণ গোসাঁইৰ ওচৰত তাইৰ অথনি কি হৈ গ'ল! তাইতো নিজে সেই পাপ মাতি অনা নাছিল, বাপুকণ গোসাঁয়ে নিজেহে তাইক

গোসাঁয়ে তাইক ক্ষমা কৰিবনে? নকৰে। মানুহে শুনিলে তাইক ক্ষমা কৰিবনে? নকৰে। তাই নিজক নিজে ক্ষমা কৰিব পাৰিবনে? নোৱাৰে। কিন্তু বাপুকণ গোসাঁয়ে মায়া জানে। চকুৰে চালে, মুখেৰে হাঁহিলে মানুহ থৰ হৈ ৰয়।

পুৱা শুই উঠি গা-পা ধুই আহি গোসাঁইৰ গুৰিত সেই বাবে তাই প্ৰাৰ্থনা কৰিছিলহি। "বাপুকণ গোসাঁই নৌ অহাৰ আগতে মোক মাৰি নিয়াঁ, প্ৰভু। সেই মযাপী গোসাঁইটোৰ হাতত মোক গতাই নিদিবাঁ প্ৰভু!"

কিন্তু বাপুকণ গোসাঁই অহালৈকে তাইৰ জীৱনত একো নঘটিল। গোসাঁই তাইৰ ঘৰ ওলালহি। বাপুকণ গোসাঁইৰ সুন্দৰ সুঠাম মনোৰম দেহটিলৈ চাই তাই আকৌ থৰ হৈ ৰ'ল। বাপুকণ গোসাঁয়ে মিচিক কৰি হাঁহি তাইক ক'লে, "কি হ'ল হে চেনিচম্পা, থৰ লাগি ৰ'লা দেখোন?"

বাপুকণ গোসাঁইৰ মাতত এটি আপুকগীয়া চেনেহৰ সুৰ আছিল। আজলী মাকণ আছিল চেনেহৰ কঙালী। বাপুকণ গোসাঁইৰ মাত শুনি তাইৰ হিয়াত আন একো নহ'লেও প্ৰতিবাদ কৰাৰ সাহস নহ'ল। নিথৰ প্ৰতিমাৰ দৰে তাই বাপুকণ গোসাঁইলৈ চাই ৰ'ল।

বাপুকণ গোসাঁয়ে নিজেই ভগা পাটী-চৰা এখন পাৰি বহি ল'লে। নিকত্তৰ মাকণৰ মনোভাৱ ধৰিব নোৱাৰি তেওঁ লাহে লাহে আৰম্ভ কৰিলে,—"তোৰ ঘৰ-দুৱাৰ দেখোন উৰলি গ'ল?"

"এৰা, কোনেনো ঘৰ চায়?"

"তই দেখোন মোৰ বাৰীতে ঘৰ কৰি থাকিব পাৰ। মোৰে থাকি,

থাকিবি।" "নাই প্ৰভু। এই ভেটিত দেহা পেলাওঁ বুলি ভাবিছোঁ। মোক অধমীক আৰু নধৰিব।"

"বাৰু, বাৰু। তোৰ ভাবটো হওঁতে ভালেই। পিছে তিৰোতা মেতিৰা এটা আশ্ৰয় নহ'লে থাকিবি কেনেকৈ?"

"মোৰ গোসাঁই আছে নহয় থাপনাত।"

"অ, অঁ"—বুলি ব্যঙ্গৰ ছলেৰে গোসাঁই-ঘৰলৈ চাগে। কিন্তু গোসাঁই-থাপনালৈ চাওঁতেই হঠাতে বাপুকণৰ মুখ গম্ভীৰ হৈ উঠিল, "তোৰ ইয়াত কি আছে এইজনা?"

"জলনাৰায়ণ।"

"ক'ৰপৰা অনা?"

"দেৰগাঁৱৰপৰা।"

"কিমান দিন শালগ্ৰাম ধুওৱা নাই?"

"ডবছৰ।"

"ৰাখি থৈছ কেলেই শালগ্ৰাম?"

"উদং ঘৰত থাকি মোৰ ভয় লাগে।"

"হুঁ"—বুলি বাপুকণ গোসাঁয়ে খন্তেক ভাবিলে,—"কালিলৈ মই নিজে আহি গোসাঁই ধুৱামহি। এইদৰে গোসাঁইক অনাদৰ কৰি ৰাখিলে ৰৌ-ৰৌ নৰকত পচিবি।"

সাৱধান বাণী শুনাই বাপুকণ গোসাঁই ওলাই গ'ল। মাকণৰ হৃদয় অনুতাপেৰে ভৰি পৰিল। হয়তো ডুবছৰ গোসাঁই ধুওৱা নাই। গোসাঁই তাইৰ ওপৰত সন্তুষ্ট হ'ব কেনেকৈ? অসন্তুষ্ট গোসাঁয়ে তাইৰ প্ৰাৰ্থনাবোৰ উত্তৰ দিব কেনেকৈ?

বাপুকণ গোসাঁইলৈ তাইৰ ভক্তিত মূৰ দোঁ খাই গ'ল। তাইৰ কথা তেওঁ ইমান ভাবে দেহি!

পিছদিনা পুৱতি নিশাতে তাই বাহিৰত বাপুকণ গোসাঁইৰ মাত শুনিলে। তাই আচৰিত হ'ল। এই নিশাতে গোসাঁই ধুৱাবলৈ আহিল কেলেই গোসাঁই? বোধ হয় দৈৱ-ক্ষণ চাই আহিছে। ডুবছৰৰ পাপ নহ'লে মোচন হ'ব কেনেকৈ?

লৰা-লৰিকৈ দুৱাৰ ভাংতাল মেলি তাই বাহিৰলৈ ওলাই গ'ল। দেখিলে চকামকা এন্ধাৰত ধূপৰ ধোঁৱাৰ মাজে জিলিকিছে বাপুকণ গোসাঁইৰ দেহৰ

জ্যোতি। মানুহটোৰ গাত ঈশ্বৰ-তেজ আছে। থিৰ হৈ তাই চা ৰ'ল বাপুকণ গোসাঁইলৈ। বাপুকণে মৰমেৰে মাতিলে, "চেনিচম্পা, তই মোৰ গোসানী!"

মাকণ আচৰিত হ'ল। বিশেষকৈ 'চেনিচম্পা' আৰু 'গোসানী' শব্দ দুটিত। অবুজভাৱে তাই গোসাঁইলৈ চাই ৰ'ল।

"তই আচৰিত হৈছ, নহয়নে? মই এটা সপোন দেখি উঠি গুচি আহিলোঁ।"

"কি সপোন?"

"তোৰ জলনাৰায়ণজনাই তেওঁক ইয়াৰপৰা লৈ যাবলৈ মোক আদেশ দিছে।"

"মিছা কথা।"

"সঁচা।" পাতলকৈ হাঁহিলে বাপুকণ গোসাঁয়ে।

"মই নিবলৈ নিদিওঁ।"

"মই জানো, তই গোসাঁই নহ'লে থাকিব নোৱাৰা গোসাঁই গ'লে গোসানীও যাব লাগিব।"

"মই নেযাওঁ।"

"নগৈ থাকিলে গোসাঁয়ে জগৰ ধৰিব।"

মাকণৰ হৃদয় কঁপি উঠিল,—"নধৰে, নধৰে" বুলি তাই বিজ হৈ গোসাঁই-ঘৰৰ ফালে দৌৰ মাৰিলে।

খন্তেক তধা লাগি ৰৈ বাপুকণ পিছে পিছে গ'ল। গৈ দেখিলে জলনাৰায়ণজনা ভিডিত গামোচাৰে বান্ধি আঁৰি তাই খাপনাৰ ওচৰত ৰৈ আছে।

পোহৰ হৈছিল। বাপুকণে চিঞৰি সুধিলে, "হেৰ অধৰ্মী, কৰিছ কি? গা-পা নোধোৱাকৈ চুলি কিয় শালগ্ৰাম?"

"মোৰ গোসাঁই আপুনি নেপায়।"

বাপুকণ থিৰ হৈ ৰ'ল। দেখিলে এইজনী কালি দেখা মাকণ নহয়। পৰহি লগ পোৱা মাকণো এইজনী নহয়। এইজনী মাকণ সম্পূর্ণ বেলেগ। অপৰিচিতা। এই বেশত তাইক বশ কৰা সহজ নহয়।

অথাপি থাকিবলৈ কিছু সময় বাপুকণ ৰ'ল। কিন্তু মাকণ গোসাঁই-ঘৰলৈবা ওলাই নাহিল। অগত্যা তেওঁ লাহে লাহে ঘৰৰ ফালে খোজ ল'লে।

চাৰি দিনৰ মূৰত বাপুকণে গোসানীৰ মুখে খবৰ পালে যে মাকণে আজি চাৰিদিন টুটা এগছকে মুখত দিয়া নাই। কেৱল জগন্নাৰায়ণজনা তিতিত বান্ধি গোসাঁই-ঘৰত জপ কৰিছে। গা ধুৰলৈছে যি তাই গোসাঁই-ঘৰৰ বাহিৰ ওলায়। শোৱেও সেই থাপনাৰ ওচৰতে। সেইদিনা অৱস্থা অলপ বেলে বেয়াই।

বাপুকণে ওম্ তৎ সৎ একো নেমাতিলে।

অগত্যা গোসানী উভতি আহিল। কিছু পৰৰ মূৰত নিজেই ওলাল মাকণৰ ঘৰলৈ।

মাকণৰ ঘৰত কোনোবা কেইজনমান বহি আছিল। কিন্তু কাকো নগণি গোসানী চট্ চট্ কৰে গোসাঁই-ঘৰ সোমালগৈ। মাতিলে, "মাকণ!"

মাকণে থাপনাৰ ওচৰত লবেজান হৈ পৰি আছিল। প্ৰথমবাৰ একো শুনিলে। দ্বিতীয়বাৰ গোসানীয়ে মাতিলত সুধিলে, "আইনেকি?"

"অঁ। তই এইবোৰ কি কৰিছ?"

"আই মোক গোসাঁয়ে মাতিছে", সেঁহাই সেঁহাই মাকণে ক'লে। "নাই, নাই, পেন্দুকণা ছোৱালীজনী এতিয়া মৰিবৰ হ'লেইনে? নাই, নাই, মোৰ লগত ওলা ব'ল।"

"আই! আপুনি যকগৈ, মোক মৰিবলৈ দিয়ক।" গোসানীয়ে তাইক খুৱাবলৈ যত্ন কৰিলে। কিন্তু একো ফল নধৰিলে। মৰণ-ব্ৰত কোনেও ভাঙিব নোৱাৰিলে।

গোসানী ঘূৰি গৈ বাপুকণ গোসাঁইক একৰকম তিৰস্কাৰেই কৰিলে মাকণৰ তালৈ সোমোৱাৰ বাবে। বাপুকণ গোসাঁইৰ কথাৰ বাহিৰে তাই কাৰো কথা নেমানে।—গোসানীৰ শেষ খবৰ হ'ল সেয়ে।

"গৈ একো লাভ নাই।"

"আপোনালোক বৰ নিঠুৰ প্ৰকৃতিৰ মানুহ জানিছেনে" বুলি গোসানী তোৰতোৰাই ঘাতৰি গ'ল।—"তাইক যদি বচাব নোৱাৰে৷ তেন্তে মযো মৰিম বুলি ধৰিব। ভাইবনো আমাৰ বাহিৰে আছে কোন?"

আচৰিত হৈ ৰ লাগি বাপুকণ গোসাঁয়ে গোসানীলৈ চাই ৰ'ল। কি ক'ব তেওঁক? দোষটো তেওঁৰ গাতেই। বহাবলৰা ওলাই পঢ়াজিমুখ পালেগৈ।

মাকণৰ ঘৰ পাই পোনকোৱেই গৈ সোমালগৈ গোসাঁই-ঘৰত। তেতিয়া

ভৰ তুপৰীয়া। কোনো নাছিল। বাপুকণ গোসাঁয়ে গৈ অচেতন মাকণৰ কপালত হাত দি লাহে লাহে ক'লে—"মাকণ, শুনিছনে ?"

মাকণে এবাৰ চকু মেলি তেওঁৰ ফালে চালে। চকুযুৰি অৱসাদগ্ৰস্ত। "কি হ'ল ?"

"এই ব্ৰত এৰ। তোৰ গোসাঁই তোৰপৰা কোনেও নিনিয়ে।" ৰৰ কণ্ঠেৰে মাকণে উত্তৰ দিলে : "আৰু নাই, এক মুহূৰ্তও মই এই পৃথিৱীত বাচি থাকিব নোখোজোঁ। গোসাঁয়ে মোক এই যন্ত্ৰণাৰপৰা উদ্ধাৰ কৰক।"

মাকণৰ নীৰৱ আৰু অৱশ মুখখনলৈ চাই বাপুকণ গোসাঁয়ে কিং-কৰ্তব্য-বিমূঢ় হৈ মনে মনে ৰ'ল।

এনেতে ওলালহি গোসানী। বাটি এটাত অকণ দৈৰ পানী, লগতে দুটিমান কোমল-চাউল আৰু পকা কল লৈ আহিছিল। বাপুকণ গোসাঁয়ে তেওঁক দেখিয়েই সকাহ পালে। লাহেকৈ মাকণৰ ফালে চাই ক'লে, "মাকণ, চাচোন, আয়েৰে তোলৈ কি আনিছে ?"

মাকণে চকু মেলি চাই গোসানীক দেখি লাহে লাহে ক'লে, "আই, এইবোৰ কি আনিছে ? খাই জী থকাতকৈ মই নাখাই মৰাই ভাল।"

গোসানীয়ে আকুল স্বৰেৰে ক'লে, "গোসাঁইৰ শপত দিছোঁ, তই মৰ যদি ময়ো মৰিম।"

মাকণে কিন্তু জেদ নেৰিলে। তাইৰ বাপুকণ গোসাঁইৰ ওপৰত অভিমান হৈছিল। আৰু অভিমান হৈছিল পৃথিৱীখনৰ ওপৰত। বাপুকণ গোসাঁয়ে তাইক নিসহায় যেন দেখি কাম-ভাব লৈ তাইৰ কাষ চাপিছিলহি। এই কথা তাই কাৰো আগত প্ৰকাশ কৰিব নোৱাৰে, অথচ সঁচা কথা এটা মিছাও কৰিব নোৱাৰে। তাই লাহে লাহে বুজি পাইছিল যে তাইৰ গোসাঁইজনা নিৰ খোজাৰ আচল কাৰণ হৈছে তাইক গোসাঁইৰ হাতত মুঠিত সুমাই লোৱা। এবাৰ যদি হাতৰ মুঠিত পৰে তেন্তে অবলাৰ আৰু ৰক্ষা ক'ত ?

অকল জানো লেয়ে ? বাপুকণ গোসাঁইহঁতৰ সহায় নেপালে তাই জীয়াইয়েই বা থাকিব কেনেকৈ ? কাৰ ঘৰত থান বানিব, কাৰ ঘৰত ইটো সিটো বিচাৰি যাব ? বাপুকণ গোসাঁইৰ কথাই ঠিক ; আশ্ৰয় বিনা অবলাৰ মৰণ। বিধৱাৰ বিশেষকৈ।

বাপুকণ গোসাঁইৰ প্ৰতিষ্ঠা আছে, কথা ক'লে মানুহে মানে। তাইৰ

কিটো আছে? তাইৰ দুখ বুজা সমাজ এইখন নহয়। বাপুকণ গোসাঁইৰ কামনাৰ জুইত আহুতি দি এদিন ঘৃণিত জীৱন তিল্-তিল্‌কৈ অপমানত প্ৰাণ কৰাতকৈ, আজি সময় থাকোঁতে সসন্মানে মৰাই ভাল।

এইবোৰ কথা ক'বলৈ তাইৰ ইচ্ছা নাই, কাৰণ তাইৰ কথা বুজা বৰ টান। বিধবাৰ মৃত্যুৰ দৃঢ় কামনাৰ বিৰুদ্ধে যুঁজ কৰি কৰি যেতিয়া গোসাঁই-গোসানী দুয়ো পৰাস্ত হ'ল তেতিয়া আচৰিতে বাপুকণ গোসাঁয়ে এটা সংকল্প লৈ পেলালে।

বাপুকণে ঘোষণা কৰিলে যে মাকণৰ শনিৰ দশা পৰিছে আৰু সেই কাৰণে বিষ্ট খণ্ডাবৰ বাবে বাহুল্যভাবে চণ্ডী-পাঠৰ আয়োজন কৰা দৰকাৰ। মাকণৰ ব্ৰত শয্যাতে সেই চণ্ডীপাঠ আৰম্ভ হ'ব বুলি তেওঁ গোসানীৰ আগত তুৰন্তে ঘোষণা কৰিলে।

গোসানীয়ে উপায়ান্তৰ হৈ এই পন্থাতে এটি সহজ সমাধান বিচাৰি পালে। তেওঁ মাকণৰ ঘৰতে থাকি চণ্ডীপাঠৰ আয়োজন কৰিবলৈ ধৰিলে।

সেইদিনা সন্ধিয়াৰেপৰাই চণ্ডীপাঠ আৰম্ভ হ'ল। এক অদ্ভুত মনোবলেৰে তেওঁ একাগ্ৰচিত্তে চণ্ডীমাহাত্ম্য পাঠ কৰিবলৈ ধৰিলে।

গোটেই নিশা মাকণৰ গোসাঁই-ঘৰত টিপ্ চাকি জ্বলিল। গোসানীয়ে ওচৰতে বহি টোপনিয়াবলৈ ধৰিলে আৰু অৱশেষত অসহ্য হ'লত দীঘল পাটী-চৰা এখনত পৰি লাহে লাহে টোপনি গ'ল।

কিন্তু বাপুকণ গোসাঁইৰ চণ্ডীপাঠত যতি নপৰিল। অনৰ্গল চলি গ'ল পাঠ। মাজনিশা এবাৰ তন্ময়তা ভাঙি তেওঁ যেতিয়া মাকণৰ মুখলৈ চালে, তেতিয়া দেখিলে, মাকণৰ মুখ-চকু তেওঁৰ ওপৰত নিবিষ্ট। গোসাঁয়ে পাঠ পঢ়া খন্তেকলৈ বন্ধ কৰি অতি সন্তৰ্পণে সুধিলে—"মাকণ, মোৰ গোসানী, ভাল লাগিছেনে তোৰ?"

মাকণে মুখেৰে শলাগিলে।

বাতিদুৱালৈ নিবিষ্ট চকুৰ জড়তা ভাঙি ওলাল চকুপানী।

বাপুকণে পাঠ পঢ়া বন্ধ কৰি গোসানীক জগালে,—"হেৰা, উঠাচোন, দেৱীৰ কৃপা হৈছে। বাহী গা নৌ ধুৱ লগাৰ আগতে এইক অন্নজল গ্ৰহণ কৰোঁৱা।"

গোসানী উঠি গৈ বাটিৰ কোমল চাউলবোৰ ভালকৈ ধুলেগৈ। তাৰ

পিছতে সেই বাটিতে অকণ দৈ, চেনি আৰু চাউল সানি এটোপা জলপান আনি মাকণৰ মুখত দিলে।

মাকণে তেতিয়াও তন্ময় হৈ চণ্ডী-মাহাত্ম্য শুনি আছিল। তাইৰ মনৰ-পৰা কলুষ. বেজাৰ, ভয়, সকলো আঁতৰি নাইকিয়া হ'ল। কেৱল থাকিল দেৱীৰ ওচৰত এটি আত্ম-সমৰ্পণৰ ভাব।

তাই কেতিয়ানো এটোপা-দুটোপাকৈ জলপান গিলি গ'ল ক'বই নোৱাৰিলে। বাটিৰ সনা জলপান শেষ হ'লত যেতিয়া গোসানীয়ে সুধিলে, "আৰু খাবিনে আই?" তেতিয়াহে তাইৰ জ্ঞান হ'ল যে তাইৰ মৰণব্ৰত বাপুকণ গোসাঁইৰ যাদুৱে ইতিমধ্যে ভাঙি দিছে।

"নেলাগে" বুলি তাই মুখ ঘূৰালে।

এইবাৰ কিন্তু তাইৰ আৰু দুখ নহ'ল। মনে মনে ভাব হ'ল যেন তাইৰ মৰণব্ৰতে লাহে লাহে বাপুকণৰ ওপৰত প্ৰভাব বিস্তাৰ কৰিছেগৈ। দৈৱিক শক্তিয়ে কিজানি তেওঁক ভালৰ ফাললৈ লৈ যাব খুজিছে।

ভালকৈ পোহৰ হ'লত গোসানী যেতিয়া গ'লগৈ, তেতিয়া তাই বাপুকণ গোসাঁইৰ ফালে চাই কলে,—"প্ৰভু, দেৱীয়ে আপোনাক জ্ঞান দিয়ক।"

বাপুকণ গোসাঁয়ে তাইৰ কথাত দায় নধৰিলে, বৰং স্বস্তিৰ হুমুনিয়াহ এটা পেলাই লাহে লাহে ক'লে, "মোৰে শপত মাকণ, তই ভাল হ। তোৰ ওপৰত যদি মোৰ কিবা কু-ভাব হৈছিল, আজিৰপৰা আৰু সেইবোৰ এৰিলোঁ। তোক বিতুষ্ট কৰিলে দেৱী বিতুষ্ট হ'ব। আজিৰপৰা তই মোৰ ধৰ্মৰ লগৰী হ'বি।"

মাকণ এইবাৰ উঠি বহিল। "প্ৰভু, আমাৰ দৰে কীট-পতঙ্গৰ মহিমাৰ কথা আপোনালোকৰ দৰে পুৰুষৰ মুখত শুভনায়। আপোনালোক দৈৱী জীৱ।"

বাপুকণে এটি হুমুনিয়াহ পেলাই তাৰপৰা উঠি গুচি গ'ল।

মাকণে শান্তিৰ নিশ্বাস পেলাই আপোন মনে মুহূৰ্ত্ত তেতিয়াও ওলমি থকা জল-নাৰায়ণজনা শাৰটি ল'লে। বোধ হয় পৃথিৱীত গোসাঁইৰ বাহিৰে আৰু আন স্নাৰথি নাই বুলি তাইৰ এটি দৃঢ় বিশ্বাস হৈছিল।

# কলপটুৱাৰ মৃত্যু

**যোগেশ দাস**

কৃষ্ণ কৃষ্ণ! থুঃ থুঃ! গেটতে ধনীৰাম ৰয়। দিনে-পোহৰেই এই প্ৰকাণ্ড ঘৰটো গম্ভীৰ হৈ থাকিব পাৰেনে? পুৰণি দুমহলীয়া কাঠৰ ঘৰ, পিছত' পকী কৰা এবুকুৱা বেৰটোত শেলাই গজিছে। ওপৰলৈ যোৱা খটখটিডাল পৰি যাওঁ পৰি যাওঁকৈ আছে। দুৱাৰ-খিড়িকী সকলো খোলা কিন্তু মানুহৰ নাম-গোন্ধেই নাই। ফুলগছবোৰ বেছ কেঁচাই, ফুলো ফুলিছে, কিন্তু থম-থমকৈ ৰৈ আছে। বতাহ এছাটিও মাৰিব নোপাৰেনে? বহল গেটখনৰ কাঠ এচটা এৰি আছে, দাঁত নিকটাই থকাৰ দৰে দেখি। অমঙ্গলৰ চিন বুলি ভাবিবলৈ তাৰ ভয় লাগে। বুকুখন কঁপি উঠে। কৃষ্ণ কৃষ্ণ কৃষ্ণ! থুঃ থুঃ!

তথাপি সি আগ বাঢ়ে। যাবই লাগিব। হোহোকা-পিছলা কৰিলে নচলিব। মৌজা'ৰ দেউতাক লগ ধৰিবই লাগিব। মৌজা'ৰ দেউতাক নহ'লেও বৰ বোপাক। মৌজাদাৰ দেউতা বৰ মৰমিয়াল, হিচাপী অৱশ্যে হয়, অযথাত ফুটা পইছা এটাও খৰচ নকৰে। কিন্তু এতিয়া বৰ বুঢ়া হৈছে। সেই দেখি মৌজা বৰ বোপাই চলায়। বৰ বোপা বৰ খঙাল। এইখন ঘৰৰপৰা তাক ডেকেইতো খেদি দিলে। এদিন বিড়ি খাই নিজৰ আঁঠুৱা-শাক পুৰিলে, বৰ বোপাৰ কি খং! এদিন ফুলনিত গৰু সোমাল; বৰ বোপাই মাৰেই মাৰ! এদিন পুৱা সি জগাই নিদিয়াত তেওঁ গাড়ী ধৰিব নোৱাৰিলে। উভতি আহি ধনীৰামে পালে এক চৰ, এমাহৰ দৰমহা আৰু জবাব।

বৰ বোপাৰ আচল খং অৱশ্যে অন্য কথাতহে। সি জানে কিন্তু কাকো কোৱা নাই। ৰণেক অৰ্থাৎ ৰণেচনীক অৰ্থাৎ ৰণেশ্বৰীক বিয়া কৰাবলৈ ধনীৰামে পাতিছিল।

বৰ বোপাৰ লম্বা-চোৰাঙী হৈছিল। সেই দেখি ধনীৰামে নিজৰ

গাঁৱৰ ওচৰৰ মাউৰী ৰূপেক বিচাৰি আনি দিছিল। দিন যোৱাৰ লগে লগে ৰূপেচৰী অপেচৰীজনী হৈ আহিব ধৰিলে। ধনীৰামৰ চকু জলক-তবক লাগি যায়। হাত-ভৰিবোৰ কেনে চিকণ চিকণ হৈছে, চকু দুটা বৰ দ দ হেন লাগে, মুখৰ হাঁহিটোত যেন মৰি যাওঁ মৰি যাওঁ লাগে। সি গোটেই মানুহটো কঁপি উঠে। ৰূপে গাভৰু হৈছে। গাভৰু। তাইক বিয়া কৰাই থ'বৰ মন যায়। কিন্তু বৰ বোপাই এদিন তাক অকলশৰে মাতি নি আঙুলি জোকাৰি জোকাৰি ক'লে, "খবৰদাৰ, আকৌ যদি ৰূপেৰ ওপৰত চকু দিয় তোৰ প্ৰাণ নেথাকে।"

ধনীৰামে প্ৰাণটো ৰাখি ৰূপেচৰীক এৰি দিছিল।

এবুকুৰা ভেটিটোত মুঠি সি দাঁতিয়েদি আগচোতালৰ ফাললৈ ভয়ে ভয়ে যায়। বৰ বোপাই জানো দয়া কৰিব? সৰু বোপা থকা হ'লেও এক কথা আছিল; ক'লে মনে মনে টকা দিছিল। পিছে তেওঁ বিলাতত। অ' নহয় আমেৰিকাত। তথাপি সি যাব লাগিব। খাজনা মাফ নেপালে সি মৰিল, বেচাৰী ভনীয়েকজনী বিধৱা হৈ, বেমাৰী হৈ তাৰ লগতে আছেহি, ল'ৰা-ছোৱালীও দুটা। মাকতো একেবাৰে বুঢ়ী, তিনি-মুৰীয়া, লাখুটি লয়। ভনীয়েকে দুদিন যদি ভাত ৰান্ধি খুৱালে তেন্তে চাৰিদিন বিছনা ল'লে। তাক সহায়কে কৰিব নোৱাৰে, একোতে। কিন্তু কি কৰা যায়? ভনী ছোৱালীজনীকনো ক'ত পেলাই দিয়ে? দুখীয়া গিৰিয়েকৰ লগত কোনো মতে চলিছিল, সিও মৰিল! বিয়া চোৱাৰ আগতে তাই সৰু ছোৱালীৰ দৰে তাৰপৰা কিমান বস্তুৰ আশা কৰিছিল। ককায়েকে চহৰত চাকৰি কৰে, মৌজাদাৰৰ ঘৰত, কিমান ভাল ভাল বস্তু পায়, আনি দিব। সিতো একোকে দিব নোৱাৰিলে। চৰ, দৰমহা আৰু জবাব কৈ এদিন ভুকুৱৈকে ঘৰ ওলাওঁতে তাই গিৰিয়েকৰ ঘৰত; ভেতিয়ালৈ তাইক সি একো দিব নোৱাৰিলে। ছি ছি ছি, বৰ লাজৰ কথা!

তাতে এইবাৰ বানপানীয়ে শালিখেতি ভেনেই মাৰিলে। আহুধান বৈছে। ঈশ্বৰে কৰিলে হ'ব। কিন্তু ধান বেচি খাজনা দিয়া আৰু নহৈছে। ইফালে ভনীয়েকৰ বাবে ডাক্তৰ লগাই পাঁচতীয়া টকাও শেষ কৰিলে। খাজনা নিদিলেও নচলে। বানপানীয়ে ধান মাৰিব বুলি জো কোনে জানিছিল? খাজনা অন্ততঃ কিছু দিনলৈ মাফ নেপালে মৰণ। বৰ বোপাই ইচ্ছা

কৰিলে মাক দিব পাৰে। মণি আৰু টুনি, তনীয়েকৰ ল'ৰা-ছোৱালী দুটা স্কুলত নাম লগাই দিছে। লোখোৱা-লোবোৱাকৈ যাবনে? আঐ দেখি, মণিকনো হাল বাবলৈ লগাই দিব পাৰিবনে? আৰু দুটামান টকা খৰচ কৰিলে তাঁহাতৰ মাকো ভাল হৈ উঠিব। ৰূপেকতো সি ঘৰ বোপাৰ ওচৰতে গভাই থৈ গৈছিল। ৰূপেক সি নেপালে। ৰূপেক ঘৰ বোপাক লাগে। তাইৰ লগত নিজানত কিমান দিন দেখিছে ঘৰ বোপাই চুপতি কৰি থকা। মৌজাদাৰ দেউতাক খবৰৰ কাগজখন ওপৰৰপৰা আনি দিবলৈ যাওঁতেও দেখিছে, ঘৰ বোপাক বজাৰ খৰচ খুজিবলৈ যাওঁতেও দেখিছে, মুচিয়ে মেৰামত কৰিবলৈ আইদেউৰ চেণ্ডেলযোৰ বিচাৰি যাওঁতেও দেখিছে। ৰূপেই বঙা-চঙা পৰি ভালকৈয়ে থকা চেলেংখেন বুকুৰ ওপৰত ভালকৈ দিয়ে, ঘৰ বোপাই সেমেনা-সেমেনি কৰি হাঁহে, তাৰ বুকুখনৰ ভিতৰত কোনোবাখিনিত ঘৰ বিষায়।

ভিতৰ চোতালতো কোনো নাই। আচৰিত! আঠ বছৰ চাকৰালি কৰা ঘৰটো একেদৰেই আছে। তেও কিবা অচিনাকি অচিনাকি যেন লাগে। বাহিৰ ফালৰ দৰে এইফালেও দীঘল দীঘল কাঠৰ খুঁটাবোৰ আৰু পৰি যাওঁ পৰি যাওঁকৈ থকা খটখটিভাল আগৰ দৰেই আছে, ধোঁৱা আৰু এলাহু লগা পাকঘৰটো ঠিক আগৰ দৰেই ঘৰ এলাহত থিয় হৈ থকাৰ দৰে আছে। খাই ঘৰ আৰু পাকঘৰৰ মাজত ধাৰি দিয়া কাপোৰ মেলা তাঁৰডালো আছে। তথাপি কিবা নথকা কিবা নথকা যেন লাগে।

সি বাৰান্দাত উঠে। ভয়ে ভয়ে বেলিঙত চাপৰ এটা মাৰি শব্দ কৰে। কাৰো সঁহাৰি নাই। সি ঘৰ বিয়োৰত পৰে। খটখটিয়েদি চাই পঠিয়ালে ওপৰ মহলাৰ বাৰান্দা এখন দেখি, ঘৰ বোপাৰ কোঠাৰ দুৱাৰখনো দেখি। কিন্তু ধনীবায়ে বতাহ-নলগা ভাঠ কলপতীয়া পৰ্দাখনহে দেখিলে। আৰু কোনো নাই।

বেলিঙত ধৰি সি চোতাললৈ মুখ কৰি বৈ থাকিল। কাৰোবাক লগ পাবই লাগিব। শালিধান, আহতলি। বেৱাৰী তনীয়েক। মণি। টুনি। খাজনা।

অ' লোজনী কোন? পাকঘৰটোৰ পাছফালৰপৰা কোনোবা ছোৱালী এজনী আহিছিল, তাক দেখি খত্‌মত্‌ খাই বৈ গ'ল, মাকো উজতি পাছ-

ফাললৈ বেগাবেগিকৈ গ'লগৈ। ৰূপে নহয় জানো? পাছফালে কাহী-বাটি ধোৱা পকাভোৰৰ আছে, ওচৰত থাবৰ দ'ম এটা আৰু পানী থোৱা পিপা এটা; ওচৰতে থেৰী ঘৰটোৰ লগালগিকৈ অকণমানি শাকনি কৰি সিফালে এজোপা কৰ্দৈ, এজোপা পান বগোৱা মদাৰ, দেখৰ তামোল গছ, তলত বাঁহবন আৰু বিহলঙনি। অ' লেতেকুজোপাও আছে, আৰু দাঁতিয়ে দাঁতিয়ে মাটিকঁঠালৰ গছ। সেইজনী ৰূপেই হয়। গোটেইজনী বঙা হৈ আছে। হ'বই, সুখত আছে। আগতকৈ শকত হৈছেনেকি? কি জানি, শকত শকত যেন লাগেতো।

তাক দেখি পলাই ফাট মাৰিলে। পলাবই। বৰ বোপাই থং কৰিব। তাই অৱশ্যে তাৰ লগত হাঁহি-ধেমালি কৰিছিল। ঠাট্টা-মস্কৰাও চলিছিল। মদাৰ-তলত সি পৰা পাণ বোটলোঁতে তাইক হাতত ধৰিছিল এদিন, তাই লাহেকৈ একৰাই বঙা পৰি কৈছিল, যা মৰাটো! সি আৰু এদিন কৈছিল, তোক ঘোঁৰা-গাড়ীত তুলি একেবাৰে পলুৱাই ঘৰ পামগৈ ব! তাই চলি-খৰি এডাল তাৰ গালৈ দলি মাৰি পঠাইছিল। পাকঘৰৰ খিৰিকীয়েদি অকস্মাৎ দেখি আইদেৱে মিচিক কৰে হাঁহি দিলে। তাৰষে এনে লাজ লাগিল। তাই পলাল।

বিয়া কৰোৱাৰ কথা অৱশ্যে কোৱা নহ'ল। তাৰ আগতে বৰ বোপাই প্ৰাণ নেথাকে বুলি কৈ দিলে, দৰমহা দি জবাব দি পঠাই দিলে। যাওক। কি দৰকাৰ ছোৱালী এজনী লৈ বৰ লোকৰ লগত ফেপেৰি পতাৰ? কত আছে, গাভৰু ছোৱালী! ৰূপেৰ দৰে, ৰূপেতকৈ ভাল, ৰূপেতকৈ বেয়া। আৰু চাকৰি এৰি গাঁৱলৈ গৈ সি দেখিলে, ছোৱালীৰ কথা ভাবিলে তাৰ নহ'ব, ঘৰটো ভাগি গৈছে। বুঢ়া নাই। বুঢ়ীয়ে লাখুটি লৈছে। খেতি কৰিব লাগিব। চাকৰালি আৰু নকৰে। লোকক আধি দিয়া মাটিখিনি ল'ব লাগিব, নিদিওঁ নখও কৰিছে।

কি ছোৱালীৰ কথা ভাবিবা? বাদ দিয়াঁ। বিধৱা ভনীয়েকজনীও চাপিলছে, বেমাৰ, তোক, মণি আৰু টুনিক লৈ।

তথাপি সি ৰূপে ঘোৱাৰ ফালে চাই থাকে। মাইকী মানুহবোৰ বৰ আচৰিত বস্ত। বিয়ালেই বিলং-ধাপা নহওক, চালেই প্ৰাণ ভালাবই; চাবলৈ মন যাবই।

খটখটিয়েদি খুম খুমকৈ ভৰা অৰিবে কোনোবা নামি আহে। সি চক খোৱাৰ দৰে ঘূৰি চায়। আইদেউ! চকুৰে চকুৰে পৰে। ওৰণিখনত এনেয়ে হাত দিয়ে। কিয় জানো তাক দেখি ধপ্ কৰে খটখটিৰ ৰেলিঙত ধৰি বৈ যায়। ওপৰলৈ উঠন্তি বাৰ খোজা যেনো লাগিল, অৱশ্যে নগ'ল। 'আইদেউ' বুলি মাতোঁ মাতোঁ বুলিও সি মাতিব নোৱাৰিলে। জিভাটো শুকাই কৰ্কৰীয়া মৰা যেন পালে। এবাৰ তাইলৈ আৰু এবাৰ খটখটিৰ খাপ-বোৰলৈ চাই আইদেউ লাহে লাহে নামি আহিল। পুৰা মুখখন অলপ শেঁতা পৰা যেন লাগেনেকি? বৰ গহীন কিন্তু। তাক মতা নাই। হাঁহাও নাই। এই ঘৰৰ চাকৰি এৰাৰ পিছত সি কেবাবাৰো আহিছে। আইদেউৱে তেতিয়া বেছ হাঁহি-মাতি কথা কৈছিল; চাহ-বকৰা দিছিল আৰু নিজে কাটি তামোল এখন দিছিল, যণাও একণো, আৰু কি এবাৰ ঘৰ লেপাঁতা-নেকি বুলিও সুধিছিল। আইদেউৱে তাক তুমি-তামাকৈহে মাতে।

'আজি অকল কিবা এটা হৈছে। অ' আই, আইদেউৰ চকু দুটা ঢোল ঢুলঢুলীয়া। চকুৰ দীঘল নোমবোৰ লেমেকি আছে। তাওৰ চকু দুটাৰ দাঁতিবোৰ ৰঙা।'

নিশ্চয় কান্দিছিল। আই ঐ দেহি! আজি বেয়া লগাতহে সি জানিলে আইদেউজনীক কিমান ভাল পায়। আইদেউ তল পোৱাহিৰ লগে লগে সি মাত লগালে, "আইদেউ!" আইদেউৱে হাঁহিবলৈ যত্ন কৰি ক'লে, "কি হে ধনী?" ওহো, সেইটো আইদেউৰ হাঁহি হ'বই নোৱাৰে। কি হৈছে বাৰু? মকিল, সুধিবও নোৱাৰি নহয়।

আইদেৱে ক'লে, "বহা। কেতিয়াবাই আহিলানেকি?"

বেকখনত লাহেকৈ বহি সি ক'লে, "নাই আইদেউ, এইমাত্ৰ আহিছো। দেউতাইহঁত নাইনেকি?"

আইদেৱে ৰেলিঙত ধৰি তাৰ দৰেই চোতাললৈ চাই আছিল। একো নক'লে, সি মাতিলে, "আইদেউ!"

"এঁ? অ' আছে, আছে, ধনী। দেউতাইহঁত আছে। কিবা দৰকাৰত আহিছিলা?"

সি বৰ আচৰিত হয়। আইদেৱে কেনেকুৱাকৈ কৰিছে। কি হৈছে বাৰু? মকিল, সুধিবও নোৱাৰি নহয়। সি ক'লে, "দেউতাক অলপ দৰকাৰ

আছিলতো।" হঠাৎ তাৰ ল'ৰা-ছোৱালীকেইটাৰ কথা মনত পৰিল। আচৰিত, ইমান পৰে সি পাহৰি আছিল। সি টপৰাই সুধিলে, "মইনাহঁত ক'ত আইদেউ? দেখা নাইচোন।"

আইদেৱে ক'লে, "কালি নবৌ আহিছিল। লগতে গ'লগৈ। তুমি তামোল খোৱাঁ, সেয়া বটাতে আছে, কাটি খোৱাঁ। মই দেউতাক কওঁগৈ বাৰু।" সি বহা বেঞ্চখনতে থকা বটাটোলৈ এবাৰ চায়। তেওঁ ওপৰলৈ লাহে লাহে উঠি যায়। তামোল কাটিবলৈ ধৰি সি ভাবে, মইনাহঁতনো লোকৰ ঘৰত কালিৰপৰা থাকিব পাৰিছেনে! পাৰিবও পাৰে, ভাওৰ হৈছে আৰু মামীয়েকৰ ঘৰো কিবা দূৰতনে? সোৱাহে।

তামোলখন খাই শেষ হ'বৰ হলহি, তথাপি ওপৰৰপৰা কোনো নাহিল। আনকালে মৌজাদাৰ দেউতাই তাক ওপৰলৈ মাতি নিয়ে, নহ'লে বৰ বোপা নামি আহি মাত লগায়। আজি আইদেৱো ঘূৰি নহা হ'ল। ৰূপেনো বাৰু ক'ত অন্তৰ্ধান হ'ল? ইমান পৰে কোনেও বাচন মাজি নেথাকে। খৰি-ঘৰতো কৰিবলৈ একো নাই। বাৰীততো তাইৰ কোনো দৰকাৰেই নাই। নে মাটিকঁঠাল বিচাৰি ফুৰিছেগৈ!

ওপৰৰ কাঠৰ মজিয়াত খৰমৰ গহীন শব্দ শুনি ধনীৰাম জাপ মাৰি উঠিল। মৌজাদাৰ দেউতা। ওখয়-পাখয় বেছ সুন্দৰ মানুহজন। চকুত শকত ফ্ৰেমৰ চছ্‌মা। গাত সেই দুটা পকেট থকা লংক্লথৰ চোলাটো, ধপ্‌ধপীয়া। হাতত এই মস্ত বেঁকা বাইডাং বেঁতডাল। খটখটিৰ চাৰি থাপমান আহি তেখেত ৰ'ল। থিৰ চকুৰে তাৰ ফালে চাই থাকিল। তলত ধনীৰামে বেঁকা হৈ সেৱা এটা জনালে। আজিয়েই সি প্ৰথম জনাইছে, আগতে আহিলে ঘৰৰ পুৰণি চাকৰ হিচাপে সেৱা নকৰাকৈয়ে চলিছিল। কিন্তু আজি ঘৰটো কিবা ভয় লগা ভয় লগা হৈ আছে। আইদেউজনীয়ে :কেনেকুৱা কৰিছে। বৰ বোপাৰ ভয়ত ৰূপে সোলোকা হ'ল; তদুপৰি সি থাজনা মাফ বিচাৰি আহিছে।

মৌজাদাৰ দেউতাই ক'লে, "ওপৰলৈ আহ।" তেখেত আকৌ উঠি গ'ল। খৰমৰ গহীন শব্দকেইটা সি শুনিলে। তেখেতে নিজৰ বহা কোঠালৈ গৈছে। দৰকাৰী কথা ভাঙে পাছে। সি ভয়ে ভয়ে আগ বাঢ়িল। মৌজাদাৰ দেউতা গহীন মানুহ হয়, কিন্তু আজিৰ দৰে কাঁহ কথা কাহানিও

কোবা নাই। চিবিত তবি দিয়াব আলতে এবাব সি ঘূবি চায়। সি- মানুহটো ঘামিছিল। নাই, কোনেও দেখা নাই, ঋপেয়ো।

খাপকেইটা ভাঙি সি ওপৰ পায়গৈ। বৰ বোপাৰ কোঠাটো বন্ধ। আইদেউ ক'ত লুকাল বাক? বৰ বোপাৰ ঘৰতে আছেনেকি? মইনাইত নেথাকিলে ঠিক নেলাগে। সিইতক মৰম কৰি মনটোক পাতলাই ল'ব পৰা গ'লহেঁতেন।

মৌজাদাৰ দেউতাৰ বহা কোঠাৰ দুৱাৰ-মুখত সি থিয় হয়গৈ। বেতৰ চকি এখনত বহি তেখেতে একেথৰে খিৰিকী এখনেদি বাহিৰলৈ চাই আছে। বাইতাং বেঁতভাল তেখেতৰ কোলাতে আউজি আছে। সেই কালবপৰা সি মাত লগালে, "দেউতা!" তেখেতে তাৰ ফালে ঘূবি চাই আকৌ খিৰিকীলৈ চকু দিলে। এক মিনিটমান একো কথা নাই। ধনীবামে ভীষণ ধৈৰ্যৰে বৈ থাকে।

"তই আহিবি বুলিয়েই ভাবি আছিলো। কেলৈ আহিলি ক।" তাৰ প্ৰথমে অলপ খোকোজা লাগে। কিন্তু লাহে লাহে সকলো কথা কয়। অতি হিছাপী মৌজাদাৰ দেউতাই কি কয়, কি ঠিক! তাৰ ভয় লাগে। তাৰ কোবা হ'লত ছয়ো কিছু সময় আকৌ নিমাত। পিছত তেখেতে তাৰ ফালে নোচোৱাকৈয়ে ক'লে, "তনীয়েৰৰ ইমান দিন বেমাৰ, ডাক্তৰ লগাইছ নে নাই?"

হাত দুখন মোহাৰি সি ক'লে, "টকা কেইটামান আছিল, তাকে খৰচ কৰি ডাক্তৰকে দেখুৱালো। অলপ বাক পাইছে। পিছে আক দৰব খাবলৈ কৈছে। শালি-ধান পানীয়ে মাৰিব বুলি ভবাই নাছিলো। নহ'লে খাজনাৰ বাবে টকাখিনি থ'লোহেঁতেন।"

তেখেত ক'লে, "কাগজ-পেঞ্চিল আন।" সি টপবাই হাউলি তেখেতৰ আগেদি পাৰ হৈ যায়। চুকৰ টেবুলবপৰা কাগজ-পেঞ্চিল আনে, ওপৰত পাৰি লিখিবলৈ ডাঠ ভাঙৰ কিতাপ এখনো। আঠ বছৰ কাম কৰোঁতে সি বহুতবাৰ এইদৰে কাগজ-পেঞ্চিল আনি দিছে। তেখেতে লিখে। সি অলপ আঁতৰি বৈ থাকে। লিখোঁতে চাই থাকিব নেপায়। কিন্তু দেউতাই চিঠি লিখিলে কিয় বাক? আনকালেতো বৰ বোপাক মুখেৰেই কয়, কিবা ক'ব- লগা থাকিলে। তাৰ মনত খপ্ কৰে খেলালে; সি আহিব বুলি ভাবিও-

মৌজাদাৰ দেউতাই, কেনেই আহিলি ক বুলি কিয় ক'লে বাৰু? জানো দেও, একো বুজিবই নোৱাৰি।

লিখা কাগজখন জাপি তেখেতে ক'লে, "এইখন বৰ বোপাক দেগৈ।" সি চিঠিখন ল'লে। কাগজ পেঞ্চিল আগৰ ঠাইত থৈ আহিল। মৌজাদাৰে ক'লে, "আকৌ লগ পাই যাবি ধনী।"

"ভাল দেউতা।"

কিন্তু বৰ বোপাক লগ ধৰা যায় কেনেকৈ? দুৱাৰ মাৰি সোমাই আছে। অ' দুৱাৰখন মেলা, আচৰিত! মৌজাদাৰ দেউতাৰ চিঠি যাব বুলিয়েই খুলি গ'লনেকি? ভাঠ কলপতীয়া পৰ্দাখন লৰি আছে। নিশ্চয় এই মাত্ৰ দুৱাৰ খুলিছে। পৰ্দাখন দাঙি সি সোমাই গ'ল।

ৰাম ৰাম! ৰাম ৰাম! প্ৰকাণ্ড পালেংখনৰ দাঁতিত বৰ বোপা বহি তলমূৰকৈ আছে। সি সোমোৱাৰ লগে লগে মূৰ দাঙি চালে। চুলি আউল-বাউল। ডাড়ি চাৰিদিনমান খুৰোৱা নাই। পিৰঠিৰে দৈতে চকু দুটাৰ চাৰিওফাল ক'লা পৰিছে। পাতল বেগুনীয়া খদ্দৰ পাঞ্জাবীটোৰ বুটাম মৰা নাই। চুৰিয়াখন মলিয়ন।

খড়াল প্ৰতাপী বৰ বোপাৰ এই হেন চেহেৰা? ৰাম ৰাম! ৰাম ৰাম! সদায় ভয় কৰা বৰ বোপালৈ আজি তাৰ বৰ পুতৌ হয়। আই ঐ দেহি!

বৰ বোপাই কয়, "আহ ধনী।"

আই ঐ দেহি, বৰ বোপাৰ মাতটো ইমান কোমল। কিয় নহ'ব! আইদেউ সাক্ষাৎ গোসানী। লখিমী। চিঠিখন আগ বঢ়াই দি সি সোধে, "বৰ বোপাৰ কিবা অসুখ হৈছেনেকি?"

"নাই, তেনেকৈ একো হোৱা নাই। তই বহ।"

বহিব? বৰ বোপাই নিজৰ কোঠাত তাক বহিবলৈ কৈছে? আচৰিত। বৰ বোপাই বাকচৰ ওচৰত থকা টুলখন দেখুৱাই দিলে। সি কিন্তু নবহে। কেতিয়াও বহা নাই। বৰ বোপাই চিঠিখন পঢ়ে। ঘৰটো কেনে আন্ধাৰ আন্ধাৰ হৈ আছে। খিৰিকীৰ পৰ্দাবোৰ ফিট মুৱাই মেলি দিয়া হৈছে। মাত্ৰ এখন পৰ্দা কোচাই থোৱা আছে। বৰ বোপাৰ মুখখনো ক'লা পৰি আছে।

তেওঁ পঢ়াবলৰা মূৰ তুলি তালৈ চায়। ক'লাফিলিৰ মাজত চকু দুটা।

ৰঙা পৰি আছে। তাৰ চকুলৈ একে থৰে চাই থাকে। সি চকু নমাই লয়। তেওঁ কয়, "বহ না ধনী!"

টুলখন অলপ আঁতৰাই অগত্যা সি বহে। বৰ বোপাই আকৌ তাৰ চকুলৈ চায়। চিঠিখন আকৌ পঢ়ে। মৌজাদাৰ দেউতাই খাজনা মাফৰ কথা নিলিখিলে নেকি? কি লিখিলেনো তেনেহ'লে? সি তাৰ কথাবোৰ আকৌ বৰ বোপাৰ আগত কয়। শালি ধান, বানপানী, আহুধান, ভনীয়েক। মণি। টুনি।

অৱশেষত বৰ বোপাই কয়, "ধনী, ভনীয়েৰৰ চিকিৎসা নকৰালে বেয়া হ'ব। বৰ বেয়া বেমাৰ যেন লাগিছে। ডাক্তৰক দেখুৱাই থাক। আজি-কালি বেমাৰৰ কি আকাল হৈছে? ধেমালি নহয়। খাজনাৰ কথাও ভাবিব লগীয়া."

ৰবৰ পৰা মানুহৰ দৰে ধনীৰাম থম থমকৈ বহি থাকে। মৌজাদাৰ দেউতাই কথাবোৰ লিখি দিলেনেকি? ওহো, ইমানবোৰ কথা তেখেতে কেতিয়াও লিখা নাই। তেনেহ'লে বৰ বোপাইনো একেবোৰ কথাকে ক'বলৈ পালে কেনেকৈ? জানো দেও, একো বুজিব নোৱাৰি। লাহে লাহে আন্ধাৰ হৈ আহিছে, বাহিৰত ৰ'দ বৰ হেলনীয়াকৈ পৰিছে, গধূলি হ'লহি আৰু। বৰ বোপা খিৰিকী এখনৰ ওচৰলৈ গৈছিল, তাৰপৰাই ক'লে, "ধনী, দেউতাই তোক ঋণৰ কথা কৈছিলনেকি?"

"ঋণৰ কথা? ক'তা, নাই কোৱা বৰ বোপা।"

হৰি হৰি! ঋণৰ কথা? সি ভাবিলে, খাজনা মাফৰ মাজত আকৌ ঋণে ওলাল ক'ৰপৰা? ভাই দেখোন বৰ বোপাৰ ভয়তে তাৰ আগৰপৰা পলাল? বৰ বোপাই ক'লে, "শুন ধনী। তই আমাক উদ্ধাৰ কৰ। তই নকৰিলে আৰু উপায় নাই। খাজনাৰ বাবে তই চিন্তা কৰিব নেলাগে। কোনো ভয় নাই তোৰ। ভনীয়েকৰ চিকিৎসাৰ বাবে টকা জুন লৈ যা। তই একো ভাবিব নেলাগে।"

একেবাৰে নতুন কথা। বৰ বোপাৰ মুখৰ এনে কথা তাৰ কাণত এয়ে প্ৰথম পৰিল। বিশ্বাস নহয়, কিন্তু বিশ্বাস নকৰিও উপায় নাই। ডাঙৰ মানুহৰ মন। বৰ বোপাই ক'লে, "তই ঋণক লৈ যা। তাইৰ গাত চাৰি মাহ।"

সি টুলখনৰপৰা খপৰাই উঠি পৰে। ৰূপেৰ গাত চাবি মাহ।

অ' সেয়ে অথনি তাইক সি শকত শকত দেখিছিল। সেয়ে তাই পলাই ফাট মাৰিছিল। সেয়ে ঘৰটো দিন দুপৰতে জয়াৰ। সেয়ে মইনাইত মামীয়েকৰ ঘৰত। সেয়ে আইদেউৰ চকু ঢুলঢুলীয়া। সেয়ে মৌজাদাৰ দেউতা আৰু বৰ বোপাৰ কথাবোৰত ইমান মিল। সেয়ে দেউতাই সি আহিব বুলি ভাবি আছিল।

তাৰ ফালে নোচোৱাকৈ বৰ বোপাই কলে, "তই যদি মাস্তি নহৱ, তেন্তে আমি মৰিলো ধনী। উদ্ধাৰ কৰিব পাৰ অকল তইহে। আমাকো, ৰূপেকো।"

বৰ বোপাই ওচৰলৈ আহি জেপৰপৰা এজাপ দহটকীয়া নোট উলিয়াই তাৰ হাতত গুজি দিয়ে। দুশটকা কিজানি। তাৰ হাতৰ চালত নোট জাপ লগাত তাৰ মনটো বৰ ভাল লাগি যায়। দুশ টকাৰে বহুত কাম হ'ব। ভনীয়েকৰ বেমাৰত ডুকুৰিমান হ'লেই হ'ব। বাকীখিনি থাকি যাব। মণি-টুনিক কাপোৰ দিব পাৰিব। কিন্তু ৰূপে? তাইৰ গাত চাবি মাহ। তাইক কেনেকৈ ৰাখিব?

বৰ বোপাই মাত লগায়, "ধনী!" সি কয়, "মই দেউতাৰ লগত কথা প্যাঁতোগে বৰ বোপা।" সি ওলাই আহে। দুৱাৰ-মুখৰপৰা বৰ বোপাৰ মুখখন ভালদৰে নেদেখি। কিন্তু ইমান দুখ লগাকৈ থিয় হৈ চাই আছে যে তাৰ বৰ বেয়া লাগি যায়।

বাহিৰত আইদেউৰ লগত মুখামুখি হৈ যায়। তেওঁ খটখটিয়েদি উঠি আহিছিল। উখহা চকুহালিৰে তাৰ ফালে চাই কয়, "ভুচি নাখাবাঁগৈ দেই। মই চাহ কৰিছোঁ। জলত বহিবা অলপ।"

আই ঐ দেহি, আইদেউজনী ইমান ভাল! বৰ বেয়া লাগে। নাই, লৈয়েই যোৱা যাওক ৰূপেক।

যি হয় হ'ব। সি কয়, "ভাল আইদেউ।"

নিচেই ওচৰত থিয় কৰাই লৈ মৌজাদাৰ দেউতাই কয়, "ধনী, ৰূপেক তই লৈ গ'লে অকল আমাৰেই যে ভাল হ'ব এনে নহয়, তাইৰ নিজৰো ভাল হ'ব। তাই ভালদৰে থাকিব পাৰিব; অৰন্তে অলপ বুজিৰে চলিব লাগিব। আৰু তুই যদি মন কৰ, তোৰো কম লাভৰ কথা নহ'ব। বৰ-

সংসাৰৰ ভাৰ লৈছ যেতিয়া তিৰোতা এজনী নহ'লে কেনেকৈ চলিবি? তাইক নিলে আমাৰ লগতে তয়ো পাৰ পাবি।”

সি মনে মনে থাকে। ৰূপেক নিলে মৌজাদাৰ দেউতা, বৰ বোপা, বিলাত—অ' নহয়, আমেৰিকাত থকা সৰু বোপা, আইদেউ আৰু ৰূপে, সকলোৱে পাৰ পাব। মৌজাদাৰ দেউতাই কৈছে, সিও পাৰ পাব। তুলসীৰ লগত কলপটুৱাৰো মুক্তি হ'ব। সি কলপটুৱা। বাকীবোৰ তুলসী। ঠিকেই, কামটো কৰিলে সকলোৰে ভাল হ'ব। সিও বৈষ্ণী এজনী পাব।

সি যেতিয়া তলৰ বেঞ্চখনত বহি আইদেউৰ হাতৰপৰা চাহ-বৰবা লয়, তেতিয়া একেবাৰে গধূলি হৈছে। ওপৰত লাইট এটা জ্বলি আছে। সেই পিতলৰ গিলাচটোতে আজিও আইদেৱে তাক চাহ দিছে। বৰবাও কাগজতে দিছে। সি আইদেউলৈ বৰ মৰমেৰে চায়। আইদেৱে উপকাৰ বিচাৰি মৰম নকৰে। আজিও নাই কৰা—বৰ বোপা আৰু দেউতাৰ দৰে। গিলাচটো থুই সি পাকঘৰৰ বাৰান্দাত থয়। আইদেউৰ হাতৰপৰা তামোলখন লৈ সি বৰ স্বাভাৱিকভাৱে সুধিব খুজিছিল, ৰূপে ক'ত। কিন্তু অকস্মাৎ দেখিলে চোতালৰ আন্ধাৰত টোপোলা এটা লৈ তাই বৈ আছে। আইদেউক সি আৰু নুসুধিলে। তেওঁৰ লগত এই বিষয়ে কথা পতা নাই যেতিয়া কি দৰকাৰ? তদুপৰি আইদেউ গোসানী। তুলসী।

সি “আহো আইদেউ” বুলি মপ কৰে আইদেউৰ ভৰি দুটা চুই সেৱা কৰি ঘৰকৈ নামি যায়। আইদেউ উচাপ খাই উঠে। কিন্তু মুখেৰে একো মাতিব নোৱাৰে।

সি চোতালৰ আন্ধাৰত থিয় হৈ থকা ৰূপেচৰীক কয়, “আহ ৰূপে।” তাৰ পিছে পিছে তাই এবুকু ওথ ভেটিটোৰ দাতিয়েদি যায়। সি আৰু নেখাতে। উভতি নেচায়।

ঘৰৰ পদূলিত ঘোঁৰা-গাড়ী এখন বৈ আছিল। আন্ধাৰত থিয় হৈ আছিল বৰ বোপা। গাড়ীৰ দুৱাৰখন খুলি সি ৰূপেক উঠিবলৈ দিয়ে। তাৰ পাছত সিও উঠি দুৱাৰ মাৰি দিয়ে। বৰ বোপাই যোৱা বুলি কোৱাত কচোৱানে গাড়ীখন চলাই দিয়ে। সি বৰ বোপাক মাত লগাবলৈ পাহৰিলে। সি ভাবিছিল: এদিন মৰাৰ তলত পাৰ বোটলৌতে সি ৰূপেক ঘোঁৰা-গাড়ীত পলুৱাই নিয় বুলি চুপতি কৰি কৈছিল।

# কাঠনিবাৰী ঘাট

## মহিম বৰা

পাৰত দ'ম হৈ পৰি থকা কয়লাৰ পাহাৰবোৰ, গৰা-খহনীয়াত জুৰুলা হোৱা ব্ৰহ্মপুত্ৰৰ পাৰ, পানী শুকাওঁতে ওলাই পৰা ঝাওবন ভৰা বালিচাপৰিৰ সেউজীয়া ঢৌবোৰ চকুৰে নেদেখা হোৱালৈকে লৰিয়ে আছে। বাৰিষা ব্ৰহ্মপুত্ৰৰ পানী গৈ শিলগুটি দিয়া ৰাজ-আলিৰ কাষ পায়গৈ। এতিয়া শুকাই যোৱাৰ লগে লগে বাটলৈ ভালেখিনি নামি আহিব লাগে। বালিৰ ওপৰত বাঁহৰ চঁচ, টৰ্জা আদি পেলাই মানুহ অহা-যোৱা বাট কৰি দিছে। একমাত্ৰ চাহৰ দোকানখন বালিত পোতা বাঁহৰ চাঙৰ ওপৰত খেৰৰ চালি এখনত আত্মপ্ৰকাশ কৰি আছে। কেৰাচিনৰ টিনৰ টাপলি দি সজা বহল জাপ-তুৱাৰখন দাঙি থোৱা অৱস্থাত চালিখনেৰে আন এখন চালি হৈ গ'ল। তাৰ তলৰ বাঁহৰ খুটা চাৰিটাৰ ওপৰত ছুচলা ফলীয়া বাঁহ পেলাই দিয়াৰ লগে লগেই সেইখন এখন সুন্দৰ বেঞ্চ, তাত বহি চাহ খাওক, বিড়ি কিনক, চিগাৰেট জলাওক, কথা পাতক।

মই সেইবিলাকৰ একোকে কৰা নাছিলোঁ, মাত্ৰ প্ৰকাণ্ড সেন্দূৰ বাটি যেন হৈ পৰা বেলিটোলৈ চাই আছিলোঁ। জাহাজ আহিব বাতি ন বজাতহে, অৰ্থাৎ সেইটোৱেই নিয়ম। দিনে-পোহৰেই আহি মই ঘাট পালোঁহি। চাওঁতে চাওঁতে লক লক ঢৌবিলাকে লক লক আঙুলিৰে সেন্দূৰবিলাক টপাটপ লানি ক'ৰবাত মৌ-মেল চাবলৈ লব ধৰিলে।

কোনোবাই খঙত যেন গোটেই সেন্দূৰখিনি খেকেচা মাৰি লিহঁতৰ গাতে পেলাই দিলে, উকা কপালৰ তিৰোতা এগৰাকী যেনেই লাগিল।

মনটো অকলশৰীয়া হৈ পৰিল। যাত্ৰী নায়েই দেখোন। দুজনমান নেপালী, সস্ত্ৰীক। কেইজনমান চাহ-বাগিচাৰ বহুৱা। চাহ-বাকচ অনা আৰু কয়লা নিয়া চাহ-বাগানৰ মজুৰবিলাকেই ইমান সময় কাঠনিবাৰী ঘাটক জীয়াই ৰাখিছিল। দূৰণিৰ চাহ-বাগিচাৰ কল-ঘৰৰ অস্পষ্ট ধোঁৱাবোৰ

ইতিমধ্যে আন্ধাৰৰ লগত মিলি যাবলৈ ধৰিছে। ক'লা অসুৰ যেন বুটথন, তাত কাম কৰা খালাচি, বনুৱা শ্ৰেণীৰ মানুহ কেইটা, চাহ দোকানখনৰ সক পৰিয়ালটো আৰু আমি যাত্ৰী নামৰ প্ৰাণীকেইটাক আন্ধাৰবোৰে অকলে পাই আগুৰি পেলালে।

হুৰ্ হুৰ্ শব্দ এটাৰ লগত জুমুকাৰ জুনজুননিয়ে কৌতূহল বঢ়াই তুলিলে। দোকানৰ খেৰ-ইকৰাৰ বেৰৰ ফাঁকেদি চকুত পৰিল এখন গৰু-গাড়ী। গাড়োৱানটোৱে নামি লাহেকৈ যুঁৱলিখন মাটিত নমাই দিলে। গৰু-হালে অ'ত ত'ত দুই এডাল খাই শুঙিবলৈ ধৰিলে। গাড়ীৰ সন্মুখৰ পৰ্দাখনৰ সেউজীয়া বৰণটো তেতিয়াও চকুত পৰিল; লগে লগে মনটোও সেউজীয়া হৈ পৰ্দাখনৰ দৰেই কঁপিবলৈ ধৰিলে। চট্ফটীয়া পোন্ধৰ-ষোল-বছৰীয়া ল'ৰা এটা জাপ মাৰি নামি আহিল। গাড়োৱানেৰে সৈতে ধৰাধৰি কৰি টিনৰ ট্ৰাঙ্ক এটা নমাই আনি মাটিত থ'লে। কেঁকো-জেঁকোকৈ বাকচটো গাড়োৱানৰ মূৰত উঠিল। আগে আগে ল'ৰাটোৱে বাট দেখুৱাই বুটলৈ লৈ গ'ল।

আকৌ এবাৰ মনটো কঁপিবলৈ ধৰিলে। গাড়ীৰ ভিতৰৰপৰা ওলাই অহা মূৰ্তিটো স্পষ্ট হৈয়ে চকুত পৰিছে। কাৰণ পোহৰৰ ওপতি থকা শেষ কণাবোৰ তেতিয়াহে অদৃশ্য হৈ পৰিছে। গাৰ কাপোৰ-কানি জাবি-জোঁকাৰি নৈখনৰ ফালে চাই থিয় হ'ল। ল'ৰাটো আৰু গাড়োৱানটো আহি ওচৰ পালেহি। হস্ত-অল আদি দুই-এপদ বস্তু গাড়ীৰ ভিতৰৰপৰা উলিয়াই লৈ লাহে লাহে বুটলৈ খোজ দিলে। মোৰ চকুৱে তেওঁলোককে অনুসৰণ কৰিলে।

অলপ পিছত ল'ৰাটো আৰু গাড়োৱানটো ওলাই আহিল। তাক দোকানৰ ওচৰত চাহ খাবলৈ পইছা দি লোনকালে গৰু জুটিবলৈ নিৰ্দেশ দিলে—"ভালে ভালে পালোহি বুলি ক'বি, বুজিছ?"

তাক বুজাই ল'ৰাটো বুটলৈ উভতি গ'ল। গাড়োৱানে চাহ 'এক চিক্কল' আৰু 'কল বিস্কুট' এটা নাকে-কাণে গিলিলে। দোকানৰ ওচৰত থকা তাৰ সগোত্ৰ যাত্ৰী বনুৱাটোৰ প্ৰশ্নৰ উত্তৰ দিলে। বহ মাইল যাব লাগিব।

গাড়ীৰ বহ মাইল যাত্ৰা আৰম্ভ হ'ল। বহ দুৰলৈ বাটত জলাই নিয়া লেম্পটোৰ পোহৰ টিমিকি টিমিকি জলিছিল; পাক এটাত হঠাতে লুকাই পৰিল।

বুটৰ এমূৰত মমবাতিৰ ক্ষীণ পোহৰ এটা জিলিকি উঠিল। বোধ হয় তেওঁলোকেও সেইখিনি ঠাইকে বাছি লৈছে। মোৰ লাগেজটোও তাতে আছে। গোটেই বুটখনৰ ভিতৰত সেইখিনিয়েই মাত্র আৰামৰ ঠাই। বুটখনৰ বাটৰ মুখটো এটা হাৰিকেন অলপ আগতে জ্বলি উঠিছিল। দোকানৰ মুখতো এটা। এই তিনিটা পোহৰৰ খুঁটিয়ে আন্ধাৰৰ তামীঘৰটো মজবুতকৈ তৰি পেলালে। ক'ৰবাত এৰাই থকা চপৰা এটা লৰ মাৰি গৈ পানীত জাপ দিলেগৈ। টুপুং। নিচেই কাষতে, পানীৰ ঘূঁৰলিত, চেলেকণা মাছ কেইটামানে থিক্-থিক্কৈ হঁহাৰ শব্দ স্পষ্ট শুনা গ'ল। কয়লাৰ দ'মৃকিটালৈ চালোঁ। সাধুকথাৰ ছদ্মবেশী ৰাক্ষসকিটাৰ দৰে মোলৈ হাওঁ থাওঁকৈ থেদি আহিল!

বুটৰ মোৰ ঠাইকণলৈ যাবলৈ (নতুন যাত্রীৰ বিষয়ে জানিবলৈ?) মনটোৱে কাও-বাও লগাই দিলে। কাঠৰ মজবুত সাঁকোৰেদি আগ বাঢ়িলোঁ বুটৰ ভিতৰলৈ। বুটৰ ঘিট্‌মিটীয়া আন্ধাৰত চাহৰ বাকচ, বং, আলকাতৰা, শুকান মাছ, পোৰা কয়লা—সকলোবিলাক গোন্ধে লাওপানী খাই লৈ কোবাছ আৰম্ভ কৰি দিছে। বহু বছৰৰ মূৰত ৰৰপেৰা এটাহে যেন কোনোবাই নাকৰ আগত মেলি ধৰিলে। প্লেটবিলাকৰ এই গোন্ধটো মোৰ বৰ প্রিয়। খালাচি আদি শ্রেণীৰ মানুহকেইটাই জাহাজ অহাৰ আগতে খোৱা-বোৱা শেষ কৰাত ব্যস্ত।

মোৰ লাগেজ থোৱা ঠাইৰপৰা অলপ আঁতৰত নেপালী পৰিয়ালটোৱে কম্বল পাৰি লৈ দীঘলীয়া সুৰৰ গান এটা আৰম্ভ কৰি দিছে। তাৰপৰা অলপ আঁতৰলৈ ৰেলিঙৰ মাজত কম্বল এখনত চাঁওতালী কি উৰিয়া মানুহ-কেইটাই বৃত্তাকাৰে বহি লৈ হৰমূৰকৈ কিবা চোবাব লাগিছে। বোধ হয় চাউল ভজা। আৰু ঠিক মোৰ মালৰ ওচৰতে, মোৰ ছুটকেছ আৰু অলপ কাষৰীয়া কৰি হ'ল্ড-অলটো মেলি ল'ৰাজনে শুই শুই মমবাতিৰ পোহৰত ইংৰাজী ফিল্ম আলোচনী এখন মেলি লৈ তন্ময় হৈ গৈছে। মূৰ-শিতানত বহি আছে ছোৱালীজনী কাকতখনলৈ নির্লিপ্তভাৱে চাই।

মই কি কৰিম একো ঠিক কৰিব নোৱাৰি ছুটকেছটোকে অলপ লৰচৰ কৰিলোঁ। ছোৱালীজনীয়ে মোলৈ চকু দাঙিলে। কিন্তু মমৰ পোহৰৰ মাজৰপৰা মোক দেখিবলৈ অলপ সময় মোলৈ চাই থাকিব লগীয়া হ'ল।

লাভৰ ভিতৰত মমৰ পোহৰে ক্ৰেম বাঢ়ি দিয়া ভেওঁৰ মুখখন মইহে থন্তেকতে চাই ল'বলৈ সুবিধা পালোঁ। ল'ৰাটোৱে আলোচনীখনত হাতটো থৈ সেই অৱস্থাৰে মোলৈ চাইছিল। মই অলপ হালি ছুটকেছটো লৰচৰ কৰোঁতে মোৰ মুখখনো মমৰ পোহৰে চেপেকি গ'ল।

ল'ৰাটো ধৰমৰকৈ উঠি বহিল। আৰু ছোৱালীজনীয়েও দেখোন খোপালৈ ওৰণিখন তুলি ল'লে!

"আপোনাৰ ছুটকেছ? আমি অলপ একাষৰীয়াকৈ থ'লোঁ দেই। আমি কোঁচাই বহিম, আপুনি বিছনা পাতক।"

ল'ৰাটোৱে ইমান চিনাকি সুৰত কথাষাৰ ক'লে যে মই থতমত খাই গ'লোঁ। সোনকালে মানুহৰ চিন পাহৰাৰ কাৰণে কেবাঠাইতো লাজ পাই থৈছোঁ। কিন্তু মিছা হ'ল—ক'তো দেখা মনত নপৰে।

"নাই নাই, ঠিক আছে, তোমালোক (ওৰণি!) মানে তুমি··· ··ভালকৈ বহা। মোৰ ব্যৱস্থা হ'ব।"

মোৰ কম্বলেৰে মেৰিওৱা বিছনাৰ টোপোলাটো (লেতেৰা হৈ গৈছে) আঙলিৰ ট্ৰিকেৰে ইতিমধ্যে ছুটকেছৰ আঁৰ কৰি দিলোঁ। কিন্তু প্ৰহৰী কৰি দিয়া বং এবোৰা ছুটকেছকেবা চম্ভালোঁ কেনেকৈ! অৱশ্যে সি ভাল বংশৰে আছিল, শুৰি-গোৰা ইংৰাজী চীলৰ, কিন্তু শুৰি-গোৰা বিচাৰে কোনে? বস্তু ছুটা উঠাই লোৱা দেখি ল'ৰাটোৱে অভিমানতে চিঞৰি উঠিল, "আপুনি আন ঠাইলৈ যাব খুজিছেনেকি? আমি বেয়া পাম হ'লে—।"

ল'ৰাটোৱে সঁচাকৈয়ে পাৰি লোৱা হস্ত-অলটো কোঁচাবলৈ ধৰিলে।

"নহয়, তোমালোকে আৰাম কৰা। জাহাজ বা কোন বাত্তি আছে! সময়ৰ ঠিক নাই, আৰু কেতিয়াবা নাহেও।"

"সেই কাৰণেইতো আপুনি ইয়াতে থাওক। যাত্ৰীও নাই, তাতে অসমীয়া মানুহ নাই, বাইদেৱে মৱে তাকেহে আলোচনা কৰি আছোঁ। কোনোবা এজন লগ পোৱা হ'লে—।"

বুজিলোঁ, ল'ৰাটোৰো বায়েকৰ সমান ভয় লাগিছে। মৱো মোৰ ভেগাবণ্ড-মাৰ্কা ছুটকেছ আৰু কাপোৰৰ টোপোলা আঁতৰ কৰিবলৈহে এইখিনি কৌশল কৰিছিলোঁ। এতিয়া মোৰ কাপোৰৰ টোপোলাই ওৰণি-আঁৰৰপৰা ভুমুকি মাৰিব পাৰে। টোপোলাটো মেলি লৈ ভেওঁলোকৰ ভৰিৰ কাষলৈ বাহি পৰিলোঁ।

"টিকট কাটিবৰ হ'বই যেন পাওঁ। মই খবৰ লৈ আহোঁ। ক'লৈ কাটিব লাগিব?" টিকট কটালৈ তেতিয়াও সময় আছিল। কিন্তু সুধিবলৈ আৰু একো কথাই বিচাৰি নাপালোঁ।

"আমি যোৰহাটলৈ যাব লাগে।" ল'ৰাজনে ইতিমধ্যে আন্তব্যস্তকৈ বহি লৈ উত্তৰ দিলে।

"যোৰহাটলৈ? আজি জাহাজ ডাউন্‌হে?" চঁক খোৱাৰ দৰে মই উত্তৰ দিলোঁ। কাৰণ জাহাজৰ ভু আদাৰ বেপাৰীয়েহে নাৰাখে। এওঁলোকৰতো তেনে হোৱাৰ কোনো লক্ষণেই নাই।

ল'ৰাটোৱে মোৰ চিন্তাৰ ভাৰ লঘু কৰিবলৈ পাই বৰ পুলকিত হৈ উঠিল। পঞ্চম মানৰ ল'ৰাই ষষ্ঠ মানৰ ল'ৰাক কিবা এটা বুজাই দিব লগা হ'লে যি পুলক অনুভৱ কৰে, সেই উলাহেৰে মোক বুজাই দিলে যে তেওঁলোক ডাউন ষ্টিমাৰত গৈ শিলঘাটত নামিব, তাৰপৰা ষ্টেট ট্ৰেন্সপোৰ্টত গৈ যোৰহাট পাবগৈ।

"আমি কাইলৈৰ ভিতৰত যেনে তেনে যোৰহাট পাবগৈ লাগে, বৰ জৰুৰী।"

অৰ্থ ই নহয়, কথাবিলাকেহে মোক আকৰ্ষণ কৰিছিল বেছি। বোৱাৰীজনী স্বাভাৱিক লাজেৰে একাষৰীয়াকৈ বহি আছিল যদিও, একোবাৰ চকামকাকৈ মুখলৈ চাই, এনেহে ধাৰণা হৈছিল, যেন তেওঁো সক্ৰিয় অংশ গ্ৰহণ কৰিছে এই আলাপত। মুখেৰে 'টু' এষাৰ নকৰাকৈ নিজক এনেভাৱে 'জীৱন্ত' কৰিব পৰা এই অদ্ভুত গুণটোৰ কথাকে মই গুণা-গঁথা কৰিছিলোঁ। বিয়া হোৱা নিশ্চয় বেছি দিন হোৱা নাই; গাৰ মাহ-হালধিৰ বোল মমৰ ক্ষীণ পোহৰতে মই স্পষ্টকৈ দেখিছোঁ। গাৰ 'দোলাই' থনৰপৰা, চুলিৰ মাজৰপৰা অহা 'বিয়াৰ মাহ-হালধি-তেলৰ মলমলীয়া গোন্ধৰ সোঁত এটাই মোৰ নাকত মোহনা পাতিছেহি। এখন পৰিপূৰ্ণ মুখ, দীঘলীয়া বেলুন যেন গোল গোল হাত, গাৰ উজ্জ্বল হালধীয়া ৰং, আৰু অসমীয়া পাটৰ সাজ-যোৰৰ ৰংটোৱে ছবিৰ দৰে তুলি ধৰিছে। এনেকুৱা গঠন আজি-কালি ৰৰকৈ দেখিবলৈ পোৱা নাযায়। হঠাৎ মোৰ মনত পৰি গ'ল—ল'ৰাজনে মোক কিবা সুধিছিল, উত্তৰ নাপাই অলপ সেমেনা-সেমেনিও কৰিছে।

"ওঁ, ওঁ, কি সুধিলা? মোৰ কথা?ময়ো যাম শিলঘাটলৈ, শিলঘাটৰ ওচৰতে মোৰ ঘৰ।"

"তেন্তে ভালেই হ'ব। জাহাজ বাতিয়েই শিলঘাট পায়গৈ। আপোনাক লগ পোৱাত বহুত সুবিধা হ'ব। নহয়নে বাইদেউ ?"

'বাইদেৱে' আলোচনীখনকে লিৰিকি-বিদাৰি আছিল। কাণ আছিল আমাৰ কথাত। সম্মতিসূচকভাৱে ভায়েকলৈ মূৰ তুলি চাই ৰ'ল।

হাঁহিটো কোনোবাই পকা ৰঙেৰে গোটেই মুখখনত চাব মাৰি থৈছিল। নহ'লে কপালখনে হাঁহিব কেনেকৈ ? নাক, চকু, থুঁটৰিয়েও হাহেনে ? এনেকুৱা ভাঠ ক'লা চেলাউৰিয়ে মিহিকৈ হাঁহিব পাৰেনে ?

আন দিনৰ মতে জাহাজ অহাৰ সময় হ'ল। মই খা-খবৰ লৈ আহিবলৈ থিয় হ'লোঁ। টিকট কাটিবলৈ পইছা উলিয়াব খুজিছিল ল'ৰাটোৱে।, মই বাধা দি ক'লোঁ যে তেতিয়াও টিকটৰ ঘণ্টা দিয়া নাই, আৰু টিকট দিলেও মোৰ পইছাৰে আনিব পাৰিম। পিছত পইছা দিলেও হ'ব।

"জাহাজ অহাৰ সময় থাকিলে নিশ্চয় চাহ খাব পাৰোঁ ?"

ল'ৰাজনে বায়েকৰ মুখলৈ চালে। বায়েকে 'হল্ড-অল'টো আঙুলিৰে দুই-এবাৰ খেপিয়াই নিজকে ক'লে, 'ফ্লাস্কটো ক'ত থাকিল !'

এই প্ৰথম মাতবাৰ শুনিলোঁ। গভীৰ অথচ মাখনৰ দৰে কিবা এটা কোমলতা থকা—এনে ধৰণৰ বৰ্ণনা মানুহৰ মাতত খাপ খায়নে, ক'ব নোৱাৰোঁ।

ল'ৰাজনে ফ্লাস্কটো উলিয়াই দিলে। মই ফ্লাস্কটো লৈ ৰেলিঙৰ কাষলৈ গ'লোঁ। ওচৰতে শিহু এটাই মূৰ দাঙি বাতি কিমান হ'ল এবাৰ চাই ল'লে। ক'ৰবাত হৰহৰাই মাটি অলপ খহি পৰিল। নৈৰ বুকুত দূৰৰ বাগিচাৰপৰা মাদলৰ ক্লান্ত ছেও ভাহি আহিছে।

টিকট দিয়াৰ আশা নাই বোলে। জাহাজ কিজানি ক'ৰবাৰ বালি-চটত লাগি ৰ'ল। বিৰক্তিৰে টিকট-মাষ্টৰে কৈ উঠিল। যোৱা ভুঁইকঁপেই বোলে টিকট মাষ্টৰৰ টোপনিত বালিচৰ বহুৱাই গৈছে।

চাহ-দোকানীৰ পৰিয়াল থাই-বৈ উঠিল। ল'ৰা-ছোৱালীকেইটাই বাঁহৰ চাং এখনৰপৰা দোকানৰ বস্তু আদি নমাই শুবলৈ কাৰবাৰ কৰিছে। সন্মুখৰ চাংখনত গাদী পাতি আদহীয়া শকত দোকানীজনে আৰু তিনিজন মানুহৰ সৈতে ব্ৰিজ খেলত মগ্ন। মই গৈ পোৱাৰ লগে লগে এজনে কৈ উঠিল, "দহ বাজিল, যাব লাগিল।" "এই খেল"—আন এজনে তাচটো শাফ্‌ল কৰাৰ লগে লগে উত্তৰ দিলে। মোক কোনেও দেখা পোৱা নাই।

মই বসতঙ্গ নকৰি খেল চাবলৈ ধৰিলোঁ। 'হাৰ্ট ওৱান', 'স্পেড ওৱান', 'ন' ট্ৰাম্প', 'টু ক্লাব্ছ'. 'থ্ৰি ডায়মণ্ডচ', 'ডবল' আদি ফটকাৰ আৱাজ হ'বলৈ ধৰিলে। খেল আৰম্ভ আৰু শেষ হ'ল। শেষ খেলৰ কাৰণে জোৰ কৰা ফাণ্ডটো অৰ্থাৎ দোকানীজনেও বহুত 'ডাউন' খালে। তাৰ পাছত তিনিওজন যাবলৈ ওলাল। বুজিলোঁ, তিনিও চাহ-বাগানৰ চাকৰিয়াল, ৰাতি ইয়াত ব্ৰিজ খেলে।

দোকানীৰ 'স্পেড্' যেন হৈ পৰা মুখখনলৈ পুতৌৰে চাই আছিলো। এইবাৰহে মোক মন কৰিলে। "আপোনাক কিবা লাগিব জানো?" কোমল মাতেৰে সুধিলে।

"চাহ লাগিছিল, দিব পাৰিব জানো?" শুবলৈ আয়োজন কৰা ল'ৰা-ছোৱালী কেইটিলৈ চকু দি মই সুধিলোঁ। "নিশ্চয়, আজি বোধ হয় জাহাজ নাহিবই।" সৰু ল'ৰা এটা ইতিমধ্যে জাপ মাৰি আহি ওচৰত থিয় দিলেহি

"একাপ—?"

মই ফ্লাস্কটো ল'ৰাটোলৈ আগ বঢ়াই দিলো—"তিনি।"

"অ' আপোনাৰ পৰিয়াল আছে?" চাহ-দোকানীয়ে কৈ গ'ল, "কিবা অসুবিধা হ'লে জনাব। থোৱা-বোৱা কৰিব খুজিলেও সকলো সুবিধা কৰি দিম। ৰাতিও চাহ, গৰম পানী কিবা লাগিলে নিব।"

বৰ শকত ক'লা বৰণৰ আদহীয়া মানুহজন। মুখখনত কোমলতা এটা আছে। মাতত আন্তৰিকতাৰ সুৰ। দুই-এবাৰ কথাবতৰা বুজিলো ল'ৰা-ছোৱালীকিটাৰ মাক নাই; সিহঁতক লৈ ব্ৰহ্মপুত্ৰৰ বালিতে সৰু সংসাৰখন পাতি আছে।

পৃথিৱীৰ মানুহবিলাক ইমান ভাল লাগি গৈছে! ইমান মৰম, চেনেহ, সহানুভূতি! মনটো ভাল লাগিল। ধন্যবাদসূচক কথা-বতৰা দুআষাৰমান কৈ চাহৰ দাম দি বুটলৈ উভতিলোঁ, প্ৰায় এঘণ্টামানৰ মূৰত। টিকট-মাষ্টৰৰপৰা বুজিলোঁ, জাহাজ অহাৰ আশা নাই। আহিলেও পুৱা-ৰাতিত। দুশাৰী চাহ-বাকচৰ মাজত লুংলুঙীয়া বাটেদি আমাৰ ঠাইলৈ আগ বাঢ়িলো।

চাউল-ভজা পাৰ্টিটোৱে নাকত মুড়ি ফুটাইছে। নেপালী পৰিয়ালৰ ভেতিয়াৰ গানটোৱেই মাজতে সপ্তমত উঠা কাণত পৰিছিল। এতিয়া সেয়ে আঁঠুৰ পাই একোটা এণ্ডামুৰি আৰু দীঘলীয়া হাস্নিত পৰিছেগৈ।

'ফিল্ম মেগাজিন'খনো আবামেৰে শুই পৰিছে—ল'ৰাজনৰ বুকুত। বেচেৰাই ৰাতিৰ লগৰীয়া এজন পাই সম্পূৰ্ণ নিশ্চিন্ত হৈ পৰিল। বাইদেৱেকে মুৰ-শিতানতে বহি মোলৈ বাট চাই আছিল নিশ্চয়। মোক দেখা পাই, লাহে লাহে তাক জগালে, "বৰুণ, চাহ নাখাবা?" মাতত অনাৱশ্যক ব্যস্ততা নাই, কাৰ্যত একো অস্বাভাৱিকতা নাই। বুজিলোঁ আত্ম-বিশ্বাস তেওঁৰ আছে আৰু আনৰ ওপৰতো আস্থা ৰাখে। মোৰ সংকোচ ভালেখিনি শাম কাটি গ'ল।

"বৰুণ"—মই মাতিলোঁ।

তিনিও চাহ খাবলৈ বহি গ'লোঁ। মাটিৰ গিলাচ তিনিটা দোকানৰপৰাই আনিছিলোঁ। তেওঁলোকে ছুটকেছৰপৰা নাৰিকলৰ লাড়ু আৰু দুই-এবিধ খোৱা বস্তু উলিয়ালে। মই মোৰ ভাগটো লৈ অলপ আঁতৰলৈ যাবলৈ ধৰোঁতে আপত্তি উঠিল। বাধ্য হৈ বহা ঠাইতে খালোঁ।

"তোমালোকৰ বিছনাখন ভালকৈ পাৰি লোৱা বৰুণ, আঁঠুৱাখনো তৰি লোৱা। তোমালোক ভালকৈ শুব পাৰিবা।"

"জাহাজ নাহে?" মোৰ ভাব হ'ল, দুয়ো একেলগে কৈ উঠিছিল।

"কি হ'ব বৰুণ?" বৰ চিন্তাগ্ৰস্তভাৱে বাইদেৱেকে সুধিলে। চিন্তাইযে মানুহক শুৱনী কৰিও তুলিব পাৰে আগতে বিশ্বাস নহ'লহেঁতেন। কিন্তু ইমানযে চিন্তা হ'ল?

"বৰ জৰুৰী কাম আছেনেকি, বৰুণ? যোৰহাটত?" হঠাৎ মুখৰপৰা ওলাই পৰিল কথাষাৰ।

"কাইলৈ যেনে তেনে যোৰহাট পাবগৈ লাগে"—এইবাৰ পোনে পোনে বাইদেৱেকে মোক উত্তৰ দিলে, অৱশ্যে তলমুৰকৈ।

"কাইলৈৰ ব্যৱস্থা কাইলে ভাবিম, নহয় জানো বৰুণ?" মোৰ কথাত বৰুণে তাওৰ সমৰ্থন এটা পালে।

"এৰা! মিছামিছি বাইদেউজনীয়ে কিবিলাক ভাবে। 'ন' ৰবি' বুলি লেখিছেই। অয়োতো মাইনৰ পাছ, 'ন' ৰবি' মানে নাজানেনেকি?"

"কিন্তু 'কাম শাৰ্প'যে?" ভায়েকৰ মুখলৈ চাই অলপ লাজকুৰীয়াভাৱে হাঁহি ক'লে।

"ভিনিহিদেউ অলপ-ধতুৱা মানুহ। মুৰৰ কামোৰ এটা হ'লেও 'মৰিমহে জীমহে' কৰি তোক বিচাৰে। সেই কাৰণেই 'কাম শাৰ্প।"

মমবাতিৰ পোহৰত দেখিলোঁ। গোটেই মুখখন ধুনীয়া হৈ ৰঙা পৰিছে। 'ন' ৱৰি, কাম শ্বাৰ্প'—কি ৰহস্য সোমাই আছে কথাকেইটাত!

"কিবা অসুখনেকি ?"

"ভিনিহিদেউৰ চাইকেল এক্সিডেণ্ট। হস্পিটালত, টেলিগ্ৰাম পোৱা দুদিন হ'ল। মই নাছিলোঁ. স্কুল বন্ধ হোৱাত কালি আহি পাইছোঁ। বাগানৰ পাতৰ সময়, 'চিজন টাইম', দেউতায়ো ছুটী ল'ব নোৱাৰে।"

মই বাৰে বাৰে অনুৰোধ কৰাত বৰুণে আহল-বহলকৈ বিছনাখন পাৰিলে। বৰ যত্নেৰে আঠুৰাখনো তিনি-কোণীয়াকৈ তৰা হ'ল। বাইদেৱেক বিনা বাক্য-ব্যয়ে শুই পৰিল। দুই-চাৰি আষাৰ কথাৰপৰা বৰুণহঁতৰ বিষয়ে আৰু অলপ জানিব পাৰিলোঁ। মোৰ এড্ৰেছটোও লিখি ল'লে। অলপ পিছত বৰুণো শুই পৰিল।

ব্ৰহ্মপুত্ৰৰ সিপাৰৰ কাজিৰঙাৰ এন্ধাৰৰ মাজত বাঘ এটাই চিকাৰৰ বাটত জোপ লৈ আছে ( নিশ্চয়! ) দূৰণিৰ বালি-চাপৰিত। কঁহুৱা আৰু ঝাওবনৰ মাজত, ব্ৰহ্মপুত্ৰৰ বহল, ক'লা পানীধাৰাত একোটা ৰহস্য শুই শুই পিৰিকিয়াব লাগিছে। তৰা কেইটামানে জুম বান্ধি ৰহস্যটোনো কি, ভুমুকিয়াই ফুৰিছে। বুটৰ নিচেই কাষতে থকা পাৰটোত বহি বহি জুটুলা-জুটুলি চুলিৰে ধুনুনী ছোৱালী কেইজনীমানে কাপোৰ থুকুচিব লাগিছে—'চপ-চপ্-চপাৎ!' ধেৎ! টোবোৰহে।

ল'ৰাজন অৰ্থাৎ বৰুণে টাউনৰ হাই স্কুলত নৱম মান শ্ৰেণীত পঢ়ে। দেউতাকে, কি নাম ক'লে? চাহ-বাগান এখনত টি-হাউছত কাম কৰে। হেড-টি-হাউছ? এৰা হ'বলা। দহ মাইল দূৰ ঘাটৰপৰা। বাইদেৱেকৰ বিয়াৰ ডেৰ বছৰ হ'ল।

এসপ্তাহ হওঁতেই মাতি পঠিয়াইছে। সামান্য আঘাত। কিন্তু 'কাম শ্বাৰ্প-' যে! নেদেখিলে থাকিবই নোৱাৰে। বৰ মিল······আজিৰ ৰাতিটো ডেৰ বছৰৰ আগত হোৱা হ'লে। আৰু মোৰোতো এতিয়া চাইকেল এক্সিডেণ্ট হোৱা নাই।······ধেৎ!

মমডাল ৰতাহত নুমাই গ'ল। আন্ধাৰতে ভাল লাগিছিল, কিন্তু উচিত নহ'ব যেন লাগিল। দিয়াচলাইটো মাৰিলোঁ। আধাখোৱা মিক্‌চাৰ এডোখৰ পাই তাকে জলাই লৈ মমডোখৰলৈ জ্বলা কাঠিটো আগ বঢ়াই দিছিলো।

চক খাই গ'লোঁ। বাইদেৱেকৰ মাত—"আন্ধাৰতহে টোপনি আহে যদি।"

"শোৱা নাই ?"

"চিলমিল। টোপনি নাহেই দেখোন।"

স্বাভাৱিক। মন নজলালো। বেলিঙত ভৰ দি জাহাজ অহা দিশটোৰ ফাললৈকে তীব্ৰ দৃষ্টিৰে চাই থাকিলোঁগৈ। মনৰ পোহৰেৰে নহ'ব, জাহাজৰ পোহৰ আনিবই লাগিব। কিমান সময় তেনেকৈ আছিলো, ক'ব নোৱাৰোঁ। হঠাৎ হুলস্থূল আৰম্ভ হৈ গ'ল। 'জাহাজ', 'জাহাজ', 'পোহৰ' আদিৰ শব্দৰ লগে লগে টিকটৰ ঘণ্টা আৰু খোজ কঢ়াৰ দুপ-দাপ শব্দ।

মই লৰা-লৰিকৈ মমভাল জলাই দিলোঁ। বাইদেৱেক উঠি বহিছিল দুই হাতে হেঁচুকি বৰুণক জগালে। বৰুণো চকমক খাই বহিল।

"জাহাজ আহিল বৰুণ।" যেন বহুত হুলস্থূল আৰু অপেক্ষাৰ পিছত "ল'ৰা এটা জন্ম পাইছে"—এনে এটা সংবাদহে দিলোঁ। মই তেওঁক বিছনা বান্ধিবলৈ কৈ টিকট আনিবলৈ গ'লোঁ।

টিকট-মাষ্টৰৰ মুখখন দেখিয়ে বুজিলোঁ কিবা এটা দুৰ্ঘটনা ঘটিছে। জাহাজৰপৰা চিগনেল পাইছে মেৰামতি কৰিব লাগিব। গতিকে টিকট পলমকৈ দিব। খোঁৱাই খোঁৱাই জাহাজখন কাষ চাপি আহিছে॥ বৰুণে আহি অলপ পিছত মোৰ ওচৰত থিয় হ'ল। খবৰটো দিয়াত, বায়েকক ক'বলৈ আকৌ উভতি গ'ল।

ৰাতি পুৱাই আহিছে।

পাৰলৈ নামি গ'লোঁ। কিবা এটা ব্যৱস্থাৰ কথা ভাবিব লাগিব। এওঁলোক আজি যোৰহাট পাবই লাগিব। প্ৰাতঃকৃত্যাদিৰ পিছত ক্যুবাকৈ চাহ একাপ খাই টোপনিখিনি জাৰি পেলালোঁ। গৰম লুচি ভজাই ভালকৈ চাহ তিনি কাপ কৰাইছোঁ। জাহাজ আহিল আৰু দুই-এজন যাত্ৰী নামিল। দেখিলো বৰুণে আৰু এজন ল'ৰা লৈ পাৰলৈ নামি আহিছে।

"দাদা, দাদা, মামু আহিল। জাহাজত আহিছে যোৰহাটৰপৰা। চাওক, মই নকৈছিলো, চিন্তাৰ কাৰণ নাই বুলি।"

মামু ৰাতিৰ টোপনি-খতিত ক'লা-ম'লা হৈ আহিছে। বাইদেৱেকৰ সম্বন্ধীয়া দেওৰ ; বৰুণৰ প্ৰায় সমনীয়া বা অলপ ডাঙৰ হ'ব।

"যোৰহাটৰ খবৰ কি ?" মামুলৈ চাই সুধিছিলোঁ ; বৰুণেই টপৰাই উত্তৰ দিলে "ভাল, আমি যোৱা দেৰি হোৱাত, নিবলৈ পঠিয়াইছে।"

"নিবলৈ কিয় ?"

"যায় যদি লৈ যাওঁ। নাইবা ময়ে ফুৰি চাকি যাওঁ, এই বুলি আহিলোঁ।" এইবাৰ মামুৱে ক'লে।

"পিছে এতিয়া কি কৰা ?"

"নবৌ যাব খুজিছে, যেনে তেনে। গতিকে নাও ভাৰা কৰি যোৰহাটৰ প্ৰথম বাছ ধৰিম। জাহাজ বালিত লাগিছিল, কিবা এটা বেয়া হ'ল—। মেৰামতি কৰিলেহে যাব। গতিকে জাহাজত গ'লে দেৰি হ'ব।"

"তেনেহ'লে বৰুণ, বাইদেৱেৰাক গা-পা ধোৱাৰ ব্যৱস্থা কৰি দিয়াঁ। যোৱাঁ। মই চাহ নিয়াম।"

বৰুণে হাতৰ 'ফ্লাস্ক'টো মোক দি ছুয়ো উভতি গ'ল।

তেওঁলোকক এঘণ্টামান সময় দি দোকানী ল'ৰা এটাৰ হতুৱাই চাহ-জলপান লৈ বুটলৈ যেতিয়া যাওঁ, বৰুণৰ বাইদেৱেকে গা-পা ধুই মামুৰ লগত আনন্দ-মনেৰে কথা পাতি আছে। ৰাতিৰ চিন্তাৰ চাপ মুখখনত নাই।

"তোমাক প্ৰথমে দেখি মোৰ বুকুখন কঁপি উঠিছিল।"

"কৈছোঁৱেই নহয়, নাযায় যদি বাগানলৈ উভতি যাব পাৰে।"

"নাই, নাই, মোক থৈ ছুয়ো আহিব লাগে। তুমি আহিলা, ভালেই হ'ল। কালি ৰাতি এজন মানুহে বৰ উপকাৰ……"

মই উপস্থিত হৈছিলোঁ। লৰা-লৰিকৈ ওৰণিখন আৰু অকণমান টানি লৈ লাজত যেন ৰঙা হৈ গ'ল। দোকানী ল'ৰাটোৱে চাহৰ সৰঞ্জাম থৈ' উভতি গ'ল।

"বৰুণ ক'লৈ গ'ল ?" মই মামুলৈ চালোঁ।

"মুখ-হাত ধুবলৈ গৈ অহাই নাই।" উত্তৰ দিলে মামুৰ ন-বৌৱেকে। লগে লগে চাহ বকাত লাগি গ'ল। মামু আৰু মোক চাহ-জলপান আগ বঢ়াই দিলে।

"মোৰ কাৰণে নহয়, মই এইমাত্ৰ খাই আহিছোঁ।"

"আকৌ খাব লাগিব।"

বাঃ। চাহৰ গিলাচ লৈ অলপ আঁতৰলৈ আহিলোঁ।

"নাও বন্দবস্ত কৰি আহিছোঁ। সোনকালে আজৰি হৈ লোৱাই ভাল। চাহ ঠাণ্ডা হ'ব, বৰুণলৈ ৰ'ব নালাগে। নহয় জানো মামু ?"

"ওঁ, এতিয়াহে। যোৰহাটৰ মটৰ ন বজাত শিলঘাট পাবহি।"

পশ্চিমীয়া নাৱৰীয়াই বৰুণ-মামুৰ গানৰ সুৰে সুৰে নাও মাৰিবলৈ ধৰিলে।

ব্ৰহ্মপুত্ৰ গঙ্গা মাও,
বতাহে হালিছে গাও,
মথুৰা পুৰীলৈ যাওঁ
কাষে চপাই দিয়া নাও।

ভটীয়নী পানীত নাও কাঁড়-পাটৰ দৰে যাবলৈ ধৰিলে। বৰুণৰ বাইদেৱেক আৰু মামুৰ ন-বৌৱেকলৈ (মোৰ? মোৰ কি?) চালোঁ। একান্ত মনে বৰুণহঁতৰ গান শুনিছে। গানৰ ছেৱে ছেৱে মুখত লাগি থকা হাঁহিটো নীৰৱে উঠা-নমা কৰিছে। আৰু সেন্দুৰৰ ফোঁটটো! কি দগমগীয়া ৰঙা জুই সেইকুৰা! পুৰাৰ ৰ'দত মুখৰ বৰণ কেঁচা সোণৰ—নহয়, কেঁচা হালধি-গাঁঠি যেন হৈ পৰিছে। সোণৰ বৰণ প্ৰাণহীন।

এখন সুখী ঘৰৰ ছবি। শাহু, শহুৰ, দেওৰ, 'তোক-নেদেখিলে-থাকিবই-নোৱৰা যে' এজন স্বামী। সেই কাৰণেই 'কাম শাৰ্প'। "তইতো মাইনৰ পাছ, 'ন' ৰবি' মানে নাজাননেকি?" 'আকৌ খাব লাগিব।'···

মোৰ বাগানে বাগানে চাকৰি বিচাৰি ফুৰা ভেগাবণ্ডৰ জীৱনত বহুত দিনৰ ভিতৰত এটা দিন, বহুত ৰাতিৰ ভিতৰত এটা ৰাতি আহিছিল—নাও যিমানেই শিলঘাটৰ পাৰ চাপি আহিবলৈ ধৰিলে, সিমানেই মনটো উকঙা লাগি আহিল।

হঠাৎ চকুত পৰিল বৰুণৰ বাইদেৱেকৰ ফোঁটটো তেজৰ দৰে দগমগাবলৈ ধৰিছে। নাৱৰপৰা সূৰটো অলপ হলাই দিয়াত ঢৌৰ প্ৰতিবিম্ববোৰ গোটেই মুখখনেদি চকচকাই পাৰ হৈ গৈছে। ঢৌবোৰে যেন ফোঁটটো ভাগ বাটি লৈ যাব।

নাও ঘাট চাপিল। শিলঘাট।

চাহ-পৰ্ব শেষ কৰাৰ লগে লগে মটৰ আহি পালে। চৰকাৰী বাছ—ঘড়ী বানি চলে। এইখিনিতে আমাৰ এৰা-এৰি। বৰুণ আৰু বাইদেৱেক মটৰৰ 'ছেকেণ্ড ছিট'ত বহিলগৈ। বৰুণৰ মুখত উচ্ছ্বসিত প্ৰশংসা।

"কেতিয়াবা যোৰহাটলৈ গ'লে বাইদেউৰ ভালৈও যাব, ঠিকনা মনত আছে নহয়?" বৰুণৰ বাইদেৱেকেও আন্তৰিকতাপূৰ্ণ দৃষ্টিৰেই বৰুণতকৈ বেছি কথা কৈ দিলে।

“আৰু কাঠনিবাৰী ঘাটেদি যাব লগা হ’লে আমাৰ বাগানৰ ঘৰলৈ যাবই।”

মৌখিক ভদ্ৰতা মাথোন নহয়, অন্তৰৰ আহ্বান। মটৰে হৰ্ন দিলে। বাইদেৱেকে লাহেকৈ নমস্কাৰ জনালে হাত দুটা কপাললৈ তুলি। প্ৰতি-নমস্কাৰ কৰিলোঁ। কিন্তু মামু?

মামু চাহৰ দোকানৰপৰা উঠাই নাই। ড্ৰাইভাৰক কৈ চাহ-দোকানলৈ গ’লোঁ, মামুক পঠাবলৈ। মামুৱে চিগাৰেটত চিলাই-কল চলাইছে।

“মটৰ যায়যে, মামু!”

চিগাৰেটটো দলিয়াই মামু বহাৰপৰা থিয় হ’ল।

“বৰ ভাল পালোঁ আপোনাক লগ পাই···।” উত্তেজিত ব্যস্ততাৰে মামুৱে মোলৈ চাই ৰ’ল।

“কেতিয়াবা লগ হ’ম, মটৰযে যায়, যোৱাঁ এতিয়া।”

একপ্ৰকাৰ ঠেলা মাৰিয়ে দিলোঁ। আকৌ হৰ্নৰ মাত। উত্তেজনাত ঘামি পৰিছে মামু।

“যাম, যাম কেনেকৈ বাৰু? ককাইদেউৰ মটৰ এক্সিডেণ্টহে—পিছদিনাই সকলো শেষ! মই অভিনয় কৰি আহিছোঁ।”

মামু জাপ মাৰি মটৰত উঠিলগৈ।

মটৰৰ চকাকিটা তীব্ৰভাৱে ঘূৰি ঘূৰি কামাখ্যা পাহাৰৰ ভাঁজত অদৃশ্য হৈ পৰিল।

# প্ৰহৰী

## ভবেন্দ্ৰনাথ শইকীয়া

এটা দুৰ্গত দুহেজাৰ সৈন্যৰ বাঠি দিনৰ খোৰা বস্তু আছিল ;—ঠিক আছে। একুৰি দিনৰ পিছত তাৰে তিনি শ সৈন্য গুচি গ'ল। কিমান ? তিনি শ। চকু দুটা মুদি মনে মনে দুহেজাৰপৰা তিনি শ বিয়োগ কৰি ৰজনী মাষ্টৰে মুৰটো দুপিয়ালে ;—বুজিলোঁ। দহ দিনৰ মুৰত দুৰ্গটোলৈ আৰু আঠ শ সৈন্য আহিল। কি হ'ল, কি হ'ল কথাটো ? অ' আৰু আহিল আঠ শ। এইবাৰ মুখে মুখে যোগ কৰি ৰজনী মাষ্টৰে পোন হৈ বহিল। মাষ্টৰে ভাবিছিল অঙ্কটো সিমানেই। তথাপি তেওঁ শেষৰ শাৰীটো পঢ়িলে, সৈন্যবিলাকে বাকী থকা বস্তুখিনি কিমান দিনলৈ খাব পাৰিব ? মাষ্টৰৰ হাহাকাৰ লাগি গ'ল। তেওঁ কপালখন থূপ খুৱাই তথা লাগি শেষ শাৰীটোলৈ চাই ৰ'ল। বয়সৰ লগে লগে চকুৰ দৃষ্টি ভোটা হৈ আহিছে। কোনোবা এশাৰী পঢ়োঁতে তেওঁ অইন কোনোবা এশাৰী পঢ়া নাইতো ? চুৰিয়াৰ আগটোৰে মাষ্টৰে চকু দুটা এবাৰ মচি ল'লে ; তাৰ পিছত তেওঁ অঙ্কটো মুৰৰপৰা পঢ়িবলৈ ধৰিলে। এবাৰ পঢ়িলে, দুবাৰ পঢ়িলে। আৰু প্ৰতিবাৰতে অঙ্কটো বেছি জটিল হৈ যাবলৈ ধৰিলে। অৱশেষত আগ-গুৰি একো ধৰিব নোৱাৰি মাষ্টৰে সেই অঙ্কটোৰ সলনি পাটীগণিতখনৰ গোটেই পৃষ্ঠাটোলৈ অসহায় দৃষ্টিৰে চাই বহি ৰ'ল ; যেন এটা প্ৰকাণ্ড দুৰ্গ লৈ হেজাৰ হেজাৰ সৈন্যৰ অহা-যোৱা চলিছে। ওলোৱা ওলাইছে, সোমোৱা সোমাইছে। আৰু দুৰ্গৰ প্ৰৱেশ-দ্বাৰত টুল এখনত বহুৱাই দি ৰজনী মাষ্টৰক কোৱা হৈছে—তুমি সৈন্যবোৰ গণি যোৱা।

অকণমান সময় তেনেকৈ থাকি, ঘন ঘনকৈ চকু দুটা পিৰিকিয়াই মাষ্টৰ চকিখনত পোন হৈ বহিল ; তাৰ পিছত দিলীপক ক'লে, "এইটো অঙ্ক হ'ব বাৰু দে। তই এতিয়া বুৰঞ্জী পঢ়চোন ; আজি কেইবাদিনো দেখোন বুৰঞ্জী পঢ়া-শুনাই নাই। পঢ় ; ডাঙৰ ডাঙৰকৈ পঢ়ি যা, মই শুনি যাম।"

দিলীপে মেজত খুঁটৰিটো থৈ আধাখোৱা পানী-গিলাছৰ মাজেদি, এটা

চকু মুদি মাষ্টৰৰ মুখখন কেনেকুৱা দেখি চাবলৈ চেষ্টা কৰি আছিল। সি জানিছিল, এইটো অঙ্ক মাষ্টৰক কৰি দিবলৈ দিলেই সি বহুত সময় আজৰি পাব; হয়তো দৌৰ মাৰি এবাৰ পাগঘৰত ভুমুকিয়াই আহিবগৈ পাৰিব; নাইবা সিটো কোঠালিত জোনালীয়ে কি কৰিছে চাবলৈ যাব। কেৱল মাষ্টৰ অঙ্কটোত আৰু অলপ মগ্ন হৈ যাবলৈ সি বাট চাই আছিল। মাষ্টৰৰ নতুন হুকুম শুনি সি মেজৰ তলত সোমাই থকা ভৰি এখন খজুৱাই তলৰ গুঠিখন বিকটাই দিলে; তাৰ পিছত কিতাপৰ জাপৰপৰা পকা-বন্ধা বুৰঞ্জীৰ কিতাপখন উলিয়াই ল'লে। ডাঙৰ ডাঙৰকৈ পঢ়িবলৈ দিলে সি চিঞৰি চিঞৰি পঢ়ে, কাৰণ তাৰ অভিজ্ঞতা আছে, যিমানে জোৰে জোৰে পঢ়ে, সিমানে কম সময় পঢ়িব লাগে।

দিলীপৰ চিঞৰৰ মাজতে মাষ্টৰৰ চকু মুদ খাই আহিল। মেজত কিলা-কুটিৰ ভেজা দি, দুই হাতেৰে চকু দুটা ঢাকি ধৰি তেওঁ মৌন হৈ ৰ'ল। তেওঁৰ বেয়া লাগিছিল। এনেকৈ আৰু কিমান দিন চলিব? চকুৰ আগতে জন্ম হোৱা ল'ৰা দিলীপে কাইলৈ পৰহিলৈ এক্স্ ওৱাই লগোৱা অঙ্ক কৰিব। আজি দুৰ্গৰ খোৱা বস্তুৰ হিছাপ কৰিছে, তেতিয়া বা আকৌ ক'ৰ সাগৰৰ ঢৌ গণাৰ অঙ্ক উলিয়াব; আৰু তেতিয়াও যদি ৰজনী মাষ্টৰ এইখন চকিত বহি থকাৰ ভাগ্য হয়, তেনেহলে বোবা হৈ বহি থাকিব লাগিব; আজিতো হোৱাই নোহোৱাই কিবা একেবাৰ কৈ আছে; তেতিয়ানো পাৰিবনে চাগৈ!

এক্স-লগোৱা অঙ্ক কৰিবলৈ পোৱাৰ আগতেই স্কুল এবা ৰজনী মাষ্টৰ পাঠশালাৰ মাষ্টৰ; সাহিত্য, ছবি অঁকা, হাতৰ আখৰৰ মাষ্টৰ। এবাৰো নমচাকৈ বৰ্ডত ৰজনী মাষ্টৰে ভাটৌ চৰাই আঁকে, কচুপাত-গিলাচতো অত্যন্ত সাধাৰণ কথা। ল'ৰাই থিয় হৈ সাহিত্য পঢ়ি যাওঁতে চকিত বহি চকু মুদি মাষ্টৰে যদি মাজতে মাত লগায়, "কি, কি? আকৌ পঢ়চোন," তেনেহ'লে ল'ৰাই আকৌ পঢ়ি দেখিব যে সঁচাকৈয়ে সি শব্দ এটা এৰি থৈ গৈছিল। হাতৰ আখৰ ভাল কৰিবলৈ ল'ৰাক ৰজনী মাষ্টৰে এচ্যাৰিৰে আঙুলিৰ গাঁঠিত কোবাইছিল; বানান নোৱৰাৰ কাৰণে বহুত ল'ৰাই গাত এচাৰিৰ সাঁচ লৈ ঘৰলৈ উভতি গৈছিল। বহুত ল'ৰাৰ বাপেকে বহুত গধুলি মাষ্টৰক ঘৰত গালি পাৰি গৈছিল; থিয় কৰাই থ'বা, আঁঠু কঢ়াই থ'বা,—সেইবোৰ জানো শাস্তি নহয়? সেই হেন কোব কেইটা মাৰিবৰ সময়ত ল'ৰাকণ কিমানকণ তোমাৰ

চকুত নপৰিলনে? কিবা এটা দোষ কৰিলে শুধৰাই দিবলৈ, কিবা এটা নোৱাৰিলে শিকাই দিবলৈকে তোমাক মাষ্টৰ ৰাখিছে, ল'ৰা ঘূণীয়া কৰিবলৈ ৰখা নাই নহয়! তোমাৰ নিজৰ ল'ৰা হোৱা হ'লে মাৰিলাহেঁতেননে সেই-কেইটা কোৰ?

যিবিলাকে ঘৰলৈ আহি গালি পাৰি যায়, তেওঁলোক অলপ-অচৰপ খঙতে নাহে; আহিলে উগ্ৰমূৰ্ত্তি ধৰি আহে; গালি পাৰিবৰ সময়ত গাত কঁচ নাথাকে; মুখত যি আহে তাকে কয়। ৰজনী মাষ্টৰে ওপৰলৈ চাই নিৰ্বিকাৰ-ভাৱে শুনি যায়, কিন্তু কথাবোৰ শুনি বৰ কষ্ট পাই বেৰৰ সিফালে ভাগ্যৱতীয়ে। প্ৰতিজন মানুহে গালি পাৰি যোৱাৰ পিছত ভাগ্যৱতীয়ে মাষ্টৰক দঢ়াই দঢ়াই বুজায়—লোকৰ ল'ৰা-ছোৱালীৰ গাত কিয় হাত তোলে? কিয় মানুহৰ গৰিহণা খায়?

ৰজনী মাষ্টৰে বহুত ৰাতিলৈকে গুমৰি গুমৰি থাকে। হোঃ! তোমাৰ নিজৰ ল'ৰা হোৱা হ'লে! দৰকাৰ নাই মোৰ তেনেকুৱা গৰু, গাধ ল'ৰাৰ। তেনেকুৱা ল'ৰাৰ বাপেক হোৱাতকৈ মই এতিয়া বহুত সুখত আছোঁ।

অথচ যিবিলাক মানুহে মাষ্টৰক গালি পাৰি যায়, তেওঁলোক সকলোৱে জানে মাষ্টৰৰ ল'ৰা-ছোৱালী নাই।

নোহোৱা নহয়, বিয়াৰ দুবছৰ পিছতে ভাগ্যৱতীৰ ছোৱালী এজনী হৈছিল, কিন্তু তাই পৃথিবীৰ পোহৰত কান্দিবলৈকে নাপালে; নিস্তব্ধ হৈ আছিল, ভাগ্যৱতী-ৰজনী মাষ্টৰ, সহায়-সাৰথি হ'বলৈ অহা ওচৰ-চুবুৰীয়া তিৰোতা সকলোকে নিস্তব্ধ কৰি, পৃথিবীৰ অকণো আহকাল হ'বলৈ নাপাওঁতেই তাই গুচি গ'ল।

তাৰ পিছত আৰু এজনী ছোৱালী। এইজনী ছোৱালীয়ে কিন্তু কান্দো বুলি কান্দিলে। মাজে মাজে অকণমান সময়ত টোপনি, অকণমান নিস্তব্ধতা, তাৰ বাহিৰে কেৱল কান্দোন আৰু কান্দোন! ভাগ্যৱতীয়ে দুৰ্বল হাতখন তাইৰ গালে-মুখে ফুৰাই দিয়াৰ বাহিৰে বিশেষ একো কৰিব নোৱাৰিলে; তাতকৈ বেছি কিবা কৰিবলৈ তেওঁ দেহত শক্তি বিচাৰি পোৱা নাছিল। ছোৱালীজনীক ভূত-প্ৰেত-খেতৰে ধৰিব পাৰে, অপদেৱতাই ভব কৰিব পাৰে; সেইবোৰ আঁতৰাবৰ ব্যৱস্থাও ওচৰ-চুবুৰীয়াই কৰিছিল।

ৰজনী মাষ্টৰৰ গাত কিন্তু তত্ নাছিল। তেওঁৰ ছোৱালীয়ে অন্ততঃ

কান্দিছেতো! "আঃ, কান্দক দিয়াচোন। নাকান্দি তাই কিটো কৰিব! আমি এতিয়া আধা বয়স পালোঁহি, এতিয়াও জানো আমি মনৰ কথা এবাৰ খুলি ক'ব পাৰিছোঁ? জনা-বুজা হৈছোঁ কাৰণে আমি নোকোৱাকৈ থাকিব পাৰিছোঁ, সেইকণ ছোৱালীয়ে সেইবোৰ কি জানে? তাই ক'বতো নাজানেই, নোকোৱাকৈও থাকিব নাজানে। তোমালোকে সেইবোৰ নুবুজা।"

মাষ্টৰে দোকানলৈ চাপলি মেলিলে ছোৱালীজনীৰ ফ্ৰক কিনিবলৈ। দৰ্জিয়ে ক'লে, এগজ কাপোৰেৰে দুটা ফ্ৰক হৈ কাপোৰ থাকিবহে। মাষ্টৰে ক'লে, "এটা বাকী পিছত হ'ব; মোক এতিয়া ফট কৰে এটা চিলাই দিয়া; মই অকণমান ইয়াতে বহিছোঁ।" দৰ্জিৰ কেচি হাত-ভৰি সমানে চলিল। মাষ্টৰে তধা লাগি চাই থাকোঁতেই চকুৰ আগতে অকণমান চোলা এটাই গঢ় ল'লে।

"হে হে হে, চোলাকণ চোৱা!" বুলি মাষ্টৰে দুই হাতৰ আঙুলিৰে চোলাটো বহলাই অকণমান ওপৰলৈ তুলি ধৰি নিজৰ আনন্দত নিজেই হাঁহিলে; তাৰ পিছত তেওঁ লৰা-লৰিকৈ ঘৰলৈ উভতিল। যাবৰ সময়ত কৈ গ'ল, "ইটো চোলা মই এসময়ত লৈ যামহি, তৈয়াৰ কৰি থ'বা।"

মাষ্টৰ আহি ঘৰ পাওঁতে ছোৱালীজনীৰ কান্দোন বন্ধ হৈছিল। তাই যিকণ কান্দিম বুলি আহিছিল, সেইকণ কন্দা শেষ হৈছিল।

মাষ্টৰ ইটো চোলা আনিবলৈ নগ'ল। ভালেমান দিন বাট চাই দৰ্জিয়ে ঘৰতে চোলাটো দি পইছাকেইটা লৈ গ'ল। যিমান দিন থাকিব লাগিছিল, ভাগ্যৱতী তাতকৈ কেইদিনমান বেছি বিছনাত পৰি থাকি পিছত লাহে লাহে উঠিল। কিছু দিনৰ ভিতৰতে মানুহজনী আকৌ সহজ হৈ পৰিল; ঘৰৰ কাম-বনত হাত দিলে। মাষ্টৰো সেই। ইতিমধ্যেযে কিবাকিবি ঘটি গ'ল, কোনেও যেন ক'বই নোৱাৰে। মাষ্টৰে সুবিধা পালেই ভাগ্যৱতীক ডাকৰ বচন ব্যাখ্যা কৰি শুনায়। মাত্ৰ তিনিটা বচন ব্যাখ্যা কৰোঁতেই দেওবাৰৰ গোটেই দুপৰীয়াটো যায়। ভাগ্যৱতীয়ে সময় পালেই মাষ্টৰে খাবলৈ হেঁপাহ কৰি থকা কাহুদি-খৰিচা আদি দুষ্প্ৰাপ্য বস্তুৰ আয়োজন কৰে। তেওঁলোকৰ মাজলৈ দুটা প্ৰাণী আহিযে গুচি গ'ল, তাৰ কথা ভুলতে কোনেও কেতিয়াও উল্লেখ নকৰে। যেন সন্তি-সন্ততিৰ কথা কাৰো মনলৈ এতিয়াও অহাই নাই।

ঘৰত অকলে থকা সময়খিনিত কিন্তু ভাগ্যৱতীৰ বুকুখন কিহবাই খামোচ

মাৰি ধৰা যেন লাগে। চাউলৰ ধান বাছি থকা আঙুলকেইটা তেওঁ ক'ৰ নোৱৰাকৈ বৈ যায়। বহুত দুপৰীয়া তেওঁৰ চকুযোৰ সেমেকি উঠে। কেৱল এটা কথাই তেওঁক খুলি খুলি খায়—তেওঁৰ দোষতেই মানুহটোৰ মনটো ভিতৰি ভিতৰি মৰি গৈছে। কি যন্ত্ৰণাত মাষ্টৰৰ বয়সৰ মানুহে হঠাতে ডাকৰ বচন পঢ়ি ৰস পায়, ভাগ্যৱতীয়ে বুজে।

ল'ৰাক সাহিত্য পঢ়িবলৈ দি স্কুলৰ চকিত বহি আঙুলিৰে চকু ঢাকি মাষ্টৰে ভাবে, নিজৰতো একো নাছিল, আৰু একোৰে আশাও নাই—লগতে এতিয়া মানুহ এজনীৰ জীৱনৰ আশা-আকাঙ্ক্ষা সকলো তেওঁ নষ্ট কৰিলে। একুৰা জ্বলা জুই বুকুত লৈ মানুহজনী সম্পূৰ্ণ ধীৰ, স্থিৰ, শান্ত হৈ থাকে। আৰু ভাগ্যৱতীৰ এই শান্ত ভাবটোৱেই মাষ্টৰক অস্থিৰ কৰি তোলে। মাজে মাজে মাষ্টৰৰ ভয় লাগি যায়।

ভাগ্যৱতীয়ে নজনাকৈ ৰজনী মাষ্টৰে কাৰোবাক কাৰোবাক পৰামৰ্শ সোধে। অৱশেষে—ঘৰৰ চৌহদৰ ভিতৰত নাৰিকল পুলি ৰুবা; বাটৰ কাষত আঁহত গছৰ পুলি ৰুই দিবা—এই জাতীয় পৰামৰ্শতকৈ বেছি কিবা দিব পৰা কোনো মাষ্টৰে হাতেৰে ঢুকি পোৱাত নাছিল। তেওঁলোকৰ কথা মাষ্টৰে লগে লগে ৰাখিলে। বাটলৈ ওলোৱা-সোমোৱা বাটৰ দুয়োকাষে তেওঁ দুটা নাৰিকল পুলি ৰুলে; সাতথন গাঁৱৰ মানুহ ছহৰলৈ অহা-যোৱা কৰা বাটৰ কাষত লহপহীয়া আঁহত পুলি এটা ৰুই মজবুত জেওৰা এখনেৰে বেৰি দি আহিল; ভাগ্যৱতীক এইবোৰৰ একো ব্যাখ্যা নকৰিলে।

কিছু দিনৰ পিছত ভাগ্যৱতীয়ে তৃতীয় কেঁচুৱাটোৰ জন্ম দিলে; এইবাৰো আৰু কেইঘণ্টামান থাকি ছোৱালীজনী ঢুকাল।

মাষ্টৰে দুথাপ মাৰি দুইটা নাৰিকল-পুলি শেষ কৰি দিব খুজিছিল; আঁহত-পুলিৰ জেওৰাখন ভাঙি আনি চৌকাত জাপি দিয়াৰ মন কৰিছিল; কিন্তু তেওঁৰ প্ৰয়োজন হ'ল অশেষ ধৈৰ্যৰ; কাৰণ এইবাৰ স্বয়ং ভাগ্যৱতীক লৈ ভালেমান দিন টনা-আজোৰা চলিল।

তাৰ কিছুদিনৰ পিছতে ৰজনী মাষ্টৰৰ চাকৰিটো গ'ল। তেওঁ ভাবিছিল, তেওঁ আগত নাথাকিলে যি কোনো মুহূৰ্তত ভাগ্যৱতী পাগলী হৈ যাব পাৰে। স্কুলৰ ছেক্ৰেটেৰীক মাষ্টৰে দুমাহৰ ছুটী খুজিলে। ছেক্ৰেটেৰীয়ে তেওঁক একেবাৰে বিদায় দিলে। পিঠিত দাগ লৈ যোৱা ল'ৰাৰ

বাপেকইতৰ ক্ৰমবৰ্ধমান আপত্তিৰ গণ্ডগোলে ছেক্ৰেটেৰীৰ কাণ থকা-সৰকা কৰিছিল।

ছেক্ৰেটেৰীৰ আগত ৰজনী মাষ্টৰে তলমূৰ ওপৰ কৰা নাছিল; বাটলৈ ওলাই আহি মূৰ তুলি ইফালে-সিফালে চালে। এতিয়া উপায়? দুটা পেটৰ চিন্তা। সাঁচতীয়া পইছাৰ নামত এটা ফুটা-কড়ি নাই। নগদ পইছা নহ'লে এমুঠি চাউল ঘৰ সোমোৱাৰ সংস্থান নাই; থকাৰ ভিতৰত ছহৰৰ ভিতৰতে এটুকুৰা মাটি আছে—দূৰদৰ্শী বাপেকে কিনি থৈ যোৱা। বাপেকে চাগৈ ভাবিছিল—সময়ত এজাক নাতি-পুতিয়ে একেটা ঘৰতে ঠেলা-হেঁচা কৰি উশাহ ল'ব নোৱৰা কৰিব; তেতিয়ালৈ এইবোৰ মাটিৰ দাম সোণৰ দামৰ সমান হ'ব; গতিকেই কিনি থোৱা ভাল।

মাষ্টৰে সাদিনৰ ভিতৰত মাটিডোখৰ বেচি এক বাণ্ডিল নোট হাত-বাকচৰ তলিত সুমুৱাই থৈ দিলেহি। লগতে তেওঁ ভাবি থ'লে, এইখিনি টকা ঢুকালে বয়স আৰু অলপ ভাটী দিলে, থকা মাটিডোখৰো বেচি দিব পাৰিব; কোনো চিন্তা নাই।

ভাগ্যৱতীয়ে ভাবিছিল, তেওঁৰ অসুখৰ কাৰণে মাষ্টৰে ছুটী লৈছে, কিন্তু এদিন গধূলি মাষ্টৰে একেথৰে তললৈ চাই থাকি ক'লে, "নিও বুলিয়েই তেখেতসকলে মোৰ এধাৰ-বছৰীয়া চাকৰিটো কাঢ়ি নিলে। কিয় নিলে, তাকো মোক নক'লে। অকণ অকণ ল'ৰা-আকৰ লগতে দিনটো চিঞৰি-বাখৰি আছিলোঁ, এতিয়া বাৰু মই কি কৰি সময়কণ কটাওঁ?" কথাখিনি কৈ মাষ্টৰে মূৰ তুলি ভাগ্যৱতীৰ মুখলৈ চায়েই ভিতৰি ভিতৰি উচপ্ খাই উঠিল; লৰা-লৰিকৈ তেওঁ নিজৰ মনটো যেন এবাৰ জোঁকাৰি ল'লে, তাৰ পিছত তেওঁ হাঁহিবলৈ ধৰিলে, "সিহঁতক খং উঠিলে দুচাট-এচাট মাৰোঁ, সেই কাৰণে তেখেতসকলে মোক এইটো কোৱ মাৰিলে বুইছা? বাৰু, তইতক জানিবা মই দুচাট মাৰিলোঁৱেই। সেইকেইটা দাগ ডাঙৰ হ'লে তইতৰ পিঠিত লাগি থাকিবনে? থাকিব নে নাথাকে তাৰ প্ৰমাণ চাবলৈকে বাৰু তইত ডাঙৰ হচোন! আৰু এটা কথা; সিহঁত সৰু ল'ৰা, ইমানবোৰ কথা সিহঁতে নুবুজে; কিন্তু সিহঁতৰ দেউতাকহঁতেতো বুজিব লাগিছিল! মইযে সিহঁতক মুনীয়া কৰিবলৈ মাৰ-পিট কৰা নাছিলোঁ, এই কথাটো বুজিবলৈ এজন মানুহো নাছিলনে?"

আছিল। চাকৰি যোৱাৰ বহুত দিনৰ পিছত চিন্তামণি হাজৰিকাই ৰজনী মাষ্টৰক মতাই নিলে ; হাজৰিকা-পত্নী সুৰমায়াই ক'লে, "দুবছৰমান ঘৰতে পঢ়ুৱাই বাবুলক হাই স্কুলত নাম লগাই দিয়া কথা ভাবিছোঁ ; আপুনি যদি গধূলি গধূলি অকণমান দেখুৱাই শুনাই দিয়ে…।"

মাষ্টৰে হাঁহি পেলালে। এই দিনটোৰ কাৰণেই যেন তেওঁ আজি ইমান দিনে উন্মুখ হৈ বহি আছিল। হাজৰিকাই ক'লে, "কিন্তু মাষ্টৰ, চাব এটা কথা এতিয়াই কৈ থওঁ ; ল'ৰা দেখিবহে ফুটকলি, এক নম্বৰ বদমাচ্। লিখিব লাগে বুলি চিলট ভাঙিবলৈ শিকিলেই। দুচাট-এচাট নিদিলে তাক ঠিক কৰা টান হ'ব। মোৰতো মুখেই বন্ধ ; এইফালে গাত টোপকে পৰিবলৈ নিদিয়ে।" হাজৰিকাই সুৰমায়াৰ প্ৰতি ভ্ৰূকুটি কৰিলে।

কথাযাৰৰ ৰসকণ উপলব্ধি কৰাৰ কাৰণে মাষ্টৰে মৰা হাঁহিটো সেমেকি গ'ল ; তেওঁ ভাবিলে—কেৱল দুচাট-এচাট মৰাৰ কাৰণেই হাজৰিকাই তেওঁক মাতিলেনেকি ?

স্কুলৰ এজাক ল'ৰাৰ লগত খৰচ কৰা শক্তি মাষ্টৰে অকল বাবুলৰ ওপৰতে জাপি দিলে। প্ৰতি গধূলি চিন্তামণি আৰু সুৰমায়াৰ মুখলৈ চাই হাঁহি এটা মাৰি মাষ্টৰ কাঠৰ চকিখনত বহে আৰু প্ৰতি ৰাতি বাবুলক সুৰমায়াই ভাত খাবলৈ মাতি নিয়াৰ পিছত এটা অদ্ভুত ভংগিৰে তেওঁ ঘৰলৈ ওভতে। ভাগ্যৱতীয়েও তেতিয়া বাঙি-বাটি চাই থাকে।

এবছৰমান যোৱাৰ পিছত, যেতিয়া বাবুলে উল্কাপাত, কৰুণী আদি শব্দ থকা শ্ৰুতলিপি লিখিব পৰা হ'ল, তেতিয়া এনিশা হঠাতে মাষ্টৰে গম পালে—ভাগ্যৱতীয়ে আৰু এবাৰ বাট চাই আছে। মাষ্টৰ শিয়ঁৰি উঠিল। কিয় তেওঁ এই ভুল কৰিলে, তাৰ কাৰণ বিচাৰি তেওঁ অস্থিৰ হৈ উঠিল।

পিছদিনা দিনৰ পোহৰত কাম-বন কৰি ফুৰা ভাগ্যৱতীলৈ মনে মনে চাই মাষ্টৰৰ ভয় লাগি গ'ল। মাক হোৱাৰ সকলো যন্ত্ৰণা আদৰি ল'বলৈ যেতিয়া ভাগ্যৱতী হাঁহিমুখে বাট চাই আছিল, কঁঠাল কাঠৰ শিল যেন গধুৰ দুজনীয়া খাটখন এঠাইৰপৰা আইন ঠাইলৈ নিবৰ সময়ত এমূৰে মাষ্টৰে ধৰিলে, আনমূৰে ভাগ্যৱতীয়ে হেলাৰঙে ধৰিব পাৰিছিল. সেই দিনত এটাৰ পিছত এটা অভিশাপে গছকি মানুহজনীৰ দেহ-মন মাটিৰ লগত মিলাই থৈ গ'ল। চাবোন-পানীৰে পিছলাই-পিছলাই সুমুওৱা খাৰু আজি-কালি

ভাগ্যৱতীৰ হাতৰপৰা হাত ধুবৰ সময়ত আপুনিয়ে ওলাই আহিব খোজে। এইজনী মানুহে এতিয়া নিজৰ দেহৰ খুৰাই আলহী পুহিব ? আৰু যদিওবা পোহে, শেষ পৰ্যন্ত আৰু এটা মৰ্মান্তিক আঘাতৰ বাহিৰে জানো নতুন কিবা পাব ? এটা দুটাকৈ তিনিটা অভিজ্ঞতাৰ জুইক ঢাকিবলৈ আজিলৈকে যিমানে চেষ্টা কৰিছে, সিমানেই মাষ্টৰে নিজকে বেছিকৈ পুৰিছে ; যিমানেই সকলো পাহৰি গ'লোঁ বুলি নিজকে প্ৰৱঞ্চনা কৰাৰ চেষ্টা কৰিছে সিমানেই তেওঁৰ বেছিকৈ মনত পৰিছে, কেনেকৈ তিনিটা সন্তান আহিছিল, কেনেকৈ গুচি গ'ল। যি জুৱা খেলি সৰ্বস্বান্ত হ'ল, তেওঁ কেইবাৰ হাৰিছিল, তাৰ হিছাপ কৰা নিৰৰ্থক। ৰজনী মাষ্টৰে হয়তো এতিয়াও নিচিনাকৈয়ে, নিৰ্বাক-নিস্পন্দ হৈ আৰু এটা দুৰ্যোগক চেৰাই যাবলৈ দিব ; কিন্তু এই জীৰ্ণ মানুহজনীয়ে সহিব পাৰিব জানো ? মানুহজনী হয়তো এইবাৰ পগলা হৈ যাব। ৰজনী মাষ্টৰে চটফটাবলৈ ধৰিলে। ভাগ্যৱতীৰ জীৱনত যৌৱনৰ ৰংকণ লাগি আছে ওথ গছৰ আগৰ বান্ধনি বেলিৰ ৰ'দৰ নিচিনাকৈ ; এই সন্ধিক্ষণত মানুহজনীক তেওঁ বলিশাললৈ আগুৱাই দিবলৈ পালে কেনেকৈ ?

সেইদিনা গধূলি বাবুলক পঢ়াবলৈ গৈ, চিন্তামণি, সুৰমায়া আৰু বাবুলৰ হাঁহিমুখ দেখি হঠাতে মাষ্টৰৰ খোকোজা লাগিল। আজিলৈকে এটা দিনো যোৱা নাই যিদিনা মাষ্টৰে তেওঁলোকৰ হাঁহিমুখ দেখা নাই, আৰু তেওঁ আজিলৈকে ভাবি আহিছে, প্ৰতি দিনাই তেওঁ, তেওঁলোকৰ সান্নিধ্য উপভোগ কৰি আনন্দিত হৈছে ; কিন্তু আজি হঠাতে তেওঁৰ এনেকুৱা লাগিল যেন এই তিনিটা প্ৰাণীৰ হাঁহিয়েই তেওঁক ইমান উতলা কৰিব পাৰে যে তাৰ ফলত কিছু দিনৰ পিছত এজনী মানুহ বলিয়া হৈ যাব। আচৰিত কথা !

কিন্তু আচৰিত কথা, ঠিক সময়ত ভাগ্যৱতীৰ এজনী ছোৱালী হ'ল। তাই কান্দিলে, মনে মনে থাকিল, আকৌ কান্দিলে, শুলে, সাৰ পালে। এদিন গ'ল ; দুদিন গ'ল। এটা তীব্ৰ উত্তেজনা আৰু আশঙ্কা বুকুত বান্ধি ৰজনী মাষ্টৰে মুহূৰ্ত গণি গ'ল। ভয়ে ভয়ে, সন্তৰ্পণে, চোৰৰ নিচিনাকৈ তেওঁ ভাগ্যৱতী থকা কোঠালিটোৰ দুৱাৰ-মুখত থিয় হৈ গম লয়। তাৰ পিছত মনে মনে ভুমুকি মাৰি চাই দেখে, আচৰিত কথা, ভাগ্যৱতীৰ বুকুৰ কাষত ছোৱালীজনীয়ে হাত-ভৰি জোঁকাৰি আছে।

সেই তাহানিয়েই চিলোৱাই অনা চোলা দুটাৰ এটা বাকচৰ তলিৰপৰা উলিয়াই ছোৱালীজনীৰ গাত সুমুৱাই দিয়াৰ সময়ত ভাগ্যৱতীৰো হাতখন থৰক-বৰক কৰিছিল।

আৰু আচৰিত কথা, এগজ কাপোৰেৰে চিলোৱা সেই দুটা চোলা পুৰণি হৈ গ'ল; তাৰ ঠাইত এটা-দুটাকৈ বহুতো জোখৰ বহুত ফ্ৰক আহিল, সেইবোৰো ফাটিল; আৰু সৌ সিদিনা ৰজনী মাষ্টৰে জীয়েকলৈ তিনিগজ কাপোৰ আনোতে ভাগ্যৱতীয়ে ক'লে, "তাইলৈ আৰু ফ্ৰক নালাগে; এইটো নাফাটোঁতেই অইন কাপোৰৰ দিহা কৰিব লাগিব।"

মাষ্টৰৰ জীয়েকৰ নাম হ'ল নিশা। নামটো দিলে সুৰমায়াই। ভাগ্যৱতীৰ ছোৱালীজনী হোৱাৰ মাত্ৰ কুৰি দিনমানৰ আগতে সুৰমায়াৰো এজনী ছোৱালী হৈছিল; দুয়োজনীৰে জন্ম হৈছিল ৰাতি, ৰাশি-চক্ৰ চোৱাই চিন্তামণিয়ে জীয়েকৰ নাম থ'লে জোনালী। ৰজনী মাষ্টৰৰ চোওৱা-চিঁতোৱা কৰিবলৈ নাছিল। সুৰমায়াই ক'লে, দুইজনীৰে একে ৰাশি চাগে, গতিকে তাইৰ নাম নিশা হওক, দুইটা নাম মিলি এটা কথা হ'ব—জোনালী নিশা। নামটো লৈ চিন্তা কৰিবলৈ আহৰি মাষ্টৰৰো নাছিল, ভাগ্যৱতীৰো নাছিল। নামনো কি, এটা হ'লেই হ'ল। নতুন নতুন নাম মাষ্টৰৰ মগজলৈ নাহে। তেওঁৰ ভাল লাগিছিল কেৱল এটা নাম, সেইটো কেতিয়াবাই মাক-বাপেকে ভাগ্যৱতীক দিলে। তদুপৰি ছোৱালীজনীৰ কাৰণে দিয়া কাৰো কথা মাষ্টৰ আৰু ভাগ্যৱতীয়ে পেলোৱা নাই, কোনোবাই কৈছে—কঁকালত অমুক মাদুলিটো আঁৰ, আঁৰিছে; কোনোবাই কৈছে, ডিঙিত বাঘ-নখ এটা ওলোমাই দে, দিছে। গতিকে সুৰমায়াৰ সোণ-ৰূপৰ মুখেদি যিটো নাম ওলাইছে, ছোৱালীৰ সেইটোৱেই নাম—নিশা।

নিশাৰ কাৰণে ৰজনী মাষ্টৰৰ জীৱনত উথল-মাথল লাগিল। মাটি-বেচা পইছা টুকাই গ'ল, চিন্তামণি হাজৰিকাই দিয়া পইছাৰে এসপ্তাহ থাবলৈ আটে। আকৌ মাটি বেচাৰ কথা ভাবিলেই মাষ্টৰ জিকাৰ থাই উঠে। সেই মাটিডোখৰ কি কুক্ষণত তেওঁ বেচি পেলালে! তাৰ সলনি আৰু কেইটামান ল'ৰা পঢ়াবলৈ গোটাই লোৱা হ'লে! বহুত দিনৰ মূৰত ৰজনী মাষ্টৰৰ পাঠশালা স্কুলৰ ছেক্ৰেটেৰীৰ ওপৰত জুই যেন খং উঠিল। এই খং সেইদিনা তেওঁৰ চাকৰিটো কাঢ়ি নিবৰ সময়ত উঠা হ'লে বোধ হয়

ছেক্ৰেটেৰীয়ে গম পাই গ'লহেঁতেন মাষ্টৰে ল'ৰা কিয় পিটে, কেনেকৈ পিটে !

ঘূৰি ঘূৰি মাষ্টৰে যোগাৰ কৰিলে এটা টিউশ্যন ; চাবি ঘৰ মাৰোৱাৰীৰ ল'ৰা-ছোৱালী একে ঠাইতে গোটাই লৈ অসমীয়া শিকাব লাগে। পিছত যেতিয়া আৰু কেইঘৰমানে ল'ৰা-ছোৱালী পঠিয়াবলৈ লোৱাত টিউশ্যন ক্লাছটো অকণমাণ স্কুল এটাৰ নিচিনাই হ'ল, তেতিয়া মাষ্টৰে অলপ উশাহ পালে।

আৰু থাকিল চিন্তামণি হাজৰিকাৰ ঘৰৰ টিউশ্যনটো। বাবুল সময়ত ৰজনী মাষ্টৰে ঢুকি পোৱাৰ বাহিৰ হৈ গ'ল, থাকিল জোনালী। কিন্তু ছোৱালী পঢ়োৱাত মাষ্টৰৰ তিলমানো আগ্ৰহ নাই। পঢ়ালে নিশাকো পঢ়াব লাগে। নিশালৈ তেওঁ কিতাপ-বহী কিনিছে, মাহে মাহে মাছুল দিছে, জোনালীৰ লগতে তাই স্কুললৈ গৈছে, আহিছে ; তাৰ বাহিৰে তাৰ খবৰ ল'বলৈ তেওঁ সময় নাপায়।

মাষ্টৰৰ কপাল ভাল। জোনালীতকৈ দুবছৰৰ সৰু দিলীপৰ কাৰণে তেওঁ কাঠৰ চকিখনৰপৰা উঠিব লগীয়া নহ'ল।

কিন্তু এইখন মেজতে নেওতা মুখস্থ কৰা দিলীপে আজি দুৰ্গৰ অঙ্ক উলিয়াইছে। মাষ্টৰে বুজিলে দিলীপো তেওঁৰ ক্ষমতাৰ বাহিৰলৈ ওলাই গুচি গ'ল ; যি কোনো দিনা এইখন ঘৰত তেওঁৰ বিদ্যাৰ প্ৰয়োজন শেষ হৈ যাব, অথচ নিশাৰ কাৰণে তেওঁৰ কৰ্তব্য শেষ হ'বলৈ আৰু বহুত দিন বাকী।

অৱশ্যে চিন্তামণি হাজৰিকাই দিয়া পইছাকেইটাৰ শোধ যিমান বেছিকৈ দিব পৰা যায়, মাষ্টৰে তাৰ চেষ্টা সদায় কৰিছিল। দিলীপে কৰিবলৈ দিয়া অঙ্ককেইটাত কাঠ-পেঞ্চিলৰ দাগ একোটা দি পাটীগণিতখন তেওঁ ঘৰলৈ লৈ আহে। একালত তেওঁৰে ছাত্ৰ প্ৰভাকৰৰ ভায়েক দিবাকৰ পঢ়া-শুনাত বৰ চোকা বুলি সকলোৰে মুখে মুখে। দিবাকৰক মাতি আনি মাষ্টৰে কয়, "এই অঙ্ককেইটা কাগজ এখনত কৰি দিবানে, বোপা ? বুজিব পৰাকৈ অলপ বহলাই কৰিবা।" দিবাকৰে কৰি দিয়ে।

চিন্তামণি হাজৰিকাই কিন্তু মাষ্টৰে গধূলি যি পঢ়াইছে ঘৰত তাকে পঢ়া ল'ৰা-ছোৱালীৰ নিজৰ কাম। তেওঁক লাগে ৰজনী মাষ্টৰৰ উপস্থিতিটো ; ইমান দিনে তেওঁ দেখি আহিছে, ল'ৰা-ছোৱালীকেইটাই মানুহটোক মানে। ৰজনী মাষ্টৰ সোমালে দিলীপৰ কথাই নাই, ক্লাছ টেনৰ বাবুলো

পঢ়া-মেজলৈ যায়। সেইটোহে লাগে, তদুপৰি মানুহটো একেবাৰে ঘৰৰ মানুহৰ নিচিনা হৈ পৰিছে; এই মানুহটোক দিয়া পইছাকেইটাৰ কাৰণে চিন্তামণি হাজৰিকাৰ কোনো দিনাই অভাৱ নহ'ব।

ৰজনী মাষ্টৰ, ভাগ্যৱতী, আন-কি নিশায়ো বুজে, জোনালীহঁতৰ ঘৰৰ মানুহবোৰ আপোন মানুহৰ নিচিনা। এদিনাখন চাকৰিটো যাব বুলি বেয়া লাগিলেও মাষ্টৰে এইখন ঘৰত তেওঁৰ কৰ্তব্যটোক সহজভাৱে লৈছে। শিৱাজী শত্ৰুৰ হাতৰপৰা কি কৌশলেৰে পলাল, দিলীপক সেই গল্প কওঁতে চান্দ সদাগৰৰ মেৰঘৰত সাপভাল কি বুদ্ধিৰে সোমাল সেই বিষয়ে ৰজনী মাষ্টৰে বিনা দ্বিধায় কৈ যাব পাৰে। তাৰ পিছত তেওঁ কৈ যাব এবাৰ সাপে খোঁটা মানুহ এটাক চাৰি আলিত শুৱাই লৈ বেজে কেনেকৈ তিনি দিনলৈকে জাৰি আছিল। শেষৰ ফালে সুৰমায়ায়ো ওচৰত থিয় হৈ শুনি থাকিবহি। ঘৰলৈ উভতিবৰ সময়ত সুৰমায়াই হয়তো ক'ব, "কাইলৈ নিশাক লৈ আহিব; ইয়াতে ভাত খাব।" আৰু পিছদিনা নিশা আহিলে সুৰমায়াই তাইক কাগজেৰে মেৰিওৱা টোপোলা এটা দিব, নতুন ফ্ৰক এটা।

জোনালীয়েও মাষ্টৰক পইছা দিয়ে, বেজী-সূতা, ৰবৰ-পেঞ্চিল আনিবলৈ। গধূলি সেইবোৰ বস্তু জোনালীৰ হাতত দি মাষ্টৰে তাইৰ মেজৰ বস্তুবোৰ লিৰিকি-বিদাৰি চায়, স্নোৰ বটল এটাৰ ঢাকনিখন খুলি কয়, "এইটো দেখোন শেষেই হ'ল।"

"হয়, সেইটো ঢুকাইছে, কালি মাই নতুন এটা অনাইছে।" জোনালীয়ে কয়।

খবৰটো মাষ্টৰৰ কাৰণে বৰ উৎসাহজনক। "অ, হয়নেকি?" বুলি কৈ তেওঁ অলপ ঠোঁটা-মোজা লগায়; তাৰ পিছত সোধোঁ-নোসোধোঁকৈ সোধে, "তেনেহ'লে এইটো তইঁতক নালাগেনেকি?"

নালাগে। আধাকৈ কম থকা স্নোৰ বটলটো চোলাৰ জেপত ভৰাই মাষ্টৰে ঘৰলৈ লৈ যায়, নি ভাগ্যৱতীক দিয়েগৈ, ভাগ্যৱতীয়ে নিশাৰ চকুত পৰাকৈ থৈ দিয়ে।

নিশাই ভাল পায়। তাইৰ বয়সে ভিতৰৰপৰা অকণ অকণকৈ ৰং সানি আনিছে, বাহিৰৰপৰা কেৱল অকণমান ৰং দিব পাৰিলেই তাইৰ ভাল লাগে। অন্ততঃ ক্লাছৰ ছোৱালীবোৰৰ মাজত ভাল লাগি থাকে। ক্লাছ চেম্ভেনৰ

ছোৱালী, কিন্তু সকলোৱে জানে, নিশাই ক'ব মো ঘঁহে, কেৱল সকলোৱে জানে বুলি নিশাইহে নাজানে। তাইৰ মাজে মাজে অৱশ্যে সন্দেহ হয়, জোনালীয়ে যদি লগৰ ছোৱালীক কৈ দিয়ে! ক'ব জানো? নকয় চাগৈ। ক'লেতো তাই কিমান কথা কৈ দিব পাৰে—নিশাই সিহঁতৰ ঘৰত ভাত খায়, জোনালীৰ মাকে নিশাক কিমান কি দিয়ে। নিশ্চয় নকয়। জোনালীয়ে তাইক সকলোতকৈ বেছি ভাল পায়। কিমান ৰাতি তাই নিশাক ভাত খোৱাৰ পিছত তাইৰ লগতে জোৰকৈ শুৱাই ৰাখিছে। ওচৰৰ মৃণাল দাদাইতৰ লগত টকি চাবলৈ যাওঁতে কিমান দিন তাই নিশাক ঘৰৰপৰা লৈ গৈছে।

তাৰ পিছত লাহে লাহে ভাগ্যৱতীয়ে উৎকণ্ঠাৰে বাট চাবলৈ ধৰিলে, কিমান পৰত জোনালী-বাবুল-মৃণালহঁতে নিশাক ঘৰত থৈ যায়হি। নিজৰ গাভৰু জীয়েকৰ কাৰণে চিন্তিত হৈ বাট চাই থাকোঁতে ভাগ্যৱতীয়ে এটা অদ্ভুত উত্তেজনা অনুভৱ কৰে। তেওঁৰ যেন মাজে মাজে বিশ্বাসেই নহয় যে তেওঁৰ জীয়েক গাভৰু হ'লহি।

হ'লহি কিন্তু সঁচা। সৰুৰেপৰা অত্যন্ত দুৰ্বল স্বাস্থ্যেৰে ভাগ্যৱতীক প্ৰতি মুহূৰ্তে সন্ত্ৰস্ত কৰি ৰাখি এসময়ত নিশাই তেওঁক অবাক কৰি দিলে। ভাগ্যৱতীৰ উৎসুক দৃষ্টিৰ আগতে নিশাক বয়সে যিমান যি দিব লাগে দি থৈ গুচি গ'ল। আৰু বিহ্বল মাকে জীয়েকক দিলে এডাল জাৰ্মান ছিলভাৰৰ নেকলেচ, এজোকা চিচাৰ খাৰু, আৰু এজোৰ সোণৰ ৰিং। এইসোপা অলঙ্কাৰ পিন্ধি নিশা চকুৰ আগত থিয় হৈ থাকিলেও ভাগ্যৱতীৰ কেতিয়াবা এনেকুৱা লাগে যেন এই গোটেই ঘটনাটোৱেই এটা অদ্ভুত মায়া। নিশা যেন ভগৱানৰ এটা ওপৰঞ্চি দান। আৰু নিশা স্কুললৈ বা ইফালে-সিফালে ওলাই গ'লে ভাগ্যৱতীয়ে ইচাট-বিচাট কৰি থাকে; মাজে মাজে হঠাতে তেওঁ আতঙ্কিত হৈ উঠে;—এই যেন সাগৰ শুকাই গ'ল, মাণিক লুকাই গ'ল!

আৰু ইমানবিলাক নতুন আভৰণ নিজৰ ভিতৰতে আৱিষ্কাৰ কৰি নিশাই এটা মধুৰ অস্বস্তি অনুভৱ কৰিলে। বাট, স্কুল, ঘৰ—আটাইবোৰ তাইৰ নতুন নতুন লাগিল। বাটত তাই কিয় হঠাতে তলমূৰকৈ খোজ কাঢ়িবলৈ ল'লে, তাই নিজেই ক'ব নোৱাৰিলে; আৰু মূৰ তুলিলেই যিটো মানুহকে দেখে,

সেই মানুহটোকে অদ্ভুত যেন লাগে কিয়, তাকো ভাবি নাপালে। সিহঁতৰ ঘৰৰপৰা দেখি থকা তক বাইদেউহঁতৰ পৰ্টিক'ত বহি অজয় ডাক্তৰৰ লগত বাইদেৱে কি কথা পাতি থাকে জানিবলৈ তাইৰ মনটোৱে উচপিচাই থাকে: মনে মনে গৈ আঁৰৰপৰা শুনি আহিবলৈ মন যায়। পিছদিনা ওচৰৰপৰা তক বাইদেউক দেখিলে তাই অবাক হৈ চাই থাকে;—ইমান ধুনীয়াকৈ কালি বাইদেৱে ডাক্তৰৰ লগত কথা পাতি আছিল।

স্কুললৈ যোৱা বাটত সিহঁতকৈ বেগাই খোজ-কঢ়া স্কুল-কলেজৰ ল'ৰাবোৰে দল পাতি পাতি সিহঁতক পাছ পেলাই যোৱাৰ সময়ত নিশাৰ উশাহ-নিশাহ বন্ধ হৈ যোৱা যেন লাগে। পাছফালৰপৰা ল'ৰাবোৰৰ কথা-বতৰাৰ শব্দবোৰ ওচৰ চাপি অহাৰ লগে লগে নিশাইতে নিজৰ কথা বন্ধ কৰে; বাটৰ অলপ কাষলৈ চাপি যায়; এই ল'ৰাবোৰ একেবাৰে ওচৰ পালেহি, এই সিহঁতৰ সমান সমান হ'ল, এই আগ বাঢ়ি গুচি গ'ল। এইকণ সময় নিশাই নিজৰ ভৰিৰ দুহাতমান আগৰ মাটিলৈ চাই খোজ কাঢ়ে। কিন্তু খোজ কাঢ়োঁতে হোৱা স্কুলীয়া ল'ৰাৰ জেপৰ অলপীয়া পইছাৰ জুন্‌জুন্ শব্দটোও তাইৰ কাণত দহজনী নাচনীৰ ভৰিৰ জুনুকাৰ শব্দৰ সমান হৈ সোমায়! ল'ৰাবোৰে পাতি যোৱা প্ৰতিষাৰ কথা যেন তাইৰ কাণ দুখনে প্ৰাণপণে শুহি লয়। কিযে কয় ল'ৰাবোৰে! ইহঁতৰ কথা বৰ পাক লগা; যিটো কয় তাৰ অৰ্থ চাগৈ নিশ্চয় অইন কিবা এটা।

এইকণ সময় নিশাৰ বৰ ভাল লাগে। কিন্তু অলপমান দূৰ গৈয়েই যেতিয়া মাৰোৱাৰীৰ ঘৰত ল'ৰা পঢ়াই শেষ কৰি উভতি অহা দেউতাকক দেখা পায়, তেতিয়া তাইৰ বৰ বেয়া লাগে। যদি তাই দলটোৰ কিনাৰে কিনাৰে গৈ আছিল, তেনেহলে কোনোবা এজনীক কিবা এটা কোৱাৰ ছলেৰে মাজলৈ সোমাই আহে। দেউতাক পাৰ হৈ নোযোৱালৈকে সেইকণ সময় তাই আনবোৰ ছোৱালীৰ মাজত লুকাই যাব খোজে। তাইৰ ভয় লাগে। দেউতাক যিহে মানুহ, পাৰে যদি আটাইবোৰ ছোৱালীৰ আগতে তাইক সুধি দিব, ভাত খাই আহিছ নে নাই?

দেউতাকে অৱশ্যে আজিলৈকে তাইক বাটত মতা নাই। কিন্তু তথাপিও তাইৰ খং উঠে। দেউতা অকণমান পিছত ঘৰলৈ উভতিব নোৱাৰেনেকি? মাক ক'ব লাগিব।

নিশাই মাকক একো ক'ব লগীয়া নহ'ল ; ৰজনী মাষ্টৰে নিজে এদিন বাটৰপৰা আঁতৰি দিলে। মাৰোৱাৰী ঘৰৰপৰা ওলাই বাটত ভৰি দিয়েই মাষ্টৰে সদায় দেখে জাক জাক ল'ৰা, জাক জাক ছোৱালী। চকুৰে মনিব পৰাকৈকে তেওঁ ছোৱালীৰ জুমবিলাক তন্ন-তন্নকৈ চায়, কোনটো জুমত নিশা আহিছে। যেতিয়া জোনালীহঁতৰ মাজত নিশাক দেখে, তেতিয়া তেওঁ দূৰৰ-পৰাই অকণমান সময় তাইক চায়, অকলে অকলে নিজে ক'ব নোৱৰাকৈ অকণমান হাঁহে—এজাক ছোৱালীৰ লগত নিশা মিলি গৈছে, কাৰো লগত অকণো অমিল নাই। তেওঁৰ নিজৰেই ভুল হ'ব খোজে, সেইজনীনো তেওঁৰ ছোৱালীনে ? অইন কাৰ সাধ্য ক'বলৈ—সেইজনী ছোৱালীৰ বাপেকে এয়া মাৰোৱাৰীৰ ঘৰৰপৰা এমাহৰ দৰমহা ত্ৰিশ টকা জেপত লৈ ঘৰলৈ উভতিছে !

নিশাহঁত ওচৰ পালেহি মাষ্টৰে কেতিয়াবা মনটো ৰাখিব নোৱাৰিলে সাউৎকৈ এবাৰ চকু ঘূৰাই তাইক চায় ; মূৰ তুলি চাবলৈ তেওঁৰ লাজ লাগে। ঘৰ পায়েই মাষ্টৰে ভাগ্যৱতীক সোধে, "তাই ভাত খাই গৈছেনে ? কিয় গৰম ভাত তেতিয়া নহ'ল হ'বলা ? বাৰু বাৰু, ঠিক আছে, আধা ঘণ্টা ছুটীত আহিব নহয়, ঠিক আছে।" তাৰ পিছত মাষ্টৰে মূৰ জোঁকাৰি জোঁকাৰি হাঁহে, কয়, "তাইক তুমি বাটত দেখিব লাগিছিল, তেহে ! ইমানবোৰ ডাঙৰ ডাঙৰ মানুহৰ ছোৱালীৰ মাজত তোমাৰ ঠাণ্ডা ভাত খাই যোৱা ছোৱালীক চিনিকে নাপাবা।"

ভাগ্যৱতীয়ে ৰাতিপুৱা ছাৰে ন বজাত ক'ৰ আৰু জীয়েকক চাবলৈ ওলাব ! ৰজনী মাষ্টৰে ইহা দেখি তেৰেঁা কেৱল হাঁহে।

স্কুললৈ যোৱা বাটত নিশা যিমানে উজ্জ্বল হৈ আহিল, ৰজনী মাষ্টৰৰ নিজকে সিমানে লেতেৰা লেতেৰা লাগিল। চুটি চুটি কেঁচা-পকা ডাড়ি-গোঁফেৰে ঢকা মুখ, ভাগ্যৱতীয়ে চিলাই কৰি দিয়া ফটা বাহুৰ চোলা, সদায় দম-কলৰ পানীৰে ধোওঁতে ধোওঁতে ৰঙচুৱা পৰা চুৰিয়া ;—এইটো ভেশেৰে ছহৰৰ প্ৰধান ৰাস্তাত ছাৰে ন বজাত খোজ কাঢ়িবলৈ মাষ্টৰৰ ভাল নালাগিল। এদিন তেওঁ বেলৰ আলি পাৰ হৈ ধানকলৰ আগৰ বাটটোৱেদি আহি চালে, —ভাল, গাড়ী-ঘোঁৰা নাই, মানুহ-দুনুহো কম, বাট অলপ দীঘল হ'লেও সাউৎকৈ ঘৰ পায়হি।

ছহৰৰ প্ৰধান ৰাস্তাটোত নিশাৰ কাৰণে বাকী ৰ'ল অজস্ৰ মানুহ। ইমান মানুহ যে নিশাই মূৰ তুলি চাবলৈ সুৰুঙা নাপায়। মূৰ তুলিলেই যিটো মানুহৰ চকুৱে চকুৱে পৰে, সেই মানুহটোৱে কিয় তাইৰ ফালে অদ্ভুতভাৱে চাইছিল, তাকে ভাবোঁতেই তাই স্কুলৰ ওচৰ পাবৰ হয়হি। মানুহবোৰে নিশ্চয় তাইক কিবা ক'ব খোজে। ইস ৰাম, আটাইবোৰ ছোৱালীৰ আগতে যদি তাইক কোনোবাই কিবা এটা কৈ দিয়ে। সৰ্বনাশ হ'ব। অথচ কি ক'ব, তাৰো তাইৰ একো ধাৰণা নাই; কেৱল এনেকুৱা এটা ভাব হয়, যিহকে নকওক, শুনি নিশ্চয় ভাল লাগিব। আবেলি স্কুলৰপৰা আহি ঘৰ সোমোৱাৰ লগে লগে নিশাৰ নিজৰ ওপৰত খং উঠে,—এনেকৈ যদি এটা বিৰাট সঙ্কোচৰ হেঁচাত সোমাই থাকে, তেনেহ'লে তাইৰ কোনো দিনেই একো শুনা নহ'ব, অহা-যোৱাহে হ'ব।

কিন্তু যেতিয়া নিশাই সকলো সঙ্কোচ জাৰি-জোঁকাৰি মূৰ তুলি পোনে পোনে চাব পৰা হ'ল, আধাঘণ্টা ছুটীত ভুজিয়া কিনিবলৈ গৈ দোকানীক "তোমাৰ বিয়া কেতিয়া" বুলি নিঃসঙ্কোচে সুধিব পৰা হ'ল, তেতিয়া বিৰক্তিৰে তাইৰ মন ভৰি পৰিল। তাই বিৰক্ত হ'ল বাটৰ প্ৰত্যেকটো মানুহ, স্কুল-কলেজৰ ল'ৰাৰ ওপৰত, যেনেকৈ জোনালী বিৰক্ত হৈ আছিল সিঁহতৰ পদূলি-মুখৰ চৰকাৰী লাইটটোৰ ওপৰত; গধূলি হ'ল বুলিয়েই ট-ট-কৈ জ্বলিব; ইফালে পূৰ্ণিমাই হওক, বা অমাৱস্যাই হওক, সিঁহতৰ আগ-ফালৰ বাৰাণ্ডাত পোহৰ লাগকে বা নালাগক; আৰু জ্বলিব যি জ্বলিবই, অকণমান কম-বেছি ইফাল-সিফালৰ নাম নাই। লাইট-প'ষ্টৰ নিচিনাকৈ বাট শুৱনী কৰাৰ বাহিৰে মানুহবোৰৰো যেন কাম নাই। যেন মহাৰাণী যোৱাৰ বাটৰ প্ৰহৰী; থিয় হৈ থাকিব, কিন্তু মাত এষাৰ মাতিলেই ডিঙি কটা যাব!

প্ৰথমতে নিশাৰ সেই বিৰক্তি আছিল অবুজ, গোপন; কিন্তু লাহে লাহে তাই তীব্ৰ অভিমানত ফুলি উঠিবলৈ ধৰিলে; এটা আথৰ বিয়পি গ'লেই বহীৰ গোটেই পাতটো একে আজোৰে ফালি পেলোৱা কৰিলে। তাই দেখিলে, বাটৰ মানুহৰ সকলোৰে কাৰণে লাইট-প'ষ্ট প্ৰহৰী নহয়। আন কি, তাইক বাহুত বাহু লগাই খোজ কাঢ়ি ফুৰা জোনালীৰ কাৰণেও নহয়।

মছজিদৰ চাৰি-আলিটো পাৰ হৈ, আনবোৰ ছোৱালীক বিদায় দি নিশা আৰু জোনালী ঘৰৰ ফালে অকণমান আগ বঢ়াৰ পিছতে চাইকেলৰ

পিঠিত উঠি ক'ৰবাৰপৰা ভুটুংকৈ ওলায়হি মৃণাল; আগ চকাটো সিহঁত দুজনীৰ একেশাৰী হোৱাৰ লগে লগে সি চাইকেলৰ ব্ৰেক্ ধৰে; তাৰ পিছত পেডেলডাল একোবাৰত পাঁচ আঙুলমান ঠেলে নে নেঠেলে সন্দেহ, চাইকেল ঠিক জোনালী-নিশাৰ খোজৰ তালে তালে আগ বাঢ়ে। সৰুৰেপৰা দেখি ডাঙৰ হোৱা ল'ৰা মৃণাল, অথচ জোনালীয়ে যেন এই সময়ত কৰিবলৈহে লাজখিনি থৈ দিছিল; তাই তলমূৰ কৰি খোজ কাঢ়ে। মৃণালে কিবা এটা সুধিলে নিশাই উত্তৰ দিবলৈ তৎক্ষণাৎ মূৰ তোলে, পিছে নহয়, সি জোনালীকহে সুধিছে। যিটো হাঁহি লৈ তাই মৃণালৰ মুখলৈ চায়, তললৈ চাই সেই হাঁহিটো সামৰোঁতে তাইৰ কষ্ট হয়।

ঘৰ আহি পোৱাৰ লগে লগে ভাগ্যৱতীয়ে হয়তো সুধিলে, "কাণৰ ওচৰত সেইসোপা কি লগালি?" দোৰ মাৰি বেৰত ওলোমাই থোৱা আয়নাখনৰ আগত থিয় হৈ নিশাই দেখে চিয়াঁহী। অকণমান দাগ এটা। গোটেই বাটটোত দাগটো তাইৰ গালত আছিলেইনেকি? নহয়, নিশ্চয় এতিয়া কেনেবাকৈ লাগিল।

আয়নাখনৰ আগত থিয় হৈ নিজৰ মুখখন চাই থাকোঁতে নিশাৰ জোনালীৰ চেহেৰাটো বেছিকৈ মনত পৰে। জোনালী দিনে দিনে সেন্দূৰীয়া হৈ আহিছে; তাইৰ গাল দুখন পূৰঠ হৈছে; টান হোৱাৰ কাৰণে যোৱা বছৰ চিলোৱা তিনিটা ব্লাউজ দেউতাকৰ হাতত নিশালৈ দি পঠিয়াইছে। সকলোৱেই কয়, জোনালী বৰ ধুনীয়া। নিশা দেখিবলৈ কেনেকুৱা, কাৰো মুখত তাই নিজে শুনা নাই। এয়া চকু, এয়া চেলাউৰি, নাক, এই দুডাল বেণী আগফালে আনি ল'লে এনেকুৱা হয়;—আয়নাখনত চাই নিজকে নিশাৰ ভালেই লাগে। মৃণালহঁতেবা কি ভাবে!

মৃণালহঁতেযে একো নাভাবে, সেইটো কথা যিদিনা জানিব পাৰিলে, সেইদিনা নিশাই ঘৰলৈ উভতি আহি কান্দিব নে কোবাই কোবাই ঘৰটোৰ ছাল-বেৰবোৰ খহাই পেলাব, ঠিক কৰিব নোৱাৰিলে। বাওঁ হাতখন জোৰেৰে কামোৰ মাৰি ধৰি তাই থিয় হৈ আছিল; ভাগ্যৱতীয়ে ওচৰ চাপি আহি ক'লে, "কাপোৰ-কানি সলা আকৌ, থিয় হৈ ৰ'ল কিয়? অ' দেউতাৰৰ হাতত জোনালীৰ মাকে সেই টেমাটো দি পঠিয়াইছে।" ভাগ্যৱতীয়ে নিশাৰ পঢ়া মেজখনলৈ আঙুলিয়াই দিলে।

একে ঠাইতে থিয় হৈ থাকি নিশাই মূৰ ঘূৰাই মেজখনলৈ চালে। স্নোৰ বটল এটা। কাঁড় যোৱাদি নিশা মেজখনৰ ওচৰলৈ গ'ল, বটলটো হাতেৰে খামোচ মাৰি ধৰি তুলি ল'লে আৰু পিছ মুহূৰ্ত্ততে গাৰ জোৰেৰে কোঠালিৰ এটা চুকলৈ মাৰি পঠিয়ালে। কিবা এটা ক'বলৈ বুলি মেলা ভাগ্যৱতীৰ মুখ মেলাতে থাকিল। কোঠালিৰ চুকত ৰজনী মাষ্টৰৰ দেউতাকে ভেকা কালত যোগাৰ কৰা প্ৰকাণ্ড পহু-শিং এটা আছিল, তাত লাগি স্নোৰ বটলটো-টুকুৰা-টুকুৰ হৈ গ'ল, স্নোবোৰ চাৰিওফালে ছিটিকি পৰিল।

জোনালী-বাবুল-মৃণালহঁতে ঘৰৰপৰা নিশাক চিনেমা চাবলৈ মাতি নিছিল! পিছদিনা দেৱালী, স্কুল বন্ধ, নিশাই তাইৰ ভাল কাপোৰযোৰ পিন্ধি জঁপিয়াই জঁপিয়াই ওলাই গৈছিল। চিনেমা-হলৰ ভিতৰত, অন্ধাৰত তাই মৃণালক ভালকৈ নেদেখিলেই, তদুপৰি সিহঁতৰ মাজতে বহিছিল জোনালী। চিনেমা শেষ হোৱাৰ পিছত বাহিৰলৈ ওলাই নিশাই কোনোবা এটা চলত মৃণালক সুধিলে, "মোক ঘৰত থৈ আহিব?" মৃণালে কথাটো জোনালীক ক'লে; জোনালীয়ে ক'লে, "আমি নহ'লে সেই ফালেদি ঘূৰি যাওঁ, নিশাক ঘৰত থৈ উভতি আহিম।" মৃণালে বৰ ভাল পালে। সেইমতেই কাম হ'ল। আৰু ঘৰৰ ভিতৰ সোমাই নিশাৰ যেন উশাহ বন্ধ হৈ যাওঁ যাওঁ হ'ল। এই আধা-ভগা ঘৰ, খহি পৰোঁ পৰোঁ বেৰ,—এইবোৰেই যেন তাইৰ কাল হ'ল। এইবোৰ তাই ভাঙি পেলাব নোৱাৰে; সেই কাৰণে যিটো পাবে সেইটো ভাঙিলে—স্নোৰ বটলটো।

দেৱালী উপলক্ষ্যে মাৰোৱাৰীয়ে বিতৰণ কৰা হালুৱা-মিঠাইৰ টোপোলা এটা লৈ ৰজনী মাষ্টৰ অলপ পলমকৈ উভতি আহিল। পহু শিংটোৰ ফালে এবাৰ চাই তেওঁ ভাগ্যৱতীক মনে মনে সুধিলে, কেনেকৈ কি হ'ল। ভাগ্যৱতীয়ে ক'লে,—"জানো কি হ'ল তাইৰ, মই ক'ব নোৱাৰোঁ।" মাষ্টৰেও নিশাক একো নুসুধিলে; তেওঁৰ ভয় লাগিল। নিশা আৰু ভাগ্যৱতীয়ে ভাত খাই থাকোঁতে তেওঁ মাটিৰপৰা অলপমান স্নো তুলিব পৰা যায়নেকি চেষ্টা কৰি চাইছিল; নোৱাৰিলে। একে ঠাইতে গোট খাই পৰা হ'লে এক কথা,—গোটেইখনতে ছিটিকি পৰিল।

পিছত এদিন মন ভাল থাকোঁতে কথাৰ মাজতে ভাগ্যৱতীয়ে নিশাক সুধিলে, "সেইদিনা কি খঙতনো তই স্নো-টেমা পেলাই দিলি?"

নিশাই ক'লে, "ইমানবিলাক বস্তু নোহোৱাকৈ চলিছে যেতিয়া, মোক'ণ ন'হলে নহব'নেকি? দেউতাক কৈ দিবি মোৰ কাৰণে লোকৰপৰা যেন একো নানে। নিজৰ যি আছে, মোৰ সেয়ে হ'ব।"

আৰু তাকে প্ৰমাণ কৰিবৰ কাৰণে নিশা অধৈৰ্য হৈ উঠিল। মোৰ বাহিৰে তাইৰ কি আছে তাকে আৱিষ্কাৰ কৰি তাই অস্থিৰ হ'ল। এই সময়তে ৰজনী মাষ্টৰে দিলীপৰপৰা বলে নোৱৰা বোজা এটা ঘৰলৈ লৈ আহিল—তিনিটা অঙ্ক;—এটাত এটা চৌবাচ্চাত দুটা নলী আছে, পানী ওলায় আৰু সোমায়—আনটোত ভেকুলী নাদ এটাৰপৰা উঠিব খুজিছে, উঠে আৰু খহি পৰে, তিনি নম্বৰটোত কোনোবা গুৱাল এটাই গাখীৰত পানী মিহলাই বেচিলে। চিন্তামণি হাজৰিকাৰ ঘৰৰপৰা ওলাই বাহিৰে বাহিৰে দিৱাকৰক খবৰ দি আহিল "কাইলৈ পাক এটা মাৰিবিচোন বোপাই, অকণমান সহায় কৰি দিবি।"

আৰু পিছদিনা আবেলি দিৱাকৰে গুৱালৰ লাভথিনি হিছাপ কৰি উত্তৰটোৰ তলত আঁচ দুডাল মাৰিছে, ভাগ্যৱতীয়ে তাৰ কাৰণে চাহ এপিয়লা কৰিছে, ঠিক এই সময়তে নিশাৰ সোঁ চকুটোত কিবা এটা সোমাল। কি সোমাল তাইহে জানে। দিৱাকৰে প্ৰথমতে একো নেদেখিলে। নিশাক খিৰিকীৰ কাষলৈ নি বুৰিব খোজা বেলিৰ ৰঙচুৱা পোহৰত আকৌ চালে। চেলাউৰিৰ ওপৰত আঙুলি থৈ ওপৰৰ চেৰপাতি ওপৰলৈ টানি চালে, গালত আঙুলি থৈ তলৰ চেৰপাতি তললৈ টানি চালে, একো নাই; কেৱল নিশাৰ চকুৰ ক'লা মণিটোৰ ওপৰত অকণমান খিৰিকীখন, আৰু তাৰ ভিতৰেদি বহুত দূৰৈত বুৰিব খোজা ৰঙা বেলিটো।

নিশাই কিন্তু বাৰে বাৰে কোৱা সত্বেও একো নাই বুলি মানিব খোজা নাছিল। প্ৰথমতে চকুটো, তাৰ পিছত তাইৰ গোটেই গাটো যেন পুৰিছিল। দিৱাকৰ গুচি যোৱাৰ পিছত গালৰ ঠিক সেইখিনিতে নিজৰ আঙুলিকেইটা থৈ তাই মনত পেলাবলৈ চেষ্টা কৰিলে কিমানপৰ দিৱাকৰে এইখিনি ছুই আছিল। চকুটো চোৱা হোৱাৰ লগে লগে হাতখন সি আঁতৰাই নিছিলনেকি? নহয়, প্ৰয়োজনতকৈ অকণমান সময় বেছি ছুই আছিল নিশ্চয়।

কিন্তু ৰজনী মাষ্টৰেতো আৰু সদায় সদায় চৌবাচ্চাত দুটা নলী থকা অঙ্ক ঘৰলৈ নানে। গতিকে দিৱাকৰো সদায় নাহে। কিন্তু হঠাতে নিশাৰ মনত

পৰিল তায়ো স্কুলৰ পঢ়া বহুত বুজা নাই! মাকক তাই ক'লে, মই কিন্তু এইবাৰ ফেল কৰিম মা। পঢ়া-চঢ়া একো বুজা নাই। বাইদেৱে আকৌ কৈছে, পৰীক্ষা বোলে এইবাৰ টান হ'ব।"

ক্লাছ নাইনৰ পৰীক্ষা, টান হ'বৰ কথাও। ৰজনী মাষ্টৰে দিবাকৰৰ ককায়েক প্ৰভাকৰক ধৰিলেগৈ;—দিবাকৰে যদি মাজে মাজে নিশাক অকণমান দেখুৱাই-শুনাই দিয়ে। প্ৰভাকৰে ক'লে, "বাৰু ছাৰ, তাক মই ক'ম।"

তাৰ পিছত দিবাকৰ মাজে মাজে আহে। তাৰ নিজৰ পঢ়া-শুনাৰ হেঁচাও বৰ বেছি, সেই কাৰণে সি ঘনাই আহিব নোৱাৰে। কিন্তু যিকণ সময় পায়, সেইকণৰ ভিতৰতে সি নিশাক পাৰেমানে পঢ়া বুজাবলৈ চেষ্টা কৰে।' ৰজনী মাষ্টৰ তেতিয়া বহি থাকে চিন্তামণি হাজৰিকাৰ ঘৰৰ কাঠৰ চকিখনত, ভাগ্যৱতী থাকে পাগঘৰত, আৰু মেজত কিলাকুটিৰ ভেজা দি বহি থকা নিশাৰ ঘনে ঘনে এঙামুৰি আহে। কিছু সময় কিবা-কিবি কৈ কৈ শেষত দিবাকৰে সোধে, "বুজিছা?"

নিশাই চক্ খাই উঠে। সেই কথাষাৰকেতো তাই দিবাকৰক সুধিব বুলি ভাবিছিল। তাই চকু দুটা বহলকৈ মেলি দিবাকৰৰ মুখলৈ চালে,—কিনো কি বুজাৰ কথা সুধিছে! দিবাকৰে এবাৰ পঢ়িলেই কিতাপৰ কথা সকলো বুজে; কিন্তু আৰু কিবা অলপ সি বুজিব বুলি নিশাই বাট চাই বহি আছে।

বেছি পলম হৈ যোৱা দেখি এদিন তাই ভয়ত ধপ্ ধপ্ কৰা বুকুৰে, কঁপা কঁপা হাতেৰে আঁচ টনা বহীৰ পাত এখিলাত কিবা-কিবি অলপ লিখি দিবাকৰৰ জেপত সুমুৱাই দিলে। কথা বিশেষ একো নাই; দিবাকৰ আহিলে তাইৰ ভাল লাগে, সিমানেই। বাকীবোৰ সাধাৰণ কথা,—আৰৰ দেখি যেন দিবাকৰে নাহাহে, চিঠিখন যেন পঢ়িয়েই ফালি পেলায়। শেষত তাই সন্দেহ প্ৰকাশ কৰিলে, "আপুনি চাগৈ মোক ঘিণ কৰে।"

দিবাকৰ বৰ বিপদত পৰিল। সি পঢ়া-শুনাৰপৰা মূৰ নোতোলা ল'ৰা, প্ৰথম হোৱাৰ পিছতো পৰীক্ষা মনোমত হোৱা নাছিল বুলি ভবা ল'ৰা, কলেজৰ ইলেকশ্বনত প্ৰথমে যেয়ে ধৰে তাকে ভোটটো দি সুৰ্ সুৰ্‌কৈ ঘৰলৈ গুচি অহা ল'ৰা; নিশাৰ চিঠি পঢ়ি সি ভাবিলে, ছোৱালীজনী পাগলী। অথচ তাইক মুখে মুখে পাগলী বুলি কৈ দিবলৈ যিকণ সাহৰ দৰকাৰ,

সেইকণো তাৰ নাই, এইখন যদি প্ৰেমৰ চিঠি হয়, তেনেহ'লে ভয়ৰ কথা। প্ৰেমৰ আদি-অন্ত সি একো নুবুজে। কিন্তু এইটো ঠিক যে নিশালৈ তাৰ বৰ মৰম লাগে, তাই যিমান সৰু ছোৱালী, তাতকৈ বেছি সৰু যেন লাগে।

এদিন নিশাক সি তাকে ক'বলৈ আহিল। এইবোৰ কথাত তাৰ মুখলৈ ভাষাই নাহে। ঘৰত জুকিয়াই অনা সকলো কথা ক'বৰ সময়ত বেবেৰিবাং হৈ গ'ল। সি কেৱল ক'ব পাৰিলে, হয়, নিশাক সি বৰ মৰম কৰে।

আৰু তাকে শুনি নিশাৰ চকু-মুখ উজ্জ্বল হৈ উঠিল। এটা অপূৰ্ব লাজত তাইৰ গাল দুখন ৰঙা হৈ গ'ল; এটা বিৰাট বোজা বুকুৰপৰা নামি যোৱাৰ কাৰণে তাই যেন পখিলা এজনীৰ সমান পাতল হৈ গ'ল আৰু এটা অদ্ভুত তৃপ্তিয়ে মেৰিয়াই ধৰা কাৰণে তাই যেন বোবা হৈ গ'ল।

সেই দিনাৰেপৰা নিশাই দিৱাকৰৰ চকুলৈ পোনে পোনে চাব নোৱৰা হ'ল; চালেই গোটেই গাটো যেন কোঁচ-মোচ খাই যায়। পঢ়াৰ মেজত বহি পঢ়াৰ বাহিৰে অইন কথা পাতিবলৈ তাই ভয় কৰা হ'ল; জানোচা দিৱাকৰে আকৌ কিবা এষাৰ কৈ তাইক বোবা কৰি দিব! সেইদিনা দিৱাকৰেযে কৈছিল, সেইথিনিয়েই তাইৰ কাণত অনবৰত গুণ্ গুণ্কৈ বাজে। সন্মুখত এয়া দিৱাকৰ, সেই দিনাৰ সেই কেইষাৰ কথাৰ মাজত বুৰ গৈ এইজনী তাই নিজে; এয়াই বহুত, ইয়াতকৈ বেছি আৰু তাইক একো নালাগে; নালাগে, স্কুলৰপৰা আহোঁতে দিৱাকৰে তাইৰ লগে লগে হাফ-পেডেল মাৰি চাইকেল চলাবও নালাগে।

কিন্তু এদিন ৰজনী মাষ্টৰ ৰাতি বৰ উত্তেজিত হৈ ঘৰলৈ উভতিল। আজি-কালি তেওঁ চিন্তামণি হাজৰিকাৰ ঘৰৰপৰা ওলাই ইঘৰ-সিঘৰত বহে, তেওঁলোকৰ ল'ৰা-ছোৱালীৰ খবৰ লোৱাৰ পিছত নিশাৰ কথা কৈ হাঁহে। তেওঁলোকৰে এঘৰৰপৰা উভতি আহি আজি মাষ্টৰে ভাগ্যৱতীক সুধিলে,—"তাই শুলেনেকি?"

"শুলে, কিয়?" উত্তৰটো দি ভাগ্যৱতীয়ে উৎকণ্ঠিত হৈ মাষ্টৰৰ মুখলৈ চালে।

মাষ্টৰৰ শুকান মুখখন পাতল ঘামেৰে সেমেকি উঠিছিল। তেওঁ এইমাত্ৰ যি শুনি আহিল, সেইটো তেওঁৰ গোটেই জীৱনৰ তিল তিলকৈ সঞ্চয় কৰা সম্পদ মুহূৰ্তৰ জুইত ভস্মীভূত হৈ যোৱাৰ সমতুল্য। তেওঁ একো ক'ব

নোৱাৰে। ভাগ্যৱতীয়ে একো নাজানিব পাৰে, কিন্তু দিবাকৰ আৰু নিশাৰ কথা স্কুলৰ ল'ৰা-ছোৱালীৰপৰা বুঢ়া-বুঢ়ীলৈকে সকলোৱে মুখে মুখে।

"এইবোৰ হ'ব নোৱাৰে; মই এইবোৰ হ'বলৈ নিদিওঁ।" ৰজনী মাষ্টৰে গৰ্জি উঠিল। ভাগ্যৱতীয়ে চেপা মাতেৰে ক'লে, "নিচিঞৰিবচোন, ইমান অস্থিৰ হৈছে কিয়? ৰাতি হৈছে।"

"হওক ৰাতি। মই এতিয়াই গৈ তাক কৈ আহিম, কাইলৈৰপৰা যেন সি এইমুৱা নহয়। তুমি একো নুবুজা। মোৰ একমাত্ৰ সন্তান......।"

একমাত্ৰ সন্তান। এইষাৰ কথা ৰজনী মাষ্টৰৰ মুখত লাগিয়েই থাকে। ঘৰে-পৰে নিশাৰ কথা ওলালেই এইষাৰ কথা মাষ্টৰে মন্ত্ৰৰ নিচিনাকৈ একান্ত বিৰ্‌বিৰ্‌কৈ উচ্চাৰণ কৰে।

ভাগ্যৱতীয়ে জোৰকৈ মাষ্টৰক শুৱাই থ'লে। নিশাৰ যাতে গোপনি নাভাগে তাৰ কাৰণে তেওঁ সকলো চেষ্টা কৰিলে। টোপনি নাহিল তেওঁৰ নিজৰ। গাভৰু ছোৱালীৰ মাক হ'লে এসময়ত বহুত বিড়ম্বনা সহিব লাগে। সেই বিড়ম্বনা তেওঁৰ জীৱনলৈ আহিল বহুত পলমকৈ। হাঁহিব নে কান্দিব তেওঁ ঠিক কৰিব নোৱাৰিলে। হয়তো এনেকুৱা কেইবাটাও আহুকাল সহি সহি তেওঁ বহুত বেছি অভিজ্ঞ হ'ব পাৰিলেহেঁতেন! হয়তো আজি ৰাতিৰ এই বিড়ম্বনা তেওঁ নিশাৰ তিনিজনী বায়েকৰে সৈতে ভগাই ল'ব পাৰিলেহেঁতেন। বহুত দিনৰ আগৰ তিনিটা যন্ত্ৰণাই ভাগ্যৱতীক আকৌ এবাৰ জোঁকাৰি দি গ'ল! তেওঁৰ জীয়েক শেষ পৰ্যন্ত গাভৰু হৈছে, কোনোবা এটা ল'ৰাৰ লগত মানুহে তাইৰ কথা উলিয়াইছে, কাইলৈ ৰাতিপুৱাৰপৰা তেওঁ জীয়েকক শাসন কৰিব লাগিব, এটা নতুন কাম, অদ্ভুত, অপূৰ্ব। দুখ-বেজাৰৰ মাজত ভাগ্যৱতীয়ে এটা পুলক অনুভৱ কৰিলে। আৰু আচৰিত কথা, বাৰে বাৰে তেওঁৰ দিবাকৰৰ মুখখনলৈ মনত পৰিল।

পিছদিনা মাষ্টৰ, মাবোৱাৰী ঘৰৰ ল'ৰা-পঢ়াই ছহৰৰ প্ৰধান ৰাস্তাইদি উভতি আহিল, ঠিক ছাবে ন বজাত; নিশা ঠিকমতে স্কুললৈ গৈছেনে নাই চাবলৈ। গৈছে। ঘৰলৈ আহি তেওঁ আকৌ ভোৰ্‌ভোৰাবলৈ ধৰিলে,— "গোটেই জীৱন মাষ্টৰি কৰিলোঁ, শ শই ল'ৰা চিধা কৰিলোঁ, কোনেও মোক ঠগিব নোৱাৰিলে, এতিয়া ঘৰতে...।"

ভাগ্যৱতীয়ে ক'লে, "বকি নাথাকিবচোন। কৈছোঁ, যি কৰিব লাগে মই কৰিম। তেতিয়াও যদি একো নহয়, তেনেহ'লে আপোনাক ক'ম নহয়।"

সকলোৰে কপাল ভাল, তাৰ পিছত দিৱাকৰ যিদিনা আহিল, সেই সময়ত ৰজনী মাষ্টৰ ঘৰত নাছিল। নিশাক পাগঘৰৰ জুইকুৰা চাবলৈ পঠিয়াই দি, ভাগ্যৱতীয়ে দিৱাকৰক ক'লে—এইখিনি দিন নিশাৰ পঢ়া-শুনাত সহায় কৰি দিয়াৰ কাৰণে তেওঁ ভাল পালে। এতিয়া তাইৰ পৰীক্ষা ওচৰ পালেহি, তাই এই কেইদিন নিজে পঢ়ক। আৰু দিৱাকৰ এনেয়ে আহি-গৈ থকাটো ভাগ্যৱতীয়ে ভাল পালেও, চাৰিওফালে থকা মানুহবোৰে ভাল নাপাবও পাৰে। দিৱাকৰ ভাল ল'ৰা; কিয়নো সি মিছা-মিছিকৈ লোকৰ কথা শুনিব লাগিছে?

দিৱাকৰে অবাক হৈ ভাগ্যৱতীৰ মুখলৈ চাই ৰ'ল। এনেকুৱা নিৰপৰাধ, নিৰীহ দৃষ্টি ভাগ্যৱতীয়ে কাৰো চকুত কেতিয়াও দেখা নাই। কোঠালিটোৰ-পৰা ওলাই যাবৰ সময়ত তেওঁৰ এনেকুৱা লাগিল যেন এইমাত্ৰ তেওঁ এটা মহাপাপ কৰি উঠিল, যাৰ কোনো ক্ষমা নাই।

ভাগ্যৱতীৰ গাৰ কাষেদিয়েই কোঠালিটোলৈ নিশা সোমাই আহিল। ভাগ্যৱতীয়ে ইচ্ছা কৰা হ'লে তাইক 'শুনচোন' বুলি বাধা দিব পাৰিলেহেঁতেন, কিন্তু নিদিলে। দিৱাকৰৰ ফালে চাই নিশাই এটা অতি শান্ত, সেমেকা হাঁহি মাৰিলে, তাৰ পিছত অইন ফালে চাই নিৰ্বিকাৰ মাতেৰে ক'লে, "আপুনি আৰু' এইবিলাক কথাত বেয়া নাপাব। মাই আপোনাক কিবা বেয়া পোৱা কথা কোৱা হ'লে আপোনাৰ ভৰি ছুই ক্ষমা খুজিব পাৰিলোহেঁতেন।" নিশা এক মুহূৰ্ত ৰ'ল; তাৰ পিছত ক'লে, "মোক নেদেখিলে জানো আপুনি মোক মৰম নকৰিব?" নিশাই আকৌ হাঁহিলে।

দিৱাকৰ লাহে লাহে ওলাই গ'ল। এদিন বাৰে বাৰে চাবলৈ কোৱা সত্বেও সি নিশাৰ চকুত একো নাই বুলি কৈছিল; আজি অইনফালে চাই থকা তাইৰ চকুযোৰৰ কথা ভাবি বাৰে বাৰে তাৰ মনটো অধীৰ হৈ উঠিল,—সেই চকুত সি কি দেখিব পাৰিলেহেঁতেন! তাৰ কিবা এটা ভুল হ'ল। কিন্তু পলমো হৈ গ'ল বহুত; এতিয়া চাগৈ নিশাৰ চকু-পানীয়ে ঢাকি ধৰিছে।

ভাগ্যৱতীয়েও ভাবিছিল, এইবাৰ হয়তো এই আঁকৰী ছোৱালীজনীক'

চঞ্চলাই টান হ'ব, কিন্তু নিশাৰ যেন সাৰ-সুৰেই নাই। তাই এক মুহূৰ্ত মন মাৰি নাথাকিল, এসাজ ভাত নোখোৱাকৈ নাথাকিল, মাকৰ লগত এবেলাও কথা-বতৰা বন্ধ নকৰিলে। স্কুলৰ বাটত তাই দুবাৰ-এবাৰ ধীৰভাৱে মূৰ তুলি চালে, ঠিক দিৱাকৰক দেখাৰ আশাতে নহয়, এনেয়ে। আৰু নিশাৰ এই অস্বাভাৱিক শান্ত মুখৰ হাঁহিয়ে ভাগ্যৱতীক আৰু অনুতপ্ত কৰি তুলিলে। এটা অপৰাধ-বোধৰ তীব্ৰ অনুভূতিয়ে তেওঁক বৰ অশান্তি দিবলৈ ধৰিলে। এদিন নিজকে চম্ভালিব নোৱাৰি তেওঁ ভাতৰ পাত্তত বহি নিশাক সুধিলে, "দিৱাকৰক আহিবলৈ হাক দিয়াৰ কাৰণে তই বেয়া পালিনেকি?"

হাতৰ ভাতগৰাহ আধা বাটৰপৰা কাঁহীলৈ ওভোতাই নি নিশাই, স্থিৰ দৃষ্টিৰে মাকৰ মুখলৈ এক মুহূৰ্ত চাই ৰ'ল; তাৰ পিছত হঠাতে কিবা এটা মনত পৰাৰ নিচিনাকৈ ক'লে, "নাই, নাই, মা, মই কিয় বেয়া পাম? তইঁতে নিশ্চয় ভাল দেখিছ কাৰণেহে কিবা এটা কৰিছ। মই কিয় বেয়া পাম!" কথা কেইষাৰ কৈ এটা ম্লান হাঁহি মুখত লৈ নিশাই ভাতগৰাহ আকৌ তুলি ল'লে।

ভাগ্যৱতীৰ বুকুখন হাহাকাৰ কৰি উঠিল। ইয়াতকৈ নিশাই সেইদিনাৰ নিচিনাকৈ ভাতৰ কাঁহীখন এচুকলৈ দলি মাৰি পঠিওৱা হ'লে তেওঁ বহুত বেছি শান্তি পালেহেঁতেন। নিশাৰ এই হাঁহি, এই কথা, কথায়-কথায় মাকৰ লগত চুপতি মৰা, নিশাৰ নহয়। এজনী তিৰোতাৰ গোটেই মনটোৰ সম্পূৰ্ণ শক্তিৰে নিশাৰ বয়সৰ মাজত সোমাই তেওঁ পাত পাতকৈ চালে, নিশাই আজি হাঁহিব পাৰিব নালাগিছিল। জন্মৰ দহদিনৰ পিছত নিশাই হাত-ভৰি জোকাৰি থকা দেখি তেওঁৰ যেনেকৈ এটা অবিশ্বাস হৈছিল, আজিও তেনেকৈ নিশাৰ হাঁহিটো তেওঁ হাঁহি বুলি বিশ্বাস কৰিব নোৱাৰিলে। আৰু এই ছোৱালীজনীৰ অন্তৰৰ আঁক গভীৰলৈ যাবৰো তেওঁৰ একো উপায় নাছিল।

ভাগ্যৱতীয়ে একো কৰিব নোৱাৰিলে। তেওঁ আৰু যত্নেৰে নিশা স্কুললৈ যোৱাৰ আগতে ভাত ৰান্ধিলে, দুপৰীয়া নিশাৰ চাকা কাপোৰকে আকৌ ধুলে, আউল-বাউল হৈ পৰি থকা তাইৰ চুলিৰ কিটাবোৰ জুকিয়াই থ'লে, আৰু এদিন তাইক ঘৰে ঘৰে কাপোৰ বেচিবলৈ অহা বেপাৰী এটাৰপৰা বহুত দিনৰপৰা গোটোৱা পইছাৰে এযোৰ ভাল পাটৰ মেখেলা-চাদৰ কিনি

দিলে। নিশাই মেখেলাখনৰ দীঘলে-দীঘলে ভাঁজটো খুলি বুকুৰপৰা তললৈ ওলোমাই দীঘলটো ঠিক আছে নে নাই চালে; চাদৰখন ভাঁজ নোখোলাকৈয়ে পাৰিটো বেঁকাকৈ বুকুৰ ওপৰত বহুৱাই চালে; তাৰ পিছত আকৌ জাপি থৈ দিলে। ভাগ্যৱতীয়ে কেইবাদিনো সুধিলে, "নতুন কাপোৰযোৰ নিপিন্ধ কিয়?" শেষৰ দিনা নিশাই ক'লে, "অ, কিবা এটা নহ'লে কেনেকৈ পিন্ধিবি সেইযোৰ? এনেয়ে যদি স্কুললৈ পিন্ধি যাওঁ, লগৰ ছোৱালীয়ে কি ক'ব?"

ভাগ্যৱতীয়ে হেঁপাহেৰে কিবা এটা হোৱালৈ বাট চাই আছিল।

কিন্তু তাৰ পিছত এইখন ঘৰত যি ঘটিল, তাৰ ফলত ঘৰখন মৰিশালি হৈ গ'ল। আজীৱন নিজৰ ভাগ্যক অবিশ্বাস কৰি অহা, প্ৰতি মুহূৰ্তটোকে সন্দেহ আৰু ভয়ৰ চকুৰে চোৱা ভাগ্যৱতী ভয়ৰ আচল ৰূপ দেখি প্ৰথমতে থৰ হৈ গ'ল, তাৰ পিছত মুখেৰে একো শব্দ কৰিবলৈ নাপাওঁতেই বাগৰি পৰিল।

জীৱনত প্ৰথমবাৰৰ কাৰণে নিশাই কৈছিল, "মা মোৰ গাটো ভাল লগা নাই, মই ভাত নাখাওঁ।" দুদিন গ'ল, চাৰিদিন গ'ল, ৰজনী মাষ্টৰে বলিয়াৰ নিচিনাকৈ ডাক্তৰ-কম্পাউণ্ডাৰ-ফাৰ্মাচিলৈ দৌৰা-দৌৰি কৰিলে, চিন্তামণি হাজৰিকা নিশাৰ ভৰিৰ ওচৰত, সুৰমায়া মূৰ-শিতানত, জোনালী-মৃণাল-বাবুল-দিলীপহঁতে তাইক বেৰি ধৰি বহি ৰ'ল, আৰু তাৰ মাজৰপৰাই ছেগ বুজি নিশা গুচি গ'ল।

প্ৰথমতে ক্লাছ নাইন, তাৰ পিছত গোটেই ছোৱালী স্কুল সোনকালে ছুটী হ'ল। বহুত মাষ্টৰণী আৰু জাক জাক ছোৱালীৰে ৰজনী মাষ্টৰৰ ঘৰ ভৰি পৰিল। ইমান মানুহ তেওঁৰ চোতালত কেতিয়াবা গোট খালেহেঁতেননে নাই সন্দেহ। সুৰমায়া বাউলী হোৱাদি হ'ল, চিন্তামণি হাজৰিকাই লুকুৱাই লুকুৱাই বাৰে বাৰে চকু মচিলে, জোনালীক লগৰ ছোৱালীয়ে ধৰি ৰাখিব লগীয়া হ'ল, মৃণাল-বাবুল-দিলীপহঁত এটা চুকৰ মাটিত নিস্তব্ধ হৈ বহি ৰ'ল।

কাৰো চকুত নপৰাকৈ মানুহৰ মাজে মাজে আগ বাঢ়ি আহি দিৱাকৰে নিশাৰ মূৰ থাই থকা চকুযোৰলৈ অকণমান সময় একেথৰে চালে, তাৰ পিছত আকৌ কাৰো চকুত নপৰাকৈ গুচি গ'ল। যাওঁতে সি যেন দেখি গ'ল এটা ক'লা মণিৰ ভিতৰত এখন সৰু খিৰিকী, তাৰ ভিতৰেদি বহুত দূৰৈত অকণমান বগা বেলি এটা মূৰ গ'ল।

তাৰ পিছত এইখন ঘৰত মৰিশালিৰ নিস্তব্ধতাই আৱৰি ধৰিলে। দুটা জীয়াই থকা প্ৰাণী ঘৰটোৰ ভিতৰত ছাঁৰ নিচিনাকৈ ঘূৰি ফুৰে, কোনেও কথা নকয়, কোনেও কাৰো চকুলৈ নাচায়। দুইটাই দুইটালৈ ভয় কৰে। হঠাতে কেতিয়াবা চকুৱে চকুৱে পৰিলে দুইটাই ভূত দেখাদি দেখে। বহুত দিনলৈ বাটেদি যোৱা মানুহে ঘৰটোৰ ফালে চাই নিজৰ ভিতৰতে কিবাকিবি কোৱা-কুই কৰি গ'ল। ঘৰখনক জীৱ দিবলৈ ঘনাই ঘনাই আহি থাকিল সুৰমায়া, চিন্তামণি হাজৰিকা, জোনালীহঁত সকলো। এইখন ঘৰৰ লগত একালত সম্পৰ্ক থকা মানুহৰ ভিতৰত নাহিল কেৱল দিৱাকৰ। সি অইন ছহৰৰ কলেজত পঢ়িবলৈ গুচি গৈছিল। যিদিনা এই খবৰটো ভাগ্যৱতীয়ে প্ৰথমে শুনিলে, সেইদিনা তেওঁ চক্ খাই উঠিল, সুধিলে, "কলৈ গ'ল সি? আকৌ আহিবনে নাহে? কেতিয়া আহিব?"

দিৱাকৰ ঘৰলৈ অহা দিনটোলৈ ভাগ্যৱতীয়ে ভিতৰি ভিতৰি অস্থিৰ হৈ অথচ নীৰৱে প্ৰতীক্ষা কৰি ৰ'ল। কলেজৰ বন্ধত দিৱাকৰ ঘৰলৈ অহাৰ খবৰ যিদিনা শুনিলে, সেইদিনাৰপৰা ঘনে ঘনে তেওঁ বাটৰ কাষৰ খিৰিকী-খনৰ ওচৰত থিয় হ'বলৈ ধৰিলে। ল'ৰাটোক দূৰৰপৰা এবাৰ দেখা পাবলৈ তেওঁৰ বৰ ইচ্ছা হ'ল; কিন্তু দিৱাকৰ এই বাটেদি এবাৰো নাহিল। ইমানবোৰ মানুহ ভাগ্যৱতীৰ ওচৰলৈ আহিল, সিনো এবাৰো আহিব নাপায়নে? ঘৰলৈ নাহিলেও বাটেদিতো যাব পাৰে!

দিৱাকৰ এইফালে নাহিল, কলেজ খোলাৰ আগতে সি গুচি গ'ল।

ভাগ্যৱতীয়ে এটা বিশ্বাসী মানুহ বিচাৰিলে, যি তেওঁক মাজে মাজে দিৱাকৰৰ খবৰ দিব পাৰিব। সি ক'ত থাকে, কোনে তাক বাদ্ধি-বাঢ়ি খুৱায়, কোনে তাৰ আলপৈচান ধৰে। অথচ ৰজনী মাষ্টৰৰ কাণত যেন কোনোদিনাই তাৰ নামটোও নপৰে। কিন্তু ভাগ্যৱতীয়ে বৰ অসহায় বোধ কৰিলে, মানুহক সুধিবলৈ তেওঁ সঙ্কোচ বোধ কৰিলে। এদিন জোনালীয়ে ক'লে, দিৱাকৰ বহুত দিন ঘৰলৈ নাহে; ককায়েকলৈ চিঠি লিখিছে, তাৰ এম্. এ. পৰীক্ষালৈ বেছি দিন নাই। ভাগ্যৱতীৰ নাকৰ পাহিবোৰ ফুলি উঠিল; ক্ষীণ মাতেৰে, প্ৰাৰ্থনা কৰাৰ নিচিনাকৈ তেওঁ জোনালীক সুধিলে, "তাৰ পৰীক্ষা কেতিয়া, খবৰটো মোক দিব পাৰিবিনে?"

জোনালীয়ে খবৰটো আনি দিলে। যিদিনাৰপৰা দিৱাকৰৰ পৰীক্ষা তাৰ

আগদিনা ভাগ্যৱতী গোসাঁই-থাপনাৰ আগত চাকি এগছ জলাই পৰি থাকিল; সেইফালেই তেওঁৰ টোপনি গ'ল।

এসময়ত ৰজনী মাষ্টৰৰ মূৰৰ আটাইবোৰ চুলি বগা হৈ গ'ল; ভাগ্যৱতীৰ শুকান গালত ক'লা ক'লা, চমকা-চমক দাগ পৰিল। ইমান দিনেও এদিনো দিৱাকৰ এই বাটেদি নাহিল। ভাগ্যৱতীয়ে তাৰ সকলো খবৰ ৰাখিছিল, আৰু আশা কৰি আছিল, এদিন সি আহিব।

কিন্তু যিটো খবৰ তেওঁ ৰখা নাছিল, সেইটো খবৰ দিবলৈ এদিন দিৱাকৰৰ মাক নিজে আহিল। সৰু শৰাই এখনত তামোল-পাণখিনি আগ বঢ়াই দি মাকে খবৰটো দিলে,—দিৱাকৰৰ বিয়া। ছোৱালী ওচৰৰে জগন্নাথ নাজিৰৰ জীয়েক।

ভাগ্যৱতী নিশ্চল হৈ বহি ৰ'ল। বহুত দূৰলৈ চাই থকা তেওঁৰ দৃষ্টি থৰ হৈ ৰ'ল। যেন এইমাত্ৰ কোনোবাই নিশা আকৌ এবাৰ ঢুকাল বুলি খবৰ দি গ'ল।

কেইদিনমানৰ পিছত জগন্নাথ নাজিৰৰ ঘৰৰপৰাও ভাগ্যৱতীক বিয়ালৈ মাতি গ'ল।

সুৰমায়াই বিয়ালৈ যাবনেকি বুলি সোধোঁতে ভাগ্যৱতীয়ে নাযাওঁ বুলি ক'লে। এই বয়সত এইখন বিয়া চাবলৈ তেওঁ বুকুত জোৰ বিচাৰি নাপালে; কিন্তু বিয়াৰ দিনা ৰাতিপুৱাৰেপৰা ভাগ্যৱতীয়ে এক অসহ্য যন্ত্ৰণাত চট্‌ফটাবলৈ ধৰিলে। এক মুহূৰ্ত ক'তো শান্তিৰে তেওঁ ৰৈ থাকিব নোৱাৰিলে। খুঁটা এটাত আউজি বহি থকা ৰজনী মাষ্টৰক হঠাতে তেওঁ এবাৰ ক'লে, "মই বিয়া-ঘৰলৈ যাম।"

মাষ্টৰে মূৰ তুলি এবাৰ ভাগ্যৱতীলৈ চালে, তাৰ পিছত লৰা-লৰিকৈ ক'লে, "এৰা, এৰা, যাব লাগে, যাব লাগে। নগ'লে আকৌ বেয়া-চেয়া পাব কেনেবাকৈ! কেতিয়া যাবা? এতিয়াই নে ৰাতিলৈ?"

ভাগ্যৱতীয়ে ক'লে, "ৰাতিলৈ"।

গধূলি হোৱাৰ লগে লগে ভাগ্যৱতী কইনা-ঘৰলৈ গ'ল। তেতিয়া কল-পুলিৰ মাজৰ ওখ পীৰাখনত বহি কইনা বিজয়া মুঠিয়ে মুঠিয়ে কেঁচা হালধিৰ লগত খেলি-খেলি সোণ-বৰণীয়া হৈ উঠিছে। সকলোৰে লগতে ভাগ্যৱতীয়েও তাইৰ কপালত, গালত, ডিডিত, হাতত কঁপা কঁপা হাতেৰে

কেইবামুঠিও মাহ-হালধি ঘঁহি দিলে আৰু তাৰ পিছত তাইৰ মুখলৈ চাই হাঁহিলে।

ছোৱালীহঁতে কইনা সজালে, প্ৰকাণ্ড আয়না এখনৰ আগত কইনাক বহুৱাই সিহঁতে বেৰি ধৰি বহি থাকিল। দৰা অহাৰ আগতে থাই-বৈ ল'বলৈ ছোৱালীহঁত যেতিয়া উঠি গ'ল, সেই অকলশৰীয়া মুহূৰ্তটোত ভাগ্যৱতী বিজয়াৰ কাষ চাপি তাইৰ মূৰত হাত ফুৰাবলৈ ধৰিলে, ওৰণিখন এবাৰ কপালৰ আগলৈকে টানি আনি চালে। তাৰ পিছত তেওঁ লাহে লাহে ক'লে, "তোমাৰ বৰ সুখ হ'ব, আই। বৰ সুখ হ'ব। মই তোমাৰ দৰাক বহুত দিন দেখা নাই। এতিয়ামানে চাগৈ সি আৰু ভাল ল'ৰা হৈছে। মই তাক সেই তাহানিয়েই দেখিছিলোঁ, তোমালোক তেতিয়া স্কুলত পঢ়া।"

বিজয়াই তলমূৰ কৰি লাহে লাহে ক'লে, "মই জানো আইতা।"

জানে? উজ্জ্বল দৃষ্টিৰে ভাগ্যৱতীয়ে বিজয়াৰ মুখলৈ চালে। যদি জানে তেনেহ'লে নিশা আৰু বহুত দিন জীয়াই থাকিব; কাইলৈ পৰহিলৈ ৰজনী মাষ্টৰ আৰু ভাগ্যৱতী মৰি গ'লে আৰু দুটা প্ৰাণীয়ে নিশাক বঁচাই ৰাখিব।

দৰা অহাৰ হুলস্থুলৰ মাজতে ভাগ্যৱতী ল'ৰা এটাক লগত লৈ ঘৰলৈ আহিল। ৰজনী মাষ্টৰ আগফালে চকি এখনত বহি আছিল। বাকচ খুলি কোনেও নিপিন্ধা পাটৰ মেখেলা-চাদৰ এযোৰ উলিয়াই লৈ ভাগ্যৱতী আকৌ বিয়া-ঘৰলৈ ওলাই গ'ল। ৰজনী মাষ্টৰ আন্ধাৰৰ মাজতে চকিখনতে বহি ৰ'ল। লাহে লাহে মাজনিশা হ'ল। গোটেই চুবুৰীটো নিস্তব্ধ হৈ গ'ল। আৰু এই আন্ধাৰ আৰু নিস্তব্ধতাৰ মাজত বহি, হাতৰ তলুৱাৰ ওপৰত মূৰ থৈ মাষ্টৰে হুক্-হুকুকৈ কান্দিবলৈ ধৰিলে।

হোমৰ গুৰিত দৰা-কইনা, ৰভাতলিত বহুত মানুহ, তাৰ মাজতে ভাগ্যৱতীও বহি আছিল। কোনোবা কোনোবা আধা-ৰাতিতেই উঠি গুচি গ'ল, কাৰোবাৰ কাৰোবাৰ মাজে মাজে চকু মুদ খাই আহিল, ভাগ্যৱতীয়ে কিন্তু চকুৰ টিপ মাৰিবও খোজা নাছিল। তেওঁ কেইবাবাৰো পাহৰি গৈছিল এইখন লোকৰ নে তেওঁৰ নিজৰ ঘৰৰ চোতাল। কেইবাবাৰো তেওঁ ভুল কৰিব খুজিছিল, কইনাৰ দীঘল ওৰণিখনৰ তলত কাৰ মুখ আছে।

শেহ নিশা উছৰ্গাৰ সময়ত তেওঁ গোটেই বামুহজনী এবাৰ জোঁকাৰ খাই উঠিল। হোমৰ জুইৰ ওচৰতে খোৱা ভাজৰ শৰাই এখন চাওঁতে চাওঁতেই

বহুত বস্তুৰে ভৰি উঠিল। এসময়ত ভাগ্যৱতীয়ে উঠি গৈ মেখেলা-চাদৰ-যোৰ শৰাইখনৰ ওপৰত থ'লে। বহুত দিনৰ মূৰত, একেবাৰে ওচৰৰপৰা তেওঁ দিবাকৰৰ মুখলৈ চাই দেখিলে, সি নিস্পলক দৃষ্টিৰে তেওঁৰ চকুলৈ চাই আছে। আম-কাঠৰ ধোঁৱাই তাক আমনি কৰিছিল; হাতৰ ৰুমালখনেৰে তাৰ চকুযোৰ ঢাকি ধৰিলে।

ভাগ্যৱতী আৰু ৰভাতলিত নৰ'ল। তেওঁ ঘৰলৈ উভতি আহিবলৈ লগ এটা বিচাৰিছিল, কাকো নাপাই তেওঁ কইনা-ঘৰৰ ভিতৰলৈ সোমাই গ'ল। এটা চুকত সোমাই তেওঁ বহি পৰিল, আঁঠুৰ ওপৰত গালখন থ'লে তাৰ পিছত বুকু ফালি ওলাই কান্দোনত গোটেই মানুহজনী কঁপিবলৈ ধৰিলে। শেহনিশাৰ কইনা-ঘৰ, অথচ "কি হ'ল আইতা?" বুলি সুধিবলৈও ভাগ্যৱতীৰ ওচৰত কোনো নাছিল।

## গুৰু-পৰ্ব

**লক্ষীনন্দন বৰা**

আদি-পিতৃৰ কোনো কথাই পোন নহয়। এঁকা-বেঁকা কথাৰ মৰমবোৰহে অন্তৰত পোনকৈ সোমায়। যদি কেতিয়াবা চোতালত মৰণাটো এৰি থৈ ভিতৰ সোমাওঁ, ওখোনিয়াবৰ হ'লেই ভিতৰলৈ মাত দিয়ে,—"দে ঐ আই, তাক ভালকৈ সেলেঙি লগাই তামোল এখন খুৱাই পঠিয়া"। মস্নো লাজ পাই সাউৎ কৰে সুৰুকা মাৰি আহোঁ, কাৰণ বিয়া কৰোৱা মাথোন মোৰ দুমাহহে হৈছে। ঘৰত পিন্ধা পোছাকটো সলাই ল বুলিলেই জানিব লাগিব পথাৰলৈ ওলাবৰ হ'ল। চুৰিয়াখন কোঁচাই লচোন বুলিলে বুজিব লাগিব বাঁহ কাটিবলৈ যাবৰ হ'ল। বাতিপুৱা মাতি নি যদি কয়, "সৰুমণি, গৰুগাড়ীখনত চৈ লগাই থ'বি," মোৰ ঘৈণীক মতাটো দেখুৱাবৰ ওৰ পৰে। তাইক মই ঘৰলৈ নপঠিয়াওঁ বুলি কোৱাৰ ই বিপৰীত আজ্ঞা।

পিছৰগৰাকী গুৰুক পিতৃৰ আদেশতেই বৰিব লগা হ'ল। তেখেতেই মোৰ 'গন্ধৰ্ব গুৰু'; তেখেতৰ ওচৰতেই গীত-পদ আৰু সূত্ৰধাৰী শিকিছিলোঁ। পঢ়াশালিতে পোৱা শিক্ষা-গুৰুসকলৰ কথা নকৰোঁৱেই। ছৰকাৰী বেতন পোৱা গুৰু যেতিয়া, কেৱল মোৰ গুৰুৱেই নহয়, গাঁৱৰ আটাইৰে।

এদিন পিতাই চ'ৰাঘৰত বহি বেতৰ সূত চাঁচি আছে। মই বহি আছোঁ কাষৰ কোঠাটোত বোৰে সৈতে তামোলৰ মুহুদি মাৰি। এনেতে পিতাইক মাত লগাই সোমাওকহি শ্ৰীধৰ, ভোটোক, ভোকোলা আৰু বসন্ত তাৰৈ। তেওঁলোক চাৰিও বুধবাৰী গোসাঁইত একেলগে আঠু লোৱা। পিতায়ে "গৃহত থাকিয়া দেখিলোঁ তয়ু চৰণ" বুলি ঘোষা একুট গাই আঁঠু লোৱাৰ পাছতেই, পৰস্পৰে হাত এচলু কৰি মাটিত থৈ মূৰ দোঁৱাই আসন গ্ৰহণ কৰিলে। মই এবাৰ চকামকাকৈ আহি লক্ষ্য কৰি গ'লোঁহি। পোনতে বসন্ত তাৰৈয়েই মাত লগালে, "বাহ্ৰা আতৈ, কিবা দেশ-কাল গুচিল দিয়ক। লৰৰ সূত্ৰই গাওঁ এৰিলে। আজি কেবাদিনো হ'ল, কঁহিওড়িত বোলে মাইৰ

কাম পাইছে। লগতে মাটি-বাৰী লৈ খেতি-খোলা কৰাৰো হাবিয়াহ। ভাদ হেন মাহটোতো আহিব নোৱাৰে।” কথা শেষ নৌ হওঁতেই ভোকোলা ককাই কৈ উঠিল, “বোলে—ধন বৈল পৰি, দেহা গৈল উৰি, তথাপি মনিছ বিষয়-বিকল। হৰি, হৰি, কেইদিনলৈনো খুৰাই-বুৰাই পচা শৰীলটো ভাৰ বৈ থাকিম? তথাপিও এই কাণ্ড!” এনেতে জেঠি এটাই ঘৰৰ মূধত টিক্ টিক্ কৰিলত উৎসাহেৰে মাটিত তিনি টোকৰ মাৰি সইত সইত কাঢ়ি শ্ৰীধৰ বায়েনে ক'লে, “এখে স্বৰূপ কথা কৈছে। বোলে, বিষয়ৰ সুখ ইটো তিলে কৰি চুৰ, যমৰ কিঙ্কৰে আসি নিবে যমপুৰ। তথাপি মনিছৰ সুমতি নহ'ল। আমি কৈছিলোঁ, বোলোঁ সূত্ৰ, ভেলটো এৰিবলৈনো কেইটা দিন বাকী? এইকেইটা দিন দেখা-শুনাকৈ হৰি-কীৰ্তন জপি লগে-সঙে চকু জপাওঁ। সূত্ৰৰ মত আকৌ বিপৰীত।”

তিনিওগৰাকীৰ মত শুনি পিতাই ইমানপৰ মনে মনে আছিল। যেন তেখেতৰ মতামত আশা কৰিহে বাকী কেইজনে কথাবোৰ কৈছে। শেষত পিতাইৰ গহীন মাত কাণত পৰিল. “সূত্ৰই ভাল কৰিলে নে বেয়া কৰিলে ঠাৱৰকৈ ক'ব নোৱাৰোঁ, ঈশ্বৰসকল। এই ক্ষেত্ৰত মুকুন্দ গোসাঁইৰ মতটিকে মই সাৰোগত কৰি লৈছোঁ। তেখেতে কয়, আমি বিষয়-বাসনা নেওচা দিয়াৰ ভাব থাকিলেও সেইবিলাক কথা মুখত উচ্চাৰণ নোহোৱাই ভাল। নেওচা দিয়াৰ কথা কৈ ফুৰোঁ নেওচা দিব নোৱাৰিহে। বেছিকৈহে সেইবোৰে মেৰিয়াই ধৰে। আমাৰনো কোন সংসাৰী নহয়? সেয়া বাক বাদ দিছোঁ। সূত্ৰৰ কিবা অঘটন হ'লনেকি?”

পিতাইৰ কথাত আওপকীয়াকৈ তিনিওজন মায়া-জালত সাঙোৰ খাই পৰাত আটাইকেইজন খন্তেকলৈ জলকা লাগিল। ইমান পৰ টলকা মাৰি থকা ভোটোক গায়ন আচল কথাটোলৈ আহিল। “আমিনো এইবোৰ ভাবি মূৰৰ চুলি ছিঙি কৰিম কি? সূত্ৰকনো হিতাহিত ভাব দিব কোনে? নেদেখাজনেহে। আমাৰ তাত মাত নাই। সেই কথা এৰিছোঁৱেই। ধৰম-মূৰ্তি বস্ত মাধ'দেউৰ তিথিত এভাগি নাট নেগালে হ'বনে? লদৰ সূত্ৰই তেও ইমান দিনে সেই ভেদো সূত্ৰৰ দিনৰূপৰা সভাসদ জিনি ভাওনাৰ গুৰি-ব'ঠা ধৰি আছিল। এতিয়াহে নিৰুপায়। মানুহবোৰে একোটা গুণ। নামঘৰ কিন্তু খালি থাকিব নোৱাৰিব, বাপা আতৈ।”

লগে লগে সভাসদ গহীন হৈ পৰিল। কাষৰ কোঠাৰপৰা আলোচনা শুনা হ'লোঁ। কিবা গোপন কথাৰ কুনকুননি উঠিল। খন্তেক পাছতে পিতাইৰ মাত শুনিলোঁ,—"সিবাৰ সি ৰজাৰ ভাও-ল'ম বুলি দহোটাকৈ টকা লৈ, পইছা খৰচ নকৰি ৰাংপতাৰ জিভা এখন লগায়েই অসুৰ এটা ওলাই মোক পহিলা আৰু শেহবাৰৰ কাৰণে ভুকুকিয়ালে যদিও, এইবাৰ তাৰ নিস্তাৰ নাই।" মোকে প্ৰকাৰান্তৰে ধমক দিছে বুলি বুজিবলৈ বাকী নেথাকিলেও সিমান ভয় লগা নাছিল। কথাখিনি হাঁহি মুখে কৈছিল যেন লাগিছিল। আতৈসকলে মোৰ শলাগ লৈছিল যেন পাওঁ। হঠাতে পিতায়ে ভিতৰ ফালে মাত দিলে, "ইয়াৰ মুৰ আঁচুৰি হ'লনে, ইমান পৰে?" অৰ্থাৎ মই তাত হাজিৰ হ'বগে লাগে। ওচৰ পাওঁতেই ক'লে, "তই লদৰ সূত্ৰধৰ ভাৰ ল'ব লাগিব। ভাওনালৈ আৰু কুৰি দিন বাকী। কাইলৈ মুকুন্দ গোসাঁইক ক'ম। ঘৰলৈকে আহি শিকাব। সিগৰাকীৰ ঘৰত ল'ৰা-ছোৱালীবে পয়মাল। শুনিছতো?" ময়ো ওঁ বুলি হতভম্ব হৈ ৰ'লোঁ। ন আষাৰ মুখত ফুটাবলৈতো উপায়েই নাই। সূত্ৰধাৰী হ'বলৈ পাই মনটো জিলিকি উঠিল— ন ঘৈণীক ন বাবটোৰে গুণ দেখুৱাবলৈ, নকৈ বিয়া কৰোৱা মনটোক 'ৰুক্মিণীহৰণ' নাটৰ মাজত গুজি ৰাখিবলৈ।

মুকুন্দ গোসাঁইৰ নাম সকবেপৰা শুনিছোঁ। তেওঁৰ নাম নগাঁৱৰ ভাটী-ফালে তেনেই ফাটি-ফুটি যোৱা। যি গোসাঁইৰ ৰাগিণী এবাৰ শুনিছে তেওঁৰ কাণত তাকেহে কেবাদিনো বাজি থাকে। মানুহৰ মতে ধনশ্ৰী ৰাগ শুদ্ধকৈ গাব-পৰা লোক গোসাঁইত বাদে সম্প্ৰতি নায়েই বুলি ক'ব পাৰি। মই কিন্তু গোসাঁইক দেখা নাছিলোঁ। গোসাঁই হ'ল চৰিপোতা সত্ৰৰ; আমাৰ ঘৰৰপৰা দুমাইল নিলগত। আমাৰে সৈতে খেলো বেলেগ আৰু আমি ভকতো নহয়। সেই কাৰণেই সম্পৰ্ক কম। তদুপৰি বুঢ়া হোৱাৰপৰা গোসাঁই সিমান ওলাই-সোমাই নুফুৰে।

পিতাইৰ মুখে শুনিছিলোঁ, এসময়ত চৰিপোতা সত্ৰৰ প্ৰভুসকল খোলে-তালে তেনেই গন্ধৰ্ব আছিল। কোনোবা এখন চৰিতত আছে বোলে এবাৰ গুৰু-পুৰুষ শঙ্কৰ আৰু ধৰম-মূৰ্তি-বৰ মাধৱদেৱ নাৱেৰে ভটীয়াই যাওঁতে সেই ঠাইত নাৱৰ চৰি পুতি চাউল সিজোৱা খৰি গৈছিল। তেতিয়াৰপৰাই সত্ৰৰ নাম চৰিপোতা হ'ল। সত্ৰখন বৰ পুৰণিকলীয়া। উপৰি-পুৰুষসকলক

দেৱতাৰে একলা বুলি মান কৰিছিল। মুকুন্দ গোসাঁইতো অশেষ গুণ ধৰিছে। মহাপুৰুষৰ চাৰিভাগি নাট অনৰ্গল মুখতে গাই যাব পাৰে। ৰাগ-ৰাগিণী বা টোটয়-ভটিমা গোৱাৰ কথা ক'বই নালাগে। খোলে-তালে গীতে-মাতে ভাৱে-ভকতিয়ে উপৰি-পুৰুষসকলৰ গুণ ৰাখি আহিছে। তথাপি আগৰ সেই জয়-জয়-ময়-ময় অৱস্থা নাই। শিছ-ভকতো দিনে দিনে টুটি আহিছে। পিছে গোসাঁইৰ সিমান লেঠা নাছিল। একমাত্ৰ জীয়াৰীকো এঘৰলৈ উলিয়াই দি এৰৰীয়া হ'ল। পিছে বিধৱা ভাই-বোৱাৰীয়েকৰ ল'ৰা-ছোৱালী কেইটাৰ পোহপাল দিবলৈকে গোসাঁইৰ উপায় নোহোৱাত পৰিছে।

গৰুহাল পথাৰত এৰাল দি চোতালৰপৰা লক্ষ্য কৰিলোঁ—পিতায়ে এগৰাকী মানুহৰ লগত আলাপ কৰি আছে। এখন মলিন ধুতি আৰু গাত এখন পাতল চাদৰেৰে সৈতে বগাকৈ ধুনীয়া বুঢ়া মানুহ এজন। জোঙা নাক আৰু উঠন কপালখনৰ কাৰণে প্ৰথম দৰ্শনতে আনতকৈ বেলেগ যেন লাগে। কপালত চন্দনৰ ফোঁটটো আৰু দীঘল চুলিটাৰৰ মূৰত তুলসীৰ পাত-কেইটাই পবিত্ৰ ভাব ফুটাই তুলিছে। মোৰ আগন্তক গুৰু বুলি বিশ্বাস হ'ল। মই সোমাওঁ নোসোমাওঁকৈ ভিতৰ সোমাওঁতেই পিতায়ে চৰাখন বেৰাতে আওজাই থোৱা আছে বুলি ক'লে। ময়ো বহিবলৈ কোৱাৰ নিৰ্দেশ পাই সেইমতে বহি পৰিলোঁ। পিতাইৰ কথা আৰম্ভ হ'ল, "বন্দীৰ বুলিনো কি জহাব! প্ৰভুৱে এই ডালক নমৰি নজহি যোৱাকৈ ৰাখিছে।" অনুমান হ'ল দূৰৰপৰাই চকুৰ ঠাৰেৰে মোৰ উল্লেখ কৰা হৈছিল।

দাস্য-ভকতিৰ বিনয়াৱনত সুৰেৰে পুত্ৰক পৰিচয় কৰি দিয়াৰ পাছত গোসাঁয়ে আগেয়ে কোৱা কথাৰ পাছৰছোৱা আৰম্ভ কৰিলে, "মনত উছৱ লাগিলে কাউৰীয়ে কোৱা কোৱা কৰে, আমিও সেইদৰে জানিবা নামঘৰত সোমাই হাই-উৰুমি কৰোঁ। ইমানেই। একালত বৰগীত শুনি বনৰ হৰিণীয়ে কাণ থিয় কৰি দঁৰক লাগি শুনিছিল। হিংস্ৰ জন্তুৰেও চিকাৰৰ ভাব এৰিছিল। বৰাড়ী ৰাগত সাগৰ-তলিৰ মাছৰ উথল-মাথল লাগিছিল। বোলে—

মৎস্য মগৰ সাগৰ জ্ব কৰি যায়।

সেহিবেলা কানাই বৰাড়ী ৰাগ গায়॥

এই হেন দেউ-বিদ্যা! আমিওনো তাৰ লায়কৰনে?"

গোসাঁইৰ এ বিনম্ৰ গুণত পোনতেই মুগ্ধ হৈ পৰিছিলোঁ। ইঙ্গিতমতে অবিহণাৰে সৈতে গুৱাৰ বটাটো আনি আঁঠু লোৱাৰ ছলেৰে বহিব খোজোঁতেই পিতায়ে মাত লগালে; "তইঁত পঢ়া-শুনা জনা ল'ৰা। তোক এটা কথাকে সোধোঁ। শ্ৰীকৃষ্ণ আছিল জগৎ-গুৰু, অৰ্জুনৰ সখা। তথাপি শৰ টোঁৱাৰৰ সময়ত অৰ্জুনে কাক স্মৰণ কৰে? ইষ্টগুৰুকনে?" কথাটো গমি চাই মূৰ খজুৱাই লাহেকৈ ক'লোঁ, "শিক্ষা-গুৰু দ্ৰোণক।" উত্তৰত সন্তোষ পাই হয়ভৰ দি ক'লে, "স্বৰূপ কথা। শিক্ষা-গুৰু দ্ৰোণকেই। দ্ৰোণ আছিল দৰিদ্ৰ। শেষলৈ পাণ্ডৱৰ বিপৰীতেও ধনু লৈছিল। তথাপি গুৰুৰ প্ৰতি অৰ্জুনৰ অচলা ভক্তি। সেই কাৰণেই অৰ্জুন হ'ল মহা ধনুৰ্ধৰ, যাৰ সকলো শৰ সমানে অব্যৰ্থ।" কোৱাৰ লগে লগে নৱাগত গুৰুক শ্ৰদ্ধা দেখুৱাব লাগে বুলি বুজি পাই ঠাইখন মচি বটাটো আগত থৈ প্ৰণিপাত জনালোঁ। গোসাঁই-ঈশ্বৰেও মূৰত হাত দি আশিস বৰষিলে, "বিদ্যাই লাগ দিয়ক ; মনোবাঞ্ছা সিদ্ধি হওক।"

পাছদিনাৰপৰা শিক্ষা আৰম্ভ হ'ল। পোনতে কেইটামান গীতৰ সুৰ আৰু সূত্ৰ-নাচত প্ৰয়োজন হোৱা খোলৰ বোল শিকাবলৈ ঠিক কৰিলে। প্ৰথমদিনা কৈছিল যে খোল-তাল, দবা-কাঁহ, মৃদং-নেগেৰা আদি 'দেউ-বাদ্য'ৰ ক্ষমতা অসীম। গুৰু-পুৰুষ শঙ্কৰে পহিলাতে খোল তৈয়াৰ কৰি ঘূণ দিয়াৰ সময়ত এনে মাত উঠা নাছিল। এদিন ঘূণ দিয়া খোলটো ৰ'দত দি থওঁতে কাউৰী এটাই খুটিয়াই গ'লহি। তাৰ পাছতেই দেখা গ'ল গুৰু-পুৰুষে ইচ্ছা কৰামতেই খোলৰ মাত উঠিছে। কাৰণ কাউৰীৰ ঠোঁটত চুৱাপাতনিৰ ভাত লাগি আছিল। ঘূণত তাৰ সংস্ৰৱ পোৱাতহে খোলটো তেনেকৈ বাজি উঠিল। কাউৰীৰ ঘটনাটোও এক প্ৰভুৰ ইঙ্গিতহে। সেই কাৰণে এতিয়াও খোল ঘূণালে পঁইতা-ভাত পিহি ঘূণত নিদিলে উত্তম ছেও নুঠে। মৃদঙৰ বেলিকাও সেই একেই কথা। পোনতে মৃদং সাজি তাৰ বাজনাৰ বিষয়ে ভাবি দুদিনমান গুৰু-পুৰুষ পিৰালিত বহি আছিল। এদিন তেনেকৈ থাকোঁতে আকাশৰপৰা এটি পখী উৰি আহি তেওঁৰ পোনে পোনে কিছুমান মাত এৰি থৈ গ'ল। তাকে মৃদঙৰ বাজনা কৰিলে। সেই চৰাইটোৰ নাম ভলোকালি। এতিয়াও হেনো বছেৰেক বা কেবাবছৰৰ মূৰত এবাৰ পৃথিবীলৈ নামি আহে। কথাখিনি যেনেকুৱাই নহওক, গুৰুৰ মুখত বাদ্য-যন্ত্ৰৰ বিষয়ে পৱিত্ৰতাৰে কোৱা শুনি, মোৰ মনটো কিবা এটা তাণ্ডৱ কাম কৰিবলৈ ওলোৱাৰ উৎসাহত তল-ওপৰ হৈ উঠিছিল।

সূত্ৰধাৰী শিকাবৰ কাৰণে নাটখন ঠিক কৰিলে 'ৰুক্মিণী-হৰণ'। গুৰু সদায় আবেলি আহে আৰু সন্ধিয়া হ'লে যায়গৈ। নতুন নতুন ৰাগ-ৰাগিণী আৰু ভটিমাৰ সুৰ শিকি বৰ ৰং পাইছিলোঁ। হাতৰ অৰ্থব্যঞ্জক মুদ্ৰাবোৰত বৰ ৰাপ বহিছিল। গুৰুৰ মুখত ৰাগিণী শুনি বৰ অভিভূত হৈ পৰিছিলোঁ। গলাৰ কঁপনিত করুণ বা হৰ্ষৰ সুৰ ভালকৈ ধৰিব পাৰিছিলোঁ।

মই মন পুতি লগাত পিতাইবো মনত হৰিষ। গোসাঁই যোৱাৰ পাছতেই তেওঁ ডুপুৰা এপুৰা ধান চাকৰটোৰ হতুৱাই গোসাঁয়ে গম নোপোৱাকৈয়ে ঘৰলৈ পঠিয়াই থাকে। চাকৰটোৱে নেযাওঁ নথওঁ কৰিলে পিতায়ে কোৱা শুনোঁ, "তইঁতে কি বুজিবি? এইসকল পুৰুষযে আমাৰ ঘৰলৈ আহিছে, ইও আমাৰ পৰম ভাগ্য। এসময়ত এখে বস্তুৰ উপৰিপুৰুষসকলে পৰৰ ঘৰলৈ অঃ। পাছ কথাই, বছৰেকৰ মূৰত এদিন পথাৰ চাবলৈকো দোলাত উঠিহে গৈছিল। কি হ'ব? এতিয়া আৰু ৰণত পৰি ক'লীয়া হ'ল! কাইলৈ কেনেকৈ চলিম তাকো যদি নিতে ভাবিব লগা হয়, কি শান্তিৰে মোৰ ল'ৰাটিক মন পুতি শিকাব?"

গুৰুৰ কৃপাতেই হওক বা পিতাইৰ চেষ্টাতেই হওক, মই কোনোমতে ভাওনাত সূত্ৰধাৰী-ৰূপে থিয় দিব পৰা হ'লোঁ। ডেকা সূত্ৰধাৰী বৰ মনত লগা হৈছে বুলিয়েই গাঁৱত জুনজুননি শুনিলোঁ। কৃতজ্ঞতাত গুৰুলৈ মূৰ দোঁ খালে। ভাদ মাহটো পাৰ হৈ গ'ল। পিতাইৰ অনুৰোধমতে গুৰু আৰু এপষলৈ আহি থাকিল।

আঘোণত আকৌ ৰাসযাত্ৰাৰ কাৰণে সাজু হ'ব লগীয়া হ'ল। গুৰু নোহোৱাত অথবা-ঘৰত মোৰ কি অৱস্থা! কেইদিনমান অথবা কৰাৰ পাছতেই নিজকে ধিক্কাৰ দিলোঁ। 'কেলিগোপাল'ৰ পাছৰ ফালৰ কেবা ভাগিও শ্লোক শুদ্ধকৈ গাব পৰা নাছিলোঁ। এনে এগৰাকী উত্তম গুৰুৰ কাষতো থৰচি মাৰি শিকিব নোৱৰাত নিজক বৰ অপাৰগ যেন লাগিল। গুৰুৰ ওচৰলৈ যাবলৈকো তেখেতৰ হেনো নৰিয়া।

এদিন ডুপৰীয়া নাটখন আগত লৈ মন মাৰি বহি থাকোঁতেই ওলালহি হেমাৰবড়িৰ ৰূপাই শূত্ৰ। মনৰ বেজাৰতে নিজৰ সকলোখিনি দুৰ্বলতা তেখেতত ব্যক্ত কৰিলোঁ। তেখেতে ডুয়োভাগ নাটৰে সকলো শ্লোক আৰু গীত-পদ বঢ়িয়াকৈ গাব পাৰে। মোৰ অৱস্থা শুনি, তেখেতে দিয়া মতামতৰ শেল-পাতেহে

মনটো থকা-সৰকা কৰি পেলালে। সূত্ৰই কয়, ৰাগ আয়ত্ত কৰাৰ এটা সুন্দৰ নিয়ম আছে বুলি। উদাহৰণস্বৰূপে, সিন্ধুৰা ৰাগত পহিলা সাতোটা আখৰ কোমল কৈ ধৰি পাছৰফালে উঠাই দিব লাগে। অহিৰত পহিলা দুটা আখৰ সুকীয়াকৈ টানি পাছৰছোৱা কৰুণ মাতেৰে একেলগে গাই যাব লাগে। শ্ৰীগান্ধাৰত পোনৰ তিনিটা আখৰ জোৰেৰে গাই পাছৰছোৱা লাহে লাহে কমাই আনিব লাগে। এইদৰে দহভাগমান শ্লোক গোৱাৰ পাছত কথাটো মোৰ মনে ধৰিছিল। যাবৰ সময়ত তেখেতে কৈ গৈছিল, "আপোনাক শিকাওঁতাজনে ঘনাই ঘনাই গাই কিছুমান সুৰহে মনত ৰখাবলৈ চালে, কিন্তু কোনটো ৰাগ কেনেকৈ চিনিব পাৰি, প্ৰত্যেকৰে ইটোৰ সিটোৰ মাজত সাধাৰণ তফাৎ কি তাক ফঁহিয়াই নিদি একো উবাদিহেই ল'বলৈ নিদিলে।"

কথাখিনি গাত বিহ যেন হে সোমাল। শিকিব নোৱৰাটো মোৰ দোষ। সেই বুলি অপাৰগ শিষ্যৰ গুৰু দোষভাগী হ'ব নোৱাৰে।

সূত্ৰ যোৱাৰ পাছত জাঁইমলা বুঢ়ী ভিতৰ ফালৰপৰা ওলাই আহিল। আমাৰ দুজনৰ কথা ভিতৰ ফালৰপৰা শুনি আছিল যেন অনুমান হয়। পৰৰ কপটৰ কথা গাই ফুৰা অথচ নিজে কপটীয়ানী এই বুঢ়ীজনী দেখিলেই মোৰ টিঙিচ্‌কৈ খং উঠে। বুঢ়ীয়ে লেনীয়া মাতেৰে ক'লে, "ময়ো ত্যাকে কওঁ সৰুমণি, সূত্ৰ বোপাই আচল কথাটোকে আঙুলিয়াই থৈ গ'ল। হাজাৰ হওক, গোসাঁই মানুহে শুদিৰক অকপটচিত্তে সকলোখিনি দি যাবলৈ টান পায়। এটা শুদিৰৰ ল'ৰা নাচন-গায়নত জাকত-জিলিকাটো হোৱা দেখিবলৈ গোসাঁইৰ মনে নকয়। এইবোৰ বিদ্যা যেন তেওঁলোকৰ আত্মীয়া সম্পত্তি।" মোৰপৰা খিতাতে কোনো উৎসাহ নেপাই বুঢ়ী, নেমাতি ৰ'ল। আঁতৰ নোহোৱা দেখি খঙতে কলোঁ, "দেশখাঁতী বুঢ়ী, আঁতৰ হ। নলগা ফেঁডাত লাগি ফুৰিবি। পৰৰ চৰ্চা কৰোঁতেই তোৰ তিনিকাল গ'ল।" শুতেককেইটাৰ দৰেই অৱজ্ঞাৰ ধমক পৰাত বুঢ়ী ছিটিকি পৰিল।

গুৰুলৈ বাৰে বাৰে মনত পৰিল। গুৰৰ সময়ত ভাবিলোঁ, গুৰু এই এমাহ নৰিয়াত পৰাৰ অছিলা লৈয়ে জাঁইমলা বুঢ়ীয়ে এবাৰ মাতি যাব পাৰিলে, ৰূপাই সূত্ৰই নিজৰ পণ্ডিতালি দেখুৱাই গ'ল। গুৰু অসুখৰপৰা উঠক। সকলো খৰচি মাৰি শিকি নিলুকৰ মুখত ছাই সানিম। গীত-পদ-ৰাগিণীবোৰ ছাত্ৰ-বৃত্তি স্কুলত শিকোৱা অঙ্ক নহয় যে নিগমটো শিকি ল'লেই

সকলো হৈ যাব। নিজকে অৱজ্ঞা কৰি, সূত্ৰধাৰী বাবটো গ্ৰহণ কৰি লজ্জিত হৈ অসংখ্য জুমুৰি ধৰা কথা গুণা-গঁথা কৰি থাকোঁতেই ৰাতি দুপৰমান হ'ল। বিছনাৰপৰা উঠি আহি চোতাল পাই দেখোঁ পিতায়ে মাজ চোতালত থিয় দি আছে একান্তমনে। গভীৰ নিশা। নিলগত ফেঁচাৰ মাতটো আৰু কাষৰ বাঁহতলিৰ ঘিটমিটীয়া আন্ধাৰৰ মাজত ক্ষীণ পোহৰ দিয়া জোনাকী পৰুৱা-কেইটাই ৰাতিটো আৰু গহীন কৰি তুলিছে। মোৰ কাষ চাপি পিতায়ে সুধিলে, "কিবা শুনিবলৈ পাইছনে?" মোৰো ভালকৈ কাণ পাতি শুনিবলৈ পাই বুকুখন চিৰিংকৈ উঠিল। দূৰৈত, পথাৰৰ ফালৰপৰা, অনুমান ধমপুৰা পুখুৰীৰ ফালৰপৰা তিৰোতাৰ ক্ৰন্দন-ধ্বনি! পিতায়ে মাথোঁ গহীনাই ক'লে, "সেয়া কোনো এলা-পেচা তিৰোতাৰ কান্দোন নহয়। তেৱেঁ আমাৰ অঞ্চলৰ ভাগ্য-লক্ষ্মী। কোনো সন্ত-মহন্ত চলিবৰ সময় হ'লে, দেশৰ ধৰণী লৰিব বুলি ভয় কৰি ভাগ্যলক্ষ্মীয়ে ইনাই-বিনাই কান্দে। সিবাৰ পচন্দ বাপ চলাৰ সময়তো এনে কান্দোন শুনিছিলোঁ। মকুন্দ গোসাঁই গুৰু পক্ষটোলৈকে নৰ'ব যেন পাইছোঁ।"

পিতাইৰ কথাখিনি কান্দোনতকৈ ভয়াবহ যেন শুনিলোঁ। সেইদিনাৰপৰা পিতাই সদায় গুৰুৰ ঘৰলৈ যায় আৰু ময়ো তিনি-চাৰি দিনৰ অন্তৰে অন্তৰে গৈ থাকোঁ। ৰাগ-পদ বা সূত্ৰধাৰীৰ চিন্তা মনৰপৰা পাতলিছে। গুৰুৰ ঘৰ উৰলা ছাল; ভাই-বোৱাৰীয়েকৰ আউল-বাউল চুলিৰে কৰুণ মুখখন আৰু ল'ৰা-ছোৱালী কেইটাৰ নাজল-নাথল অৱস্থা দেখি প্ৰতিদিনাই ভাবিছিলোঁ, এই অৱস্থাৰে ৰুক্মিণীৰ ৰূপ বৰ্ণোৱা সুন্দৰ চপয়, প্ৰেম ওপচোৱা বিৰহ-গীত আৰু মুকুতিমঙ্গলৰ ভটিমা হিয়াত লাগি যোৱাকৈ গাব পৰাটোহে গুৰুৰ বিষয়ে আচৰিত কথা। কঠুৱা শিলনিৰ ওপৰত সজীতে শিপা মেলিব পৰাটোৱেই যেন তাৰ ব্যতিক্ৰম।

ওচৰ-চুবুৰীয়া আৰু নিশকতীয়া ভকতসকলৰপৰা উপযুক্ত পৰিচৰ্যা পালেও গুৰুৰ ৰোগ ভালৰ ফালে চাল নল'লে। কলাফুল শুকাই গ'ল। কাণৰ লতি পৰিল। নাকৰ পাহি মাজে মাজে লৰিবলৈ ধৰিলে। দুপালি-এপালি দেৱাই দিলে খাবলৈ আপত্তি কৰে। নিজৰ ভাজি গাত সেক দিবলৈ ল'লেও মৰা হাঁহক চাৰি পাণ্ডি বাখিবৰ প্ৰয়োজন নাই বুলি কয়। আমি বেজাৰতে নিৰাশ হৈ বহি থাকোঁ।

এদিন সন্ধিয়া গুৰুৰ ওচৰত কেৱল মই আৰু পিতাই আছোঁ। তেখেতে আমাৰ দুজনক কাষলৈ মাতি নি ক'লে, "বাপা আতৈ, আজি দুদিন চাঙ্গি আছোঁ এথেক আৰু সূত্ৰ বোপাক নিজমে লগ'পাবলৈ। আজি সেই সুবিধা হ'ল। নহ'লে হয়তো মনৰ কথা মনতে ৰ'লহেঁতেন। কথাটো বৰ শকতেই। এথে আৰু সূত্ৰ ল'ৰাৰ দোষভাগী হৈছোঁ। সকলোখিনি কৈ যাওঁ। মাজতে যেন মাত নিদিয়ে। সকলো কৈ মনলৈ শান্তি আনিবলৈ দিয়ক। মৰিবলৈ আৰু চাৰিদিনো নাই। নিজৰ গাতে গম পাইছোঁ। এথেও বোধ কৰোঁ দুটা-এটা লক্ষণ দেখিছে। তদুপৰি কালি এটা সপোন দেখিলোঁ। বলি-সত্ৰৰ মহীদেউ আতা চলা প্ৰায় ন বছৰেই হ'ল। কালি দেখিলোঁ তেখেতৰ লগত কথা পতা। তেখেত হেনো আজি-কালি বৰদোৱাৰ বৰফাঁলে বাসা পাতিছে ভালেমান সাধু-মহন্তৰে হৰি-কীৰ্ত্তন কৰি অময়া সুখত। তালৈকে মোকো নিবলৈ আহিল। বাৰে বাৰে ধৰাত ময়ো এবাৰ নোৱাৰি মান্তি হ'লোঁ আৰু দুয়ো শান্তিজানেদি নাৱেৰে উজাই যাওঁতেই সাৰ পালোঁ। সপোনৰপৰা জানিব পাৰিলোঁ মোৰ আয়ুস নায়েই। এথেও জানেই সপোনত যদি মৃতকজনে মুখলৈ সঘনে চায়, দেখোঁতাৰ প্ৰাণলৈ ভয়। মুখলৈ মৰমেৰে চোৱা পাছ কথাই, বহিছিলোঁ গাত গা লগাই।"

শোৱাৰপৰা আৰু এটা বাগৰ সলাই হমুনিয়াহ কাঢ়ি ক'বলৈ ধৰিলে, "যেয়ে হওক, শেষত আপোনালোকক ক'বলৈ একেৰি স্বীকৃতি বৈ গ'ল। নক'লে হয়তো মৰাৰ পাছতো শান্তি নেপাম। এই ল'ৰাটিক যে শিকাই-ছিলোঁ, তাৰ ভালেমান কেণা বৈ গ'ল। পহিলা মাহতে তাক ভালেখিনি বস্তু দিব পাৰিলোঁহেঁতেন, পিছে মোৰ বিষয়ে জবাজৰ পাতকী মনটোৱে বাধা দিলে। ভাবিছিলোঁ তাৰ লগাখিনি কাতি মাহটোলৈকে শিকাই থাকিম। অৱশ্যে অসুখৰ কাৰণে সিও হৈ ছুটিল। আচল কথাটো ক'বলৈ মুখৰপৰা কথা ওলাব নোখোজে।"

গুৰুৰ মাতটো লাহে লাহে কঁপা হ'বলৈ ধৰিলত পিতায়ে "সেইসব পাছ কথা" বুলি মুখ মেলিব খোজোঁতেই গুৰুৱে মনা কৰি তাঙৰকৈ ক'লে, "ল'ৰাটিক হিংসা কৰাৰ কাৰণে নহয় বাপা আতৈ, বিষয়-জঞ্জালত পৰিছে। এথে জানে, ঘৰত ল'ৰা-ছোৱালীৰ কি খিলৈ; শাওণৰপৰা ঘৰত ধান এমুঠি নেথাকে। আজি দুবছৰে এডৰা-দুডৰা মাটি বেচি টুক-টাককৈ চলি

আছিলোঁ। পুহৰ আগতে কেতিয়াও চুক্তিৰ ধান নেপাওঁ। এয়ে মোৰ অৱস্থা। এনেতে এখেৰ অনুৰোধত ল'ৰাটিক শিকাব লগা হ'ল। আমি একো নাম-গোন্ধ নোলোৱাকৈয়ে এখে বিজ্ঞ হৈ দুই এমুঠি ধান-চাউল দি থকাত কোনোমতে তৰি আছিলোঁ। তথাপি উপকাৰেই কাল হ'ল। কি পিশাচ-মনেৰে ভাবিছিলোঁ যে ল'ৰাক শিকোৱা যদি এমাহতে শেষ কৰোঁ আৰু সেই বিদ্যাৰেই সি যদি মজপুত হৈ পৰে, এই আপদীয়া দিনকেইটা তৰোঁ কেনেকৈ? সেই কাৰণেই এই দুৰ্বাসনা হৈছিল। বোধ কৰোঁ কোনো গুৰুৰে এনেকুৱা ভাব হোৱা নাছিল। ঘৰৰ অৱস্থাৰ কথা মনত পৰিলে, শিষ্যই আগ্ৰহেৰে কথা গ্ৰহণ কৰিব খুজিলেও শিকাবলৈ আগ্ৰহথিনি নাইকিয়া হয় যেন পাইছোঁ।" গুৰুৰে ইমান আৱেগত কথাখিনি কৈছিল যে মোৰ উপস্থিতিটোকেই পাহৰি পেলাইছিল।

পিতাই সেইকালেই থৰ লাগিল। গুৰুলৈ চাই দেখোঁ তেখেতে মুখৰ যেন কেৱাটাও ৰং সলাইছে। অলপ পৰ বৈ পিতাইৰ ফালে অসহায়ভাৱে চাই আকৌ ক'লে, "কিয়নো এনে ভাব নহ'ব, বাপু আতৈ? আজি এমুঠি পেটত গুজি কাইলৈ কিহৰ ব্যৱস্থা হ'ব, তাৰ চিন্তাই দেহ-পুৰি মাৰে। আমাৰ গোসাঁই মানুহৰ পোৰণি হয়তো আনে ধৰিব নোৱাৰে। এনে অৱস্থাত দুসন্ধ্যা গা ধুলে বা কপালত চন্দনৰ ফোঁট ল'লেই অন্তৰখন শুচি হ'বনে? দেউ-বিদ্যা শিকাবলৈকো এই পাৰ্থিৱ মনটোক মোচোকা মাৰি থ'ব নোৱাৰিলোঁ। এভাগি শাস্ত্ৰত পাইছিলোঁ যে, অহা দিনবোৰৰ কথা ভাবিব নেলাগে; সেই চিন্তা অহা দিনবোৰে নিজে কৰিব। কথাটোৰ সাৰমৰ্ম কিবা বুজি পালেও, মোৰ মনেৰে শাস্ত্ৰৰ সকলো মত যুগধৰ্মই আঁকোৱালি নলয়। দুকুৰি বছৰে ভালেমানক মন উবুৰিয়াই শিকাইছিলোঁ, তেতিয়া মোৰ চাৰিওফালে উভৈনদী আছিল। ৰাগৰ প্ৰতিটো লয়তে মনটো নিকা হৈ পৰিছিল। এতিয়া ভাবোঁ, হে প্ৰভু, এনে কপালত পেলাই বন্দীৰ পৰা হিয়াখনো কাঢ়ি নিলা। গোসাঁই-ঘৰত ভাল কোবাওঁ, গীত গাওঁ, কাকুতি-মোৰা মাতোঁ। তাতো খাউনি নেপাই শেষত এই পদ-ছন্দ আৰু তাল-মান এৰি কঠুৱা গন্ডবেই কওঁ, হে নাৰায়ণ, বন্দীয়ে তোমাৰ মহিমা কি বুজিব? তোমাৰেই সৃষ্ট এমুঠি জীৱৰ সাধাৰণ এটা মাথোঁ। তথাপি মনত বিশ্বাস আছে যে আমি দুখ পালে কিজানি তুমিও দুখ পোৱা। এই ক্ষীণ

সান্ত্বনা লৈয়ে ইমানদিন জীয়াই আছিলোঁ। সেই কাৰণে বাপ্পা আতৈ, মূঢ়মতিয়ে যিফেৰা পহিলা আৰু শেষ অহিত কাম কৰিলোঁ, নিজগুণে যেন মৰিষণ কৰে। আৰু এটা কথা শেষত কৈ থওঁ! সৌ চাংথনত থকা বাগ আৰু তালৰ সকলো কথা ফঁহিয়াই লিখি থোৱা পুথিভাগ মোৰ চিতাৰ জুই হুমুমুৱাৰ আগতেই এথে ঘৰলৈ লৈ যাব। এই আমাৰ দুপুৰুষৰ আগতে এগৰাকী আতাই লিখি থৈ গৈছে। ল'ৰাটিয়ে তাৰেপৰা যি পাৰে শিকক। দেউ-বিদ্যাৰ বীজ এইদৰে দুজন-এজনত নৰ'লে, সংসাৰখন শুকান বালি হৈ পৰিব।"

মোৰ ফালে চাই ক'লে, "বোপা, মোৰ প্ৰতি যেন ৰোষ নেৰাখা।" মই চকুপানী টুকিলোঁ।

কথা শেষ হোৱাৰ পাছত গুৰুৱে পিতাইৰ হাতত ধৰি মুখৰ ফালে চাই ৰ'ল। পিতায়েও থোকাথুকি মাতেৰে ক'লে, "এথে ইমানতে……।" আৰু কথা ক'বলৈ মাত নোলাল। পিতাইৰ ভঙ্গীত কাতৰ ভাব দেখি, গুৰুৰ বিশ্বাসৰ ভাব হ'ল আৰু থন্তেকতে আগৰ শেঁতা মুখলৈ তেজ আহিল।

গুৰুক কিন্তু লালিবলৈ-পালিবলৈ দুদিনেই নেপালোঁ। শটোৰ কাষতে ঢলি পৰি দুখুনী ভাই-বোৱাৰীয়েকে শেষ বাৰলৈ বিনালে—জীৱনত আৰু কাৰো কাৰণে বিনাব নেলাগিব কাৰণেই। অসহায় ল'ৰা-ছোৱালীকেইটাই একো আগ-পিছ ভাবিব নোৱাৰি অবাক হৈ চাই ৰ'ল। চোতালত থকা সকলোৰে গুণীজনৰ গৌৰৱণত চকুৰ কোণ তিতিল। সেই কাৰণেই হয়তো আগতেই ভাগ্য-লক্ষ্মীয়ে ইনাই-বিনাই কান্দি ল'লে।

ল'ৰা-ছোৱালীকেইটাৰ পুতলা যেন মুখকেইখনত ভৱিষ্যতৰ কৰুণ ছবি দেখি ভাবিলোঁ—মানুহ মৰমেৰে জীয়াই থকাৰ দিন যদি উকলি গৈছে, ইহঁতৰ কঠোৰ জীৱনত কাহানিও মুখৰপৰা গীত-পদ নোলাব। ফুৰুলীয়া কালতেই লোকৰ ওচৰত হাত পাতি টোকাৰী-গীত গাব—

এমন সুন্দৰ দেহা কোন দিনা যায়
এ মন ভাৰসা নাই…।

# হাতী

## হোমেন বৰগোহাঞি

আহাৰ মাহৰ গধূলি পৰত বলোৰাম বুঢ়াই খালি গাৰে গধূলিৰ জুৰ বতাহ লৈ পিৰালিতে জুপুকা মাৰি বহি আছিল। বুঢ়াৰ বয়স চাৰি-কুৰি পাৰ হৈ গৈছে, চকু-কাণৰ শক্তি কমি আহিছে। কিবা এষাৰ কথা ক'ব লগা হ'লে কাণৰ কাষত চিঞৰি ক'লেহে তেওঁ শুনে। সেই কাৰণে নিতান্ত দৰ্কাৰ নহ'লে কোনেও তেওঁৰ লগত কথা নেপাতে। বুঢ়াই সেই কাৰণে মনে মনে নিজকে অৱহেলিত যেন অনুভৱ কৰে। তেওঁৰ মুখত সকলো সময়তে এটা অভিমানৰ ভাব লাগিয়েই থাকে। গধূলিৰ এন্ধাৰত গছৰ মূঢ়া এটাৰ দৰে নিথৰ হৈ বুঢ়াক বহি থকা দেখি ভাঙৰজনী বোৱাৰী-য়েকৰ বোধ হয় অলপ বেয়া লাগিল; ওচৰলৈ আহি তাই মাত লগালে, "দেউতা, বাতি হ'ল, ভিতৰলৈনো সোমাই নাহে কিয়?" বোৱাৰীয়েকে কি কৈছে বুঢ়াই ভালকৈ তৰ্কিবই নোৱাৰিলে; তেওঁ ভেকাহি মাৰি চিঞৰি উঠিল,—"কিনো কাণৰ কাষত চিঞৰি চিঞৰি কথা কৰ অ'? মোক কলা বুলি ভাবিছনেকি?"

তেওঁযে সিমান কলা নহয় হাতে হাতেই তাৰ প্ৰমাণ ওলাল। হঠাৎ তেওঁ মাত লগাই উঠিল,—"কোন অ' সেইটো? বাতিয়ানেকি?"

গধূলিৰ এন্ধাৰত বোৱাৰীয়েকেই বাতিয়াক ভালকৈ মনিব পৰা নাছিল। কিন্তু বুঢ়াই তাৰ খোজৰ শব্দতেই তাক চিনি পাইছে। কাণৰ কাষত ঢোল বজাই থাকিলেও নুশুনা বুঢ়াই বাতিয়াৰ ভৰিৰ খোজটোৰে কেনেকৈ গম পায়, সেই কথা ঘৰ-ঘৰোৱাহৰ কাৰণেই এটা পৰম বিস্ময়।

বুঢ়াৰ কোনো প্ৰশ্নৰে উত্তৰ দিয়া বাতিয়াৰ স্বভাৱ নহয়। তেওঁৰ গাৰ কাষেদিয়ে সি গম গমকৈ ভিতৰলৈ সোমাই গ'ল।

বাতিয়াৰ হৈ বুঢ়াৰ প্ৰশ্নৰ উত্তৰ দিলে বাপধনে নিজে। শুঁৰতাল মেলি সি বুঢ়াৰ কপালখন স্পৰ্শ কৰিলে। বাপধনৰ সেই চিৰ-পৰিচিত স্নেহ-স্পৰ্শত

বুঢ়াৰ কংকালসাৰ দেহটো ভৰিৰপৰা মূৰলৈকে এটা অদ্ভুত আৱেগত শিহৰিত হৈ উঠিল। হেৰোৱা মাণিক বিচাৰি পোৱাৰ দৰে খপ কৰে বাপধনৰ শুঁৰডালত ধৰি তেওঁ পৰম আবেগেৰে হাত বুলাবলৈ ধৰিলে; যেন বহু দিনৰ মূৰত ঘৰলৈ ঘূৰি অহা পুতেক এটাকহে তেওঁ আদৰ কৰিছে। বোৱাৰীয়েকে বুজিলে যে বুঢ়াৰ আৰু সোনকালে ভিতৰলৈ সোমাই যোৱাৰ আশা নাই, কাৰণ এতিয়া তেওঁ আৰম্ভ কৰিব বাপধনৰ লগত নানা সুখ-দুখৰ কথা-বাৰ্তা। কৌতুকৰ হাঁহি এটা মাৰি তাই ভিতৰলৈ সোমাই গ'ল। বুঢ়াই বাপধনৰ শুঁৰত হাত বুলাই বুলাই ক'বলৈ ধৰিলে, "ইস, তোৰ গাত এইবোৰ ঘা লাগিল কেনেকৈ? ৰাতিয়াটো কম পাৰও নহয়। সি নিশ্চয় তোক ক'ৰবাৰ কাঁইটীয়া জংঘলত সুমুৱাই দিছিলগৈ। তাক মই ইমানকৈ কৈছোঁ, বাপধনৰ গাটো বৰ ভাল নহয়, এইকেইদিন তাক জংঘললৈ নিব নেলাগে; নাই, সি মোৰ কথাক কথা বুলিয়েই কাণ নকৰে। ইহঁত গোটেই মখাৰে একে ষড়যন্ত্ৰ। এনেকুৱা নিমথ-হাৰামী মানুহ আৰু মই দেখা নাই।......বাবু, বাবু, অ' মোৰ বাপধন......!"

বুঢ়াৰ মুখৰ কথা বন্ধ হৈ আহিল, কিন্তু হাতৰ স্পৰ্শৰ বাণী-হীন ভাষাৰে আৰু বহুত সময় ধৰি বাপধনৰ লগত তেওঁৰ কথা-বাৰ্তা চলি থাকিবলৈ ধৰিলে।

অলপ পাছতে হেড্‌লাইটৰ তীব্ৰ পোহৰত গোটেই চোতালখন আলোকিত কৰি বিশাল মটৰ-গাড়ী এখন ঘৰৰ দুৱাৰ-মুখত আহি থিয় হ'ল। এন্ধাৰত নিবিড় মিলন-সম্ভাষণত মগ্ন অৱস্থাত হাতে হাতে ধৰা পৰি যোৱা প্ৰণয়ী যুগলৰ দৰে বুঢ়া আৰু বাপধন দুয়ো অতি সংকুচিত দৃষ্টিৰে মটৰখনলৈ ঘূৰি চালে, তাৰ পাছত যেন কিং-কৰ্তব্য-বিমূঢ় হৈ দুয়ো আড়ষ্ট হৈ ৰ'ল। মটৰৰ হেড্‌লাইট্‌ নুমাই গ'ল। গাড়ীৰপৰা নামি আহিল বৰমইনা, অৰ্থাৎ বুঢ়াৰ ডাঙৰটো পুতেক। চোতালত থিয় দিয়েই তেওঁ ড্ৰাইভাৰক হুকুম দিলে, "হৰিচৰণ, গাড়ীখন চাকা নকৰাকৈ তই পলাই নেযাবি কিন্তু। বহুত বোকা লাগি আহিছে। উঃ কি জঘন্য ৰাস্তা। এনে বুলি জনা হ'লে কেতিয়াও গাড়ীখন নিনিলোঁহেঁতেন।" ড্ৰাইভাৰৰ উদ্দেশ্যে কথাখিনি কৈ বৰমইনাই পিৰালিলৈ উঠি আহি বাপেকৰ কাষত খন্তেক থিয় হ'ল। এন্ধাৰত বুঢ়াই পুতেকৰ মুখখন নেদেখিলে, দেখা হ'লে বৰমইনাৰ মুখৰ কঠিন বিদ্ৰূপৰ

হাঁহিটো দেখি তেওঁৰ তেজ গৰম হৈ গ'লহেঁতেন। তেতিয়াও বাপধনৰ শুঁৰডাল হাতেৰে ধৰি আছিল। হঠাৎ তেওঁ অনুভৱ কৰিলে, বৰমইনাৰ উপস্থিতিত বাপধনৰ গোটেই শৰীৰ যেন সংকুচিত হৈ উঠিছে। তাৰ প্ৰতি ব্যথা আৰু সহানুভূতিত বুঢ়াৰ হৃদয় বিগলিত হৈ পৰিল। বাপধনকযে বৰমইনাইঁতে কিমান তাচ্ছিল্য আৰু অনুকম্পাৰ চকুৰে চায়, সেই কথা সিও যেন লাহে লাহে বুজি পোৱা হৈছে। অন্তৰৰ সমস্ত আবেগ আৰু মমতা ঢালি দি তেওঁ পুনৰ বাপধনৰ শুঁৰত হাত বুলাবলৈ ধৰিলে।

বৰমইনাই বাপেক আৰু বাপধনৰ প্ৰণয়-লীলা উপভোগ কৰি কিছু সময় নীৰৱ হৈ ৰ'ল। তাৰ পাছত সি হঠাৎ মাত লগালে, "পিতা, সংসাৰত বহুত ধৰণৰ পাগল আছে। কিন্তু এটা জানোৱাৰৰ কাৰণেযে মানুহ কিমান পাগল হ'ব পাৰে, তোমাক নেদেখিলে সেইকথা কোনেও বিশ্বাসেই .নকৰিব। তোমাক আৰু এসপ্তাহ সময় দিলোঁ ; এই কেইদিনতে যিমান পাৰা বাপধনক মৰম কৰি লোৱাঁ। তাৰ পাছত আৰু কিন্তু— ।"

বৰমইনাই মুখৰ কথাষাৰ শেষ কৰিবলৈ নেপালেই, প্ৰচণ্ড খঙত বুঢ়া গৰ্জি উঠিল, "তাৰ পাছত, তাৰ পাছত কি হ'ব? নকৱ কিয় তাৰ পাছত কি হ'ব?"

চকুৰে নেদেখিলেও বৰমইনাই স্পষ্ট অনুভৱ কৰিলে যে খঙত বাপেকৰ গোটেই গাটো ঠকঠককৈ কঁপিব লাগিছে। তেওঁৰ আৰু খং তোলা উচিত হ'বনে নহয় মনে মনে সেই কথা তেওঁ অলপ সময় চিন্তা কৰিলে। তাৰ পাছত তেওঁ আগতকৈ ধীৰভাৱে মাত লগালে, "আৰু এসপ্তাহৰ পাছত হয় হাতীটো বিক্ৰী কৰিব লাগিব, নহয় তাক কাম কৰিবলৈ শদিয়ালৈ পঠাব লাগিব। এই দুটাৰ ভিতৰত তোমাৰ যিটোকে পছন্দ হয় তাকে কৰিম। মই সকলো বন্দবস্ত শেষ কৰিছোঁ।"

কথাষাৰ কৈয়েই বুঢ়াৰ উত্তৰলৈ বাট নেচাই বৰমইনা ভিতৰলৈ সোমাই গ'ল।

এক মুহূৰ্তমান সময় বুঢ়া স্তব্ধ হৈ বহি ৰ'ল। তাৰ পাছত গোটেই ঘৰখন থৰহৰি কম্পমান কৰি তেওঁ গৰ্জি উঠিল, "কি ক'লি? কি ক'লি, পাষণ্ড? বাপধনক তই বিক্ৰী কৰিবি, নহ'লে শদিয়াত কাঠ টানিবলৈ পঠাবি? মই মৰিলোঁ বুলি ভাবিছনেকি! হে ভগবান? এই নৰাধমকেইটাৰ

গাত কি ভূত লম্ভিছে এনেকৈ? গাঁৱে গাঁৱে পকা ৰাস্তা হৈ মটৰ দৌৰাবলৈ পাই তহঁতৰ চকুত বাপধনৰ একো মূল্য নাইকিয়া হ'ল? ৰাজ্যৰ মানুহে জানে, বাপধনেই মেধিৰ ঘৰৰ লক্ষ্মী, বাপধন আহি ঘৰ সোমাবৰ দিনাৰপৰাই মেধিৰ ঘৰৰ কপাল ফুলিছে, আজি সেই বাপধন তহঁতৰ চকুত ভতুৱা কুকুৰতকৈও হীন হ'ল? সি ঘৰলৈ আহিলে মই তাক অলপ মৰম কৰোঁ, তাকে দেখি সিহঁতৰ কিমান ঠাট্টা-মস্কৰা! তয়ো দেখোন ঘৰলৈ আহি প্ৰথমে তোৰ মটৰ গাড়ীখনৰ হাত-ভৰি ধোৱাবহে খবৰ লব? জীৱ লগা বস্তু এটাতকৈ সেই কল-কজাবোৰেই তহঁতৰ মানত দেৱতা হ'ল? ডেকা তেজৰ কোবত ওভত-গোৰে নাচি তহঁতে আজি বাপধনক মূল্য দিব নোখোজ? নেলাগে দিব। কিন্তু সেই বুলি তাক বেচিবলৈ বা কুলী কামত লগাবলৈ তহঁতৰ কি এক্তিয়াৰ আছে? সাৱধান, মই নমৰালৈকে সেই কথা নহ'ব।"

আৰু বহুত সময় ধৰি বুঢ়াই পুতেকহঁতৰ উদ্দেশ্যে নানা সাৱধান-বাণী শুনাই থাকিবলৈ ধৰিলে।

বাপধনক কেন্দ্ৰ কৰি বাপেক-পুতেকৰ এই কাজিয়া আজি কিছু দিনৰপৰা বলোৰাম বুঢ়াৰ ঘৰত নিত্য-নৈমিত্তিক ঘটনাত পৰিণত হৈছে। কাজিয়াৰ কাৰণটো ক'বলৈ গলে অতি সামান্য। বলোৰাম বুঢ়াৰ ডেকা বয়সত, অৰ্থাৎ আজিৰপৰা প্ৰায় তিনিকুৰি বছৰৰ আগতে, আজি-কালিৰ দৰে আলি-পদূলিও নাছিল, মটৰ গাড়ীও নাছিল। একমাত্ৰ হাতী-ঘোঁৰাই সেই সময়ত গাঁৱে-ভূঞে অভিজাত বাহন বুলি বিবেচিত হৈছিল। বলোৰাম মেধি যেতিয়া পঁচিশ-বছৰীয়া চফল ডেকা, সেই সময়তে তেওঁ হঠাৎ এদিন আৱিষ্কাৰ কৰিলে যে ধনে-ধানে মাটিয়ে-বাৰীয়ে তেওঁৰ ঘৰৰ অৱস্থা মৌজাখনৰ ভিতৰতে জাকত জিলিকা হৈ পৰিছে; এই সময়তে ঘৰৰ পদূলি-মুখত দঁতাল হাতী এটা বান্ধিব পাৰিলেই তেওঁৰ আভিজাত্যৰ গৰিমা ষোলকলা পূৰ্ণ হয়। কথাষাৰ মনত উদয় হোৱাৰ লগে লগেই চাৰি-কুঠলীয়া ভঁৰাল এটা বিক্ৰী কৰি তেওঁ হাতী এটা কিনি আনিলে আৰু আদৰতে তাৰ নাম থ'লে বাপধন। সেইদিন ধৰি বাপধনে তেওঁৰ হৃদয়ত বৰপুত্ৰৰ দৰেই এখন আসন পাই আহিছে। কাৰণ সিটো কেৱল এটা হাতী নহয়, কেৱল এটা অভিজাত বাহনো নহয়, সিযে তেওঁৰ জীৱনৰ সাফল্যৰ প্ৰতীক! বাপধনক তেওঁ কোনোদিন ভাৰবাহী পশু হিচাপে ব্যৱহাৰ কৰা নাই, তেওঁৰ কাৰণে সি সংসাৰৰ এটা মহামূল্য অলঙ্কাৰ। এবাৰ জিলাৰ

ইংৰাজ ৰবচাহাব মৌজালৈ আহিব লগা হোৱাত তেওঁক আদৰি আনিবলৈ এটা দেখনিয়াৰ হাতীৰ দৰকাৰ হ'ল। মৌজাখনৰ পাঁচটা হাতীৰ ভিতৰত বাছি বাছি বাপধনকে ঠিক কৰা হ'ল। ৰবচাহাবে বাপধনত উঠি মৌজা এৰি যাবৰ সময়ত বলৰাম মেধিৰ আগত বাপধনৰ কি প্ৰশংসা কৰি গৈছিল, সেই কথা মনত পৰিলে বুঢ়াৰ হৃদয় আজিও ৰোমাঞ্চিত হৈ উঠে। শতুৰুৰ মুখত ছাই দি বাপধনে সেইদিনা তেওঁৰ ঘৰলৈ আনি দিছিল অভাৱনীয় প্ৰতিপত্তি আৰু সন্মান, কাৰণ এই কথা সকলোৱেই জানে। ৰজাই ভাল দেখে যাক, ভেটি-ভাৰো নেলাগে তাক। লাহে লাহে বলোৰাম মেধিৰ ঘৰৰ অৱস্থা দোপত দোপে আৰু উন্নত হ'বলৈ ধৰিলে, সাতোটা পুত্ৰ-সন্তান আৰু তিনিজনী কন্যাৰে ঘৰ ভৰি পৰিল, জিলাৰ ডা-ডাঙৰীয়া আৰু হাকিম-বিষয়া আহিলে বুঢ়াৰ ঘৰতে আলহী থকা হ'ল—এইবোৰ দেখি-শুনি মানুহে ক'বলৈ ধৰিলে আৰু বলোৰামৰো বিশ্বাস হ'বলৈ ধৰিলে যে বাপধনৰ যহতেই এই সকলোবোৰ হৈছে, বাপধন বলোৰাম মেধিৰ ঘৰৰ লক্ষ্মী। বাপধনক তেওঁ নয়নৰ মণি যেন জ্ঞান কৰিবলৈ ধৰিলে। নিজে সদায় আগত থাকি তেওঁ তাৰ গা ধুৱাই দিয়ে, যত্ন কৰি আহাৰ খুৱায়, গধুলি সি ঘৰ সোমোৱাৰ লগে লগে তেওঁ এনেকৈ তাৰ গা মূৰ পিটিকি আদৰ কৰি কথা পাতে যে মানুহে শুনিলে ভাবিব, বহুতদিন ধৰি হেৰোৱা পুতেক এটাকহে যেন তেওঁ ঘূৰাই পাইছে।

আচলতে এটা পুতেকতকৈ বাপধনৰ মূল্য তেওঁৰ চকুত কোনো গুণে কম নহয়। কাৰণ সিটো কেৱল এটা হাতী নহয়, কেৱল এটা অভিজাত বাহনো নহয়,, সিযে তেওঁৰ জীৱনৰ সাফল্যৰ প্ৰতীক!

ধনী মহাজন আৰু খেতিয়কৰ ঘৰৰ ল'ৰা ৰবমইনাইত ডাঙৰ হৈ হ'ল আৰু বেছি ধনী ঠিকাদাৰ আৰু ব্যৱসায়ী। হঠাৎ এদিন সিহঁতে আৱিষ্কাৰ কৰিলে যে ব্যৱসায়-বাণিজ্য, ক্ষমতা-প্ৰতিপত্তি সকলো বিষয়তে সিহঁতে চাৰিটা মৌজাৰ ভিতৰতে জাকত জিলিকা মানুহ হৈ উঠিছে; এতিয়া পদুলি-মুখৰ গেৰেজত মটৰ এখন থিয় কৰিব পাৰিলেই সিহঁতৰ আভিজাত্যৰ গৰিমা ষোলকলা পূৰ্ণ হয়। আজিকালিৰ দিনত মানুহৰ হেজাৰ টকা-পইচা নেথাকক, মটৰ-গাড়ী এখন নহ'লে কোনেও কাকো আচল ধনী বুলি গণ্য নকৰে। মটৰ কিনিবৰ যোখাৰে বেংকত সিহঁতৰ যথেষ্ট টকা-পইছা আছে; কিন্তু নতুন যুগৰ দীক্ষা ছিছাপ-পটুতাৰে সিহঁতে ভাবি পালে যে হাতীটো বিক্ৰী কৰিলো কেইহেজাৰ-।

মান টকা উলিয়াব পাৰি ; আজিৰ এই মটৰ-গাড়ীৰ যুগত তাৰতো কোনো ব্যৱহাৰিক প্ৰয়োজন নায়েই, আভিজাত্যৰ প্ৰতীক-হিচাপেও সি পুৰণি-কলীয়া আৰু মূল্যহীন। আটাইকেইটা ভাই-ককায়ে এই কথা আলচ কৰি খুব সহজভাৱে বাপেকৰ আগত কথাষাৰ উলিয়ালে। কথাষাৰ কাণত পৰা মাত্ৰে পুতেকহঁতক হতবাক কৰি দি বুঢ়াই ভীষণ উত্তেজিত হৈ চিঞৰি উঠিল, "কি ক'লি ? বাপধনক বেচি মটৰ কিনিব খোজ ? কি ক'লি আৰু এবাৰ কচোন !"

আজি-কালিৰ যুগত থাপ নোখোৱা, বহি বহি ঘৰৰ অন্ন ধ্বংস কৰা সামান্য হাতী এটা বেচাৰ কথাত বাপেকৰ ইমান উত্তেজিত হ'বৰ কাৰণ কি, সেই কথা ভাবি ডেকা পুতেককেইটা একেবাৰে বিমূঢ় হৈ পৰিল। কিন্তু ক্ৰোধত ৰক্তবৰ্ণ বাপেকৰ মুখখন দেখি সিহঁতৰ আৰু বেছি কথা ক'বলৈ সাহস নহ'ল। তাৰ পিছদিনাই বেংকৰ টকা উলিয়াই সিহঁতে কিনি আনিলে এখন সুদৃশ্য এম্বেছেডৰ গাড়ী। ভূমিকম্পত হঠাৎ এডোখৰ ভূখণ্ড ওপৰলৈ উঠি আহি পাহাৰ কাটি টিলা সৃষ্টি হোৱাৰ দৰে এম্বেছেডৰৰ স্পৰ্ধিত ধ্বনি-উদ্গীৰণত মেধিৰ ঘৰ হঠাৎ ওপৰলৈ উঠি আহি পৰিণত হ'ল সমাজৰ নতুন শিৰ-ফুটা অভিজাত উচ্চ বংশত।

মটৰ-গাড়ী হোৱাত বলোৰাম বুঢ়া যে অসন্তুষ্ট হ'ল সেই কথা নহয়। বৰং ঘৰৰ আন সকলোৰে লগতে তেওঁো বেছ সুখীয়েই হ'ল। নিজৰ সন্তানৰ উন্নতি দেখিলে কাৰ ভাল নেলাগে ? তাতে মটৰ-গাড়ীখন বেছ কামৰ বস্তু। এদিনৰ বাট এঘণ্টাতে যাব পাৰি। কিন্তু হেজাৰ হওক, বুঢ়াৰ চকুত মটৰ গাড়ী এটা প্ৰয়োজনৰ আহিলা মাত্ৰ। কিন্তু বাপধন ? সিযে তেওঁৰ জীৱনৰ সংগী ! সি তেওঁৰ সুদীৰ্ঘ অতীতৰ স্মৃতি-বিজড়িত এটা প্ৰতীক। সি মেধিৰ ঘৰৰ লক্ষ্মী। এশখন মটৰ গাড়ীৰ তুলনা অসম্ভৱ। এইখন ঘৰত তাৰ আসনেই সুকীয়া।

বুঢ়াই কিন্তু এই কথাও অনুভৱ নকৰাকৈ নেথাকিল যে বাপধনৰ বিষয়ে তেওঁ নিজে যিয়েই নেভাবক, ঘৰখনৰ বাকী মানুহৰ চকুত বাপধনৰ আগৰ মূল্য আৰু নাই। আন কি, বাহিৰা মানুহেও আগৰ দৰে ডা-ডাঙৰীয়া বা হাকিম-বিষয়াক আদৰি আনিবলৈ বাপধনৰ খবৰ নকৰে, বৰমইনাৰ মটৰখনেহে সকলো কথাতে আগ ঠাই পায়। বাপধনৰ খবৰ কৰে কেৱল কাঠৰ ঠিকাদাৰে। এইবোৰ দেখি-শুনি বাপধনৰ প্ৰতি বুঢ়াৰ মমতা বাঢ়ি যায়। তেওঁ অনুভৱ কৰে, এইখন ঘৰত তেওঁ যেনেকৈ লাহে লাহে অৱহেলিত হৈ আহিছে,

বাপধনো ঠিক সমানেই অবহেলিত। সগৰ্বে মূৰ তুলি ৰাজোচিত মহিমাৰে ঘূৰি ফুৰা বাপধনৰ মুখত তেওঁ আজি-কালি দেখা পায় এটা সংকোচ-পীড়িত লজ্জা আৰু অভিমানৰ ছায়া। তাকে দেখি তেওঁৰ মনটোৱে কিবা এটা অবুজ বেদনাত হাহাকাৰ কৰি উঠে। কিন্তু সেই বেদনাৰ কথা শুনাবলৈকো বুঢ়াই ঘৰে-পৰে এটা মানুহ বিচাৰি নেপায়। নতুন পৃথিৱীখন বুঢ়া আৰু বাপধনৰ কাৰণে ইমানেই অপৰিচিত আৰু অনাত্মীয়।

বুঢ়াই যিমানেই বাপধনক আকুলভাৱে সাবটি ধৰিলে, সিমানেই তাৰ প্ৰতি ৰৰমইনাহঁতৰ আক্ৰোশ বাঢ়ি গ'ল। যি বাপধনক এদিন বলোৰাম মেধিয়ে ঘৰখনৰ গৰ্বৰ ধন হিচাপে গণ্য কৰিছিল, সেই বাপধনক লৈ গৰ্ব কৰা দূৰৰ কথা, আন কি সি পদূলিত থিয় হৈ থকাটোকো ৰৰমইনাহঁতে লাজৰ কথা বুলিহে ভাবিবলৈ ধৰিলে। তাক কেনেকৈ ঘৰৰপৰা দূৰ কৰা যায়, সেই কথা চিন্তা কৰি সিহঁতে এদিন গম পালে যে কাঠৰ ঠিকাদাৰক হাতীটো ভাড়ালৈ দিলে মাহে মাহে কেবাশকৈ টকাও পোৱা যাব আৰু হাতীটোকো কামত থটাই দূৰত ৰাখিব পৰা যাব। সিহঁতৰ অতি হিচাপী দৃষ্টিত প্ৰকাণ্ড হাতী এটা বহি বহি থকাৰ দৃশ্য একেবাৰে অসহ্য হৈ পৰিছিল। সিহঁতে ভাবিলে যে হাতীটো বিক্ৰী কৰাতহে বাপেকৰ আপত্তি, ঠিকাদাৰক ভাড়ালৈ দিয়াত নিশ্চয় আপত্তিৰ কোনো কাৰণ নেথাকিব।

বুঢ়াৰ কাণত কথাষাৰ পৰিল কি নপৰিল, ঘৰখনত তেওঁ এটা প্ৰলয়-কাণ্ডৰ সৃষ্টি কৰি পেলালে। 'বাপধনে কাঠ-টনা কুলীৰ কাম কৰিব? হে হৰি! কি কথাবোৰ শুনিবলৈ মই ইমান দিন জীয়াই থাকিলোঁ! হেৰ, তহঁতৰ হৈছে কি? বাপধনে তহঁতৰ কাৰ মূৰত উঠি খাইছে যে তহঁতে তাৰ পাছত ইমানকৈ লাগিছ? আজিৰপৰা যদি মই পুনৰ এনে কথা শুনো, ঠিক কৈছোঁ, মই ঘৰত জুই লগাই দিম, মই……মই……মই কিবা কৰি পেলাম।"

ৰৰমইনাহঁত এইবাৰ আচলতেই বিৰক্ত হ'ল। তাতোকৈ বহুগুণে বেছি হ'ল বিস্মিত। বুঢ়াই কি বুলি ভাবে সেই জানোৱাৰটোক? সি পশু, পশুৰ কাম কৰিব। তাতে বুঢ়াৰ ইমান আপত্তি কিয়? সিহঁতৰ বিচাৰ-বুদ্ধিৰে, সিহঁতৰ দৃষ্টিভঙ্গীৰে এই প্ৰশ্নৰ একো উত্তৰেই সিহঁতে ভাবি উলিয়াব নোৱাৰিলে। ফলত এইবাৰ সিহঁতৰো জিদ বাঢ়ি গ'ল। প্ৰত্যেক দিনেই একোবাৰকৈ সিহঁতে বাপেকৰ আগত কথাষাৰ উলিয়াবলৈ ধৰিলে।

বাপধনক কেন্দ্ৰ কৰি বাপেক-পুতেকৰ এই কাজিয়া বলোৰাম-মেধিৰ ঘৰত এটা নিত্য-নৈমিত্তিক ঘটনাত পৰিণত হ'ল।

এই কাজিয়া হয়তো বুঢ়া নমৰালৈকে চলিয়েই থাকিলেহেঁতেন। কিন্তু তাৰ আগতেই এটা ঘটনাৰ ফলত অতি অপ্ৰত্যাশিতভাৱে কাজিয়াখনৰ সমাপ্তি ঘটিল।

ঘটনাটো ঘটিল বুঢ়াৰ সৰু পুতেকৰ বিয়া উপলক্ষে।

গাঁৱৰ বিয়া-বাৰুত সম্ভ্ৰান্ত মানুহৰ ঘৰত দৰাই কন্যা-ঘৰলৈ হাতীত উঠি যোৱাটোৱেই প্ৰচলিত নিয়ম। অপেক্ষাকৃত দুখীয়া মানুহবোৰেও বিয়াৰ শোভাযাত্ৰাত হাতী এটা নিব পৰাটো গৌৰৱৰ কথা বুলি ভাবে। বলোৰাম বুঢ়াৰ ঘৰত বহুত বিয়া হৈ গৈছে। সেই সকলো বিয়াতে হাতী এটা মাত্ৰ নহয়—দহ-বাৰটা হাতীৰ সমদল চলে, আৰু সেই সমদলৰ নেতৃত্ব কৰে বাপধনে।

কণমইনাৰ বিয়াৰ কাৰণে এমাহৰ আগৰপৰাই ঘৰত বিপুল আয়োজন চলিছে। বুঢ়াৰ কৰিবলৈ একো কাম নাই, বিয়াৰ আড়ম্বৰখিনি যাতে নিখুঁত হয় তেওঁ কেৱল তাতেই চকু ৰাখিছে। তেওঁৰ জীৱন-কালত ঘৰখনত এইখনেই শেষ বিয়া। এই বিয়াখন অতি সুকলমে আৰু আড়ম্বৰেৰে শেষ কৰিব পাৰিলেই তেওঁৰ মনৰ সকলো কামনা পূৰ্ণ হয়। বিয়াৰ এসপ্তাহৰ আগতে তেওঁ বৰমইনাক ওচৰলৈ মাতি সুধিলে বিয়াৰ কাৰণে হাতীবোৰ বন্দবস্ত কৰা হ'ল জানো?

বৰমইনাই আচৰিত হৈ ঘূৰাই প্ৰশ্ন কৰিলে, "হাতী? হাতী কিয় লাগে?"

বৰমইনাতকৈ হেজাৰগুণ বেছি আচৰিত হৈ বুঢ়াই পুনৰ প্ৰশ্ন কৰিলে, "কি ক'লি? হাতী কিয় লাগে, তই নাজান? পগলানেকি তই?"

বৰমইনাৰ গাত দোষ নাই। পৃথিৱীখন ইমান দ্ৰুত গতিৰে সলনি হৈ গৈছে যে কালি যিটো কথা আছিল অতি স্বাভাৱিক আৰু জীৱনৰ কাৰণে অপৰিহাৰ্য, আজি সিয়েই হয়তো কেৱল উপহাস আৰু কৌতূহলৰ বস্তু। বুঢ়াৰ দ্বিতীয়বাৰৰ প্ৰশ্নত বৰমইনাই আচল কথাষাৰ বুজি পালে আৰু হাঁহি উত্তৰ দিলে—"হাতী কিয় লাগে পিতা? এইবাৰতো আমি দহ-বাৰখন মটৰ-গাড়ী বন্দবস্ত কৰিছোঁ। দৰা যাব ঘৰৰ ফাৰ্ষ্ট ক্লাছখনত।"

বুঢ়াই পুতেকৰ কথাষাৰ বুজিবলৈ অলপ সময় ল'লে, তাৰ পাছত খুব

জোঁকাৰি পুনৰ তেওঁ মাত লগালে, "গাড়ী বন্দবস্ত কৰিছু কৰ যাক। কিন্তু দৰা যাব লাগিব বাপধনত উঠি। বাপধন নোহোৱাকৈ এইখন ঘৰৰ এখনো বিয়া হোৱা নাই, এই শেষ বিয়াখনো সি নোহোৱাকৈ হ'ব নোৱাৰে। ইয়াৰ পাছত তইঁতে যি কৰ কৰি থাকিবি।"

বুঢ়াৰ কথাৰ উত্তৰত বৰমইনাই হাঁহি হাঁহি কিবা এটা ক'লে কিন্তু কি ক'লে বুঢ়াৰ কাণত নপৰিল। হঠাৎ অতীতৰ স্মৃতিবহ এজাক বতাহ আহি তেওঁৰ মনটো খন্তেকৰ কাৰণে উন্মনা কৰি তুলিলে।

যথাসময়ত বিয়াৰ আচল দিন আহি পালে। সকলো মানুহ দিহা-দিহি নিজৰ কামত ব্যস্ত। বুঢ়াই ৰাতিপুৱাই ৰাতিয়াক লগত লৈ নৈৰ ঘাটত বাপধনক গা ধুৱাবলৈ গ'ল। নিজে আগত থিয় হৈ থাকি প্ৰায় দুঘণ্টা সময় তেও ৰাতিয়াৰ হতুৱাই বাপধনৰ গাটো ধুৱালে; তাৰ পাছত ঘৰলৈ আহি বাৰমান বজাৰপৰা বাপধনক সজাবলৈ আৰম্ভ কৰিলে। শিল্পী-সুলভ আবেগেৰে তেওঁ নিজ হাতে তাৰ কপালত কল্কা আঁকি দিলে, শৰীৰৰ অন্যান্য যথাস্থানত বিচিত্ৰ চিত্ৰ-শোভাৰ সৃষ্টি কৰিলে, ভৰিত জুমুকা পিন্ধাই দিলে, তাৰ পাছত ৰাতিয়াৰ লগত পৰামৰ্শ কৰি দৰাৰ কাৰণে গাদীখন সজাবলৈ ধৰিলে।

বিয়াৰ উথল-মাথলত কোনে ক'ত কি কৰিছিল, কাৰো খবৰ নাছিল, হঠাৎ এবাৰ বৰমইনাৰ বুঢ়াৰ কাণ্ড-কাৰখানাত চকু পৰিল। ব্যস্তভাৱে বাপেকৰ ওচৰলৈ আহি তেওঁ মাতলগালে, "পিতা, তুমি এই কি কৰিছা?"

বুঢ়াই বিৰক্তিৰে উত্তৰ দিলে, "তইঁতৰ নিজৰতো একো খবৰ নায়েই, লোকে কাম কৰিলেও সুধিবলৈহে আহ, কি কৰিছা বুলি। চাৰি বজাত বিয়াৰ যাত্ৰাৰ সময়, এতিয়াই যদি হাতীটোকে ঠিক কৰি থোৱা নহয়..."

"কিন্তু তোমাক দেখোন কৈছিলোঁৱেই পিতা, দৰা গাড়ীতহে যাব বুলি। তুমি মিছা-মিছিকৈ হাতীটো সজাই মৰিছা কিয়?"

পৰম অবিশ্বাসৰ দৃষ্টিৰে বুঢ়াই পুতেকৰ ফালে চাই মাত লগালে, "তই ক'লেই হ'বনেকি, দৰা গাড়ীতহে যাব বুলি? কণমইনা হাতীতেই যাব। তই মনে মনে থাক।"

বিৰক্ত হৈ একো নেমাতি বৰমইনা গুচি গ'ল। যথাসময়ত যাত্ৰাৰ লগ্ন আহি পালে। চাৰিযোৰা ঢোল-পাৰ্টিৰ কালিয়াৰ শব্দত চৌদিশ মুখৰিত হৈ উঠিল। অজস্ৰ বৰযাত্ৰী আৰু আয়তী-পৰিবৃত্ত হৈ দৰা

পদূলি-মুখৰ ফালে আগ বাঢ়ি আহিল। তোৰণৰ কাষতে সুসজ্জিত হৈ থিয় হৈ আছিল বৰমইনাৰ এম্বেছেডৰ. ওচৰতে আৰু দহ-বাৰখন বাছ-লৰি ইত্যাদি। এম্বেছেডৰৰ ঠিক বিপৰীত ফালে থিয় হৈ আছিল বিচিত্র চিত্র-শোভিত সুসজ্জিত বাপধন—তাৰ উদ্ধত মুখ-ভঙ্গীত উৎসৱৰ নায়কোচিত আত্ম-প্ৰসাদৰ ভাব। বাপধনৰ কাষতে চকি এখনত বহি বুঢ়াই অপেক্ষা কৰি আছিল দৰাৰ আগমনলৈ। দৰাযে হাতীতেই যাব, সেই বিষয়ে আৰু প্ৰশ্ন হ'ব পাৰেনেকি—তেওঁৰ মুখত এনে এটা ভাব। মাজে মাজে সপ্ৰশংস দৃষ্টিৰে তেওঁ বাপধনলৈ চায় আৰু মুখত এটা পৰম তৃপ্তিৰ ভাব ফুটি উঠে। এনেতে দৰা আহি তোৰণ পাৰ হৈ বাটত থিয় দিলেহি আৰু বুঢ়াই সসব্যস্ত হৈ থিয় হৈ ৰাতিয়াক হুকুম দিলে,—"ৰাতিয়া হাতী বৈঠ কৰ।" ঢোল-গায়নৰ শব্দত তেওঁৰ মাতষাৰ সম্পূৰ্ণ তল পৰি গ'ল আৰু ঠিক সেই মুহূৰ্ততে দৰাই এম্বেছেডৰৰ ফালে মুখ কৰি এখোজ আগ বাঢি গ'ল। বুঢাই সেই দৃশ্য দেখি আত্মহাৰা হৈ আৰ্তনাদ কৰিলে, "কণমইনা!" সিমান পৰে মটৰ গাড়ীৰ দুৱাৰ খোল খাই গৈছে আৰু দৰা তাত সোমাবলৈ উপক্ৰম কৰিছে। বুঢাই পগলাৰ দৰে হৈ বহাৰপৰা কঁপি কঁপি উঠি আকৌ চিঞৰি উঠিল, "কণমইনা, তই মটৰৰপৰা নামি আহ, নামি আহ, তই হাতীতে যাব লাগিব।" বুঢ়াৰ লম্ফ-জম্ফ আৰু চিঞৰ-বাখৰ দেখি ভিৰৰ মাজতে কোনোবাই ঠাট্টা-মস্কৰা কৰি খিকিন্দালি কৰি উঠিল আৰু পিছ মুহূৰ্ততে দৰাৰ মটৰ ষ্টাৰ্ট দিলে। লগে লগে বাকী বৰযাত্ৰীবোৰেও ওচৰতে বৈ থকা বাছ, লৰি, যিহকে পাই তাতে উঠি পৰিল—আৰু মুহূৰ্তৰ ভিতৰতে বাকী গাড়ীবোৰেও দৰাৰ গাড়ী অনুসৰণ কৰিবলৈ ধৰিলে।

শূন্য বিয়াঘৰৰ পদূলি-মুখত স্তব্ধ স্তম্ভিত হৈ থিয় হৈ ৰ'ল কেৱল বলোৰাম বুঢ়া আৰু বাপধন।

নতুনৰ শোভাযাত্ৰাত ঠাই নোপোৱা, প্ৰাচীন হৈ যাব ধৰা পৃথিৱীৰ দুটা অথৰ্ব প্ৰতিনিধি।

কেই মুহূৰ্তমান পিছত বাপধনৰ শুঁৰৰ স্পৰ্শত বুঢ়াৰ মূৰ্ছা ভাঙিল। যন্ত্ৰণা-কাতৰ দৃষ্টিৰে তেওঁ বাপধনৰ মুখলৈ চাই পঠালে—বিব্ৰতভাৱে কাণ দুখন লৰাই সি যেন তাৰ অপমান গোপন কৰিবলৈ আৰু বুঢ়াক সান্ত্বনা দিবলৈ চেষ্টা কৰিছে। কম্পিত খোজেৰে বুঢ়া তাৰ ওচৰলৈ আগ বাঢ়ি গ'ল

আৰু তাৰ গাতে দেহৰ সমস্ত ভৰ দি মুখখন গুজি মাত লগাই উঠিল, “বাপধন, বাপধন!”

হঠাৎ কি এটা কথা তেওঁৰ মনত পৰি গ'ল, যুৰটো পোন কৰি তেওঁ থিয় হ'ল। তাৰ পাছত তেওঁ ৰাতিয়ালৈ চাই মাত লগালে, “ৰাতিয়া, এইখন ঘৰত আৰু এক মুহূৰ্তও বাপধনৰ থকা নচলিব। বাপধনক মই তোৰ হাতত দান কৰি দিলোঁ, আজিৰপৰা তই বাপধনৰ মাউত নহয়, গৰাকী। যা, যা, সিহঁত ঘূৰি অহাৰ আগতেই তই বাপধনক লৈ তোৰ নিজৰ ঘৰলৈ গুচি যা। শুনিছনে নাই, ৰাতিয়া?”

# গোলাম

## সৌৰভকুমাৰ চলিহা

"নভেম্বৰ ডিছেম্বৰ মাহত যেতিয়া গুৱাহাটীত বৰফ পৰিব আৰম্ভ কৰে, সৰু ল'ৰা-ছোৱালীবোৰৰ বৰ আনন্দ হয়। ৰাস্তা, ঘৰৰ চাল, ফুল আৰু গছ-গছনি, যান-বাহন, সকলো বৰফত ঢাক খাই বগা হৈ পৰে। গোটেই চহৰৰ ওপৰত যেন এখন অবিচ্ছিন্ন বগা আৱৰণ। গোটেই পৃথিৱীত যেন স্বচ্ছ বগা পোহৰ। পুখুৰীবোৰৰ পানী কেতিয়াবা গোট মাৰে। গজাল লগোৱা বুট আৰু ৰং-বিৰং টুপী পিন্ধি সৰু ল'ৰা-ছোৱালীবোৰে চিঞৰ-বাখৰ কৰি কৰি সিহঁতৰ স্কী, স্লেজ-গাড়ী আৰু চকা লগোৱা ৰ'লাৰ স্কেটাৰবোৰ লৈ পৰম উৎসাহেৰে বাহিৰ হৈ পৰে। সিহঁতে ইটোৱে সিটোৰ গালৈ বৰফৰ বল দলিয়াই হাঁহি হাঁহি অধীৰ হৈ বৰফত পিচল খাই খাই পৰে। চহৰৰ হেলনীয়া ঠাইবোৰত এতিয়া সিহঁতে স্কী দৌৰে। বঞ্জু আৰু অঞ্জুৰ ঘৰৰ সমুখৰ সৰু সাঁতোৰা পুখুৰীটোৰ পানী গোট মাৰিছে আৰু তাৰ ওপৰত ওৰে ৰাতি বৰফ পৰি পাৰৰ লগত প্ৰায় সমান হৈ গৈছে। অঞ্জু আৰু বঞ্জুৱে মহা স্ফূৰ্তিৰে ৰ'লাৰ-স্কেটিং কৰি পুখুৰীটো পাৰ হৈছে। ঘৰৰ সমুখৰ হেলনীয়াডোখৰ বৰফে ঢাকি সমান কৰি দিয়াত কণুমীৰ বৰ সুবিধা হৈছে। তাই সৰু ভন্টিজনীক কাঠৰ চকা লগোৱা বাকচটোত বহুৱাই লৈ হুৰ্‌হুৰ্‌কৈ তললৈ নামি গৈছে। আমি আটায়ে জেকেটৰ বুটামবোৰ ডিঙিলৈকে মাৰি লৈ বৰফ চাবলৈ বাহিৰ হৈছোঁ। পুবাৰ তীক্ষ্ণ সিৰ্‌সিৰীয়া বতাহে আমাৰ গালত আৰু অনাবৃত কাণত বেজীয়ে বিন্ধাৰ দৰে বিন্ধিছে। তুলাৰ দৰে পাতল চটা চটা বৰফ আমাৰ গালে-মুখে আৰু কাপোৰত পৰি গলি যাব ধৰিছে। সৌৱা, ল'ৰাহঁতে প্ৰকাণ্ড এটা 'বৰফৰ মানুহ' সাজিব ধৰিছে। সৌৱা বৰফেৰে বগা হৈ পৰা গেটখন খুলি হে'ৰ বৰুৱা ৰাস্তালৈকে ওলাল। তেওঁ গলত টানকৈ এখন নীলা ৰঙৰ মাফ্‌লাৰ মেৰৱাই লৈছে। হে'ৰ্‌ বৰুৱাই ঘৰৰ সমুখত পাৰ্ক কৰি থোৱা তেওঁৰ মটৰগাড়ীখন বিচাৰিছে, কিন্তু

গাড়ীখনৰ ওপৰত বৰফ পৰি চাৰিওপিনে এটা এস্কিম'সকলৰ ইগ্লু ঘৰৰ দৰে হৈ পৰিছে। আস্, এতিয়া বাৰু তেওঁ কেনেকৈ গাড়ীৰ ভিতৰ সোমাব? সৌৱা, ফ্রাউ বকৰা বাহিৰলৈ আহি হে'ৰ্ বকৰাক হাত জোকাৰি বিদায় দিছে আৰু চিঠিৰ বাকচটো চাব খুজিছে—চিঠি আহিছেনেকি। কিন্তু চিঠিৰ বাকচটোও একেবাৰে বগা হৈ বৰফৰ তলত ঢাক খাই আছে। ফ্রাউ বকৰাই তেওঁৰ এপ্রনখনত হাত ঘঁহি গৰম কৰি লৈ চিঠিৰ বাকচটোৰপৰা বৰফবোৰ চুঁচি পেলাব ধৰিলে……"

মোৰ জাৰ্মান ৰচনাখনৰ এইখিনিলৈ জোৰে জোৰে পঢ়ি ফ্রাউ ম্যুলাৰে তেওঁৰ ঘূৰণীয়া কাঁচৰ প্রাচীন চছ্‌মাযোৰ খুলি ক'লে, "চমৎকাৰ, চমৎকাৰ! ব্যাকৰণৰ ভুল এটাও নাই যেন লাগিছে। অতি প্রশংসনীয়। হু!" তাৰ পিছত অলপ অনিশ্চয়তাৰে ক'লে, "কিন্তু, আপোনালোকৰ দেশত আমাৰ ইয়াৰ দৰেই বৰফ পৰে বুলিতো জনা নাছিলোঁ।" ফ্রাউ ম্যুলাৰে মেজৰ কিতাপ-পত্ৰৰ মাজত থকা ডাঙৰ গোলকটো তৰ্জনীৰে পাক্ দি ভাৰতবৰ্ষখন উলিয়ালে আৰু পুনৰ চছমাযোৰ পিন্ধি জুমি চালে। "ঠিকেই—তলেৰে বিষুৱ ৰেখা গৈছে—গ্রীষ্মমণ্ডল—অসম—অসম—আখ্ এইযে, গোহাটী—গোহাটী ক'ত, গোহাটী দেখোন—" "এই গোলকটোত দিয়া নাই হ'বলা", মই লৰালৰিকৈ ক'লোঁ, "এইযে এইখিনিত শ্বিলং—ৰাজধানী—পাহাৰৰ ওপৰত, বেছ ঠাণ্ডা—তাৰ ঠিক তলতে গোহাটী—", ফ্রাউ ম্যুলাৰৰ প্রশ্নটো এৰাবলৈ গৈ মই সোৎসাহে শ্বিলং পাহাৰৰ বৰ্ণনা এটা আৰম্ভ কৰিলোঁ। "খাছিয়া মানুহৰ ঠাই, অঁকোৰা-পকোৰা পাহাড়ী ৰাস্তা, বেভেৰিয়াৰ পাহাৰ অঞ্চলৰ গাঁৱৰ দৰে। নিজৰা আৰু ঝুকং, আৰু সৰল গছ, আপোনালোকৰ 'টানে'-গছবোৰৰ দৰে, ডাঙৰ ডাঙৰ জলপ্রপাত আছে, তাৰপৰা বিজুলী উৎপন্ন কৰা হয়। আবহাৱা চেঁচা বা মৃদু, গ্রীষ্মকালীন শৈলবিহাৰৰ জনপ্রিয় ঠাই। গৌহাটীৰপৰা মটৰ গাড়ীৰে প্রায় এশ কিল'মিটাৰ। কিন্তু ৰাস্তা এমুৰীয়া, এইটো অৱশ্যে কিছু অসুবিধাজনক, যদিও—"

"'আ! আ'!" ফ্রাউ ম্যুলাৰে তেওঁৰ বে-চামাল শুভ্র চুলিৰে ঢাক খোৱা মূৰটো দুপিয়াই দুপিয়াই সাগ্রহে (কিন্তু যেন অলপ আচৰিত হৈ) মোৰ কথা শুনিলে, আৰু তাৰ মাজে মাজে নীলা পেঞ্চিলেৰে মোৰ ৰচনাখনত ঠায়ে ঠায়ে দাগ দিব ধৰিলে। যিখন ব্যৱসায়-চালনা (বা ব্যৱসায় প্রশাসন)

প্ৰতিষ্ঠানত 'কাম শিকিবৰ' বাবে মই জাৰ্মানী আহি পাইছো, তেওঁলোকে মোক 'পেডাগগিশে'চ্ ইনষ্টিটুট'ৰ (অৰ্থাৎ শিক্ষা ইস্কুল) এই ভদ্ৰমহিলাৰ ওচৰলৈ পঠিয়াই দিছে, জাৰ্মান ভাষাজ্ঞানৰ পৰীক্ষা এটা দিবৰ কাৰণে। এতিয়ালৈকে মই শিক্ষানবিশহে হৈ আছো। এই পৰীক্ষাটোত উত্তীৰ্ণ হ'লে তেওঁলোকে মোক নিয়মীয়াভাৱে 'বেআম্টাৰ্' বা কৰ্মচাৰীৰূপে নিয়োগ কৰিব। প্ৰশিক্ষণ শেষ হ'লে এখন 'ডিপ্ল'মা' দিব।

ফ্ৰাউ মূলাৰে ক'লে যে তেওঁ জাপান আৰু ভাৰতবৰ্ষৰ বিষয়ে বহুত কিবা-কিবি পঢ়িছে, বিশেষকৈ ভাৰতবৰ্ষলৈ এবাৰ যোৱাৰ তেওঁৰ খুব ইচ্ছা আছে, ঈশ্বৰে কৰিলে, দেশখন চাবলৈ : তেওঁৰ ল'ৰা-ছোৱালীহালকো, গ্ৰেট্খন্ আৰু ফ্ৰীৎচ্—লগত নিব খোজে প্ৰাচ্যৰ ৰূপকথা যেন লগা দেশবোৰ দেখুৱাবলৈ (ডিপ্ল'মা আনিবলৈ নহয়)। ভদ্ৰমহিলা প্ৰৌঢ়া, কিন্তু এতিয়াও সকলো বস্তুতে আপাতদৃষ্টিত অপাৰ কৌতূহল। 'না ইয়া, হে'ৰ্ অমুক, আপোনাৰ ৰচনাখনে মোক আচৰিত কৰিছে, মই ক'বলৈ বাধ্য হৈছো। আপোনাৰ জাৰ্মান শুধবৰ্ণীখিনি আৰু বাক্যৰচনাখিনি যদিও মোটামুটি চলনসই হৈছে, তাত এনেকুৱা দুই-এটা প্ৰাথমিক ভুল বৈ গৈছে যে শুনিলে আমাৰ ইস্কুলৰ ল'ৰাই হাঁহি মৰিব। অথচ ৰচনাখন—", ভদ্ৰমহিলাৰ ৰঙা মৰমিয়াল মুখখনত হতবুদ্ধিৰ ছাঁ পৰিল,—"না ইয়া, মুঠৰ ওপৰত, ভালেই। যাক, আপোনাৰ লগত পৰিচয় হৈ ভাল লাগিল", ভদ্ৰমহিলাই মেজৰ কাষত থকা বাল্টিটোৰপৰা দুটুকুৰামান কয়লা উহুনত পেলাই দাণ্ডাডালেৰে খুচি দিলে, আৰু হঠাৎ বোধ হয় তেওঁৰ মনত পৰিল যে মই গ্ৰীষ্মমণ্ডলৰপৰা আহিছো, "ইয়াত বোধ হয় আপুনি প্ৰথম প্ৰথম বৰ ঠাণ্ডা পাইছিল, নহয়— ? অৱশ্যে আপোনাৰ ৰচনাত যিটো বৰ্ণনা—", ভদ্ৰমহিলাৰ মুখত পুনৰ এটা বিভ্ৰান্তিৰ ৰেখা ফুটি উঠি মিলি গ'ল,—, "কোঠাটো গৰম হৈছেনে এতিয়া ? বৰ বেছি গৰম হৈছে যদি, কোটটো খুলি ল'ব পাৰে—"

"ধন্যবাদ, ফ্ৰাউ মূলাৰ্", মই ক'লো আৰু অনুমতি পাই কোটটো খুলি চকিখনৰ পিঠিত ওলোমাই থলো।

ফ্ৰাউ মূলাৰে ভলমুৰ কৰি মোৰ কাগজকেইখিলাত আৰু কেইটামান দাগ মাৰিলে আৰু কিবা এটা মন্তব্য লিখি লিখি ক'লে "বাৰু কওকচোন, এই 'ব্যৱসায়-চালনা' ব্যাপাৰ—মই অৱশ্যে এইবোৰ কথা একো নাজানো—

এই 'ব্যৱসায়-চালনা' বিষয়টো আপোনালোকৰ দেশত এতিয়াও বিকাশ কৰা হোৱা নাইনেকি ? মানে, আপুনি ইয়াৰ ডিপ্ল'মাখনৰ কাৰণে যে ইমানদূৰ আহিব লগীয়াত পৰিল—মানে", ভদ্ৰমহিলাই মূৰটো তুলি এটা বিব্ৰত হাঁহি মাৰিলে—"মানে, মইতো শুনো আমাৰ ব্যৱসায়-বাণিজ্যৰ প্ৰথা আৰু কায়দা-কৌশল ইউৰোপৰ আন দেশবোৰৰপৰাই বিভিন্ন, এচিয়াৰ লগততো তেনেহ'লে নিশ্চয় বহুথিনি অমিল হ'বই। এই ডিপ্ল'মাখন লৈ তেনেহ'লে আপোনাৰ দেশৰ কি লাভ—?"

এইটোৰ আৰু কি উত্তৰ দিব পাৰি ? কিবা কৈ ডিপ্ল'মাখন লৈ দেশলৈ যাম আৰু দেশৰ মানুহৰ সমুখত সেইখন জোকাৰিম। জাৰ্মানীৰ ডিপ্ল'মা—পদোন্নতি অনিবাৰ্য। প্ৰথম কেইবছৰ মাটি কিনিব নোৱাৰোঁ, হয়তো গাড়ীও কিনিব নোৱাৰোঁ ; কিন্তু ঘূৰি আহিছোঁতো ! ৰাম, শ্যাম, যদু, সকলো 'ঘূৰি আহিছে' বিচিত্ৰ অছিলাত বিচিত্ৰ উপলক্ষে ছলে-বলে-কৌশলে, নহ'লে জীৱন বৃথা, নহ'লে জীৱন ধিক্, গতিকে মৰেইবা এৰিম কি দুখত ? নিজৰ মাটি থকাহেঁতেন বন্ধক দিলোঁহেঁতেন, মেধাৱী হোৱাহেঁতেন বৃত্তি যোগাৰ কৰিব পাৰিলোঁহেঁতেন। সেইবোৰ নহ'ল যেতিয়া প্ৰচুৰ তেলকেই দিছোঁ 'যত চব ইয়ে' মানুহক, ঘৰৰ চাকৰিটোৰপৰা বেতনহীন ছুটীকেই লৈছোঁ, আৰু অৱশেষত এতিয়া এয়া মই ইয়াত ! আৰু কোনোমতে এইকেইটা মাহ কটাই……

কিন্তু এইবোৰ কথা ফ্ৰাউ ম্যুলাৰে বুজিয়েই নাপাব। সংক্ষেপে ক'লোঁ, "চাকৰিৰ সুবিধা হয়।" "অ' !", ভদ্ৰমহিলাই সুবুজাৰ দৰে ক'লে। তাৰ পিছত যেন এই দুৰ্বোধ্য কথাবোৰৰ পালা শেষ কৰিবলৈকে কাগজকেইখিলা থূপ কৰি আঁতৰাই থ'লে আৰু ক'লে "বাৰু, আপোনাৰ ভাষা-পৰীক্ষাৰ ৰিপৰ্টটো মই আজিয়েই পঠিয়াই দিয়াৰ চেষ্টা কৰিম। অভিনন্দন।"

পাছ কৰিছোঁ তেনেহ'লে !

"ধন্যবাদ, ফ্ৰাউ ম্যুলাৰ !"

ভদ্ৰমহিলাই ক'লে যে ইয়াৰ পিছত 'বীকমান্ উন্ট্ বীকনান্' কোম্পানীয়ে মোৰ কি কৰে তেওঁক জানিব দিলে তেওঁ সুখী হ'ব।

"নিশ্চয় জনাম" মই ক'লোঁ—একেজাপেই দেড়শ মাৰ্ক দৰমহা বাঢ়িব—আৰু কোটটো তুলি লোৱাৰ দৰে কৰি চকিৰপৰা উঠিবৰ উপক্ৰম কৰিলোঁ।

"যি হওক", ফ্ৰাউ ম্যুলাৰে হাতঘড়ী চাই ক'লে—"মোৰ পৰৱৰ্তী পৰীক্ষাৰ্থীজন আহে মানে প্ৰায় কুৰি মিনিট সময় আছে এতিয়াও—ঃ ৰাণী ল'ৰা, তেল পাইপ লাইন ৰক্ষণাবেক্ষণৰ প্ৰশিক্ষণ ল'বলৈ আহিছে। একেবাৰেই কেঁচা, বোধ হয় মই ঘৰত কৰি আনিব দিয়া কামখিনিৰ একোৱেই……", ভদ্ৰমহিলাই পুনৰ ঘড়ী চালে—"আমাৰ ইনষ্টিটিউটৰ কফি-বিৰতিৰ সময় হৈছে—এ—আপোনাকো এপিয়লা যাচিব পাৰোনে? ("ধন্যবাদ, ফ্ৰাউ ম্যুলাৰ")…যাওক, এই ভাষা পৰীক্ষাৰ ঝামেলাটো পাৰ হ'ল যেতিয়া, আৰু ছমাহৰ ভিতৰত কাম শেষ কৰি আপুনি ঘৰ পাবগৈ পাৰিব, ঈশ্বৰে কৰক। আপোনাৰ বোধ হয় ইয়াত, ইমান দূৰত ঘৰলৈ মনত পৰি থাকে—অ' ভাল কথা, ঘৰত আপোনাৰ কোন কোন আছে—?"

ঘৰৰপৰা আহিবৰ দিনাৰ দৃশ্যটো মনত পৰিল। সেই মাহ ধাৰাসাৰ নামিছিল—প্ৰায় অবিশ্ৰান্ত, আৰু ছহৰৰ ভিতৰ অঞ্চলত থকা আমাৰ ঘৰটোৰপৰা যিটো ঠেক ৰাস্তা—মটৰ নাযায়, ৰিক্সাও নাযায়—ডাঙৰ ৰাস্তালৈ ওলাই আহিছে, সেইটো এটা স্ৰোতস্বিনী নদী-বিশেষত পৰিণত হৈছিল। গতিকে আমাৰ অফিচৰ গুদা-ভৰি 'ৰয়'টোৰ হাতত বাকচ-পত্ৰ দি মই আৰু মোৰ ভাইটোৱে জোতা-মোজা খুলি ট্ৰাউজাৰৰ ঠেং কোঁচাই লৈ 'খাল'টো অতিক্ৰম কৰিবলৈ সাজু হৈছিলোঁ। ভনী দুজনী যদিও সেই গলিছোৱাৰে সদায় মেখেলা-চাদৰ কোঁচাই চেণ্ডেল হাতত লৈ ইস্কুললৈ অহা-যোৱা কৰে, সেইদিনা মই তাইহঁতক মোৰ লগে লগে ডাঙৰ ৰাস্তালৈ ওলাই আহিব নিদিলোঁ। প্ৰথম কাৰণ, ডাঙৰ ৰাস্তাত মই টেক্সিত উঠিলে দুয়োজনীয়ে ভে-ভেকৈ কান্দিব আৰম্ভ কৰিব, অত্যন্ত বিব্ৰতকাৰী পৰিস্থিতি, আৰু ফলত বেচ কিছু দেৰীও হৈ যাব। দ্বিতীয়তে, বৰষুণৰ লগে লগে ঘৰৰ বেৰে-মজিয়াই সৰু সৰু ভেকুলী, শামুক, বহু বিচিত্ৰ পোক-পতঙ্গ আৰু বহুবিধ বিভিন্নাকৃতি বিছাও ওলাইছে, দুয়োজনীকে বিছাই দাকিছে, হাত দুখনত ৰঙা দৰৰা-দৰৰি দাগ; বিছাই-দকাৰ অব্যৰ্থ মহৌষধ কাণত দুইখোপা চুণ লগাই দুয়োজনী একেবাৰে জধলা হৈ আছে। তৃতীয়তঃ, আমাৰ অঞ্চলটোৰ পিছফালে ডকান ঝিলটোৰ পাৰত খিবোৰ অজ্ঞাতকুলশীল উদ্বাস্তু মানুহে কাঠৰ খৰক-বৰক চকি-মেজ বনোৱা চালি বা পঁচা আলু-পিয়াজৰ দ'ম বা চোৰাই প্লাষ্টিকৰ মাল, মনিবেগ, গগলছ আৰু হাৱাই-চপলৰ ব্যৱসায় ভৰি ৰহি গৈছে নিৰ্বিকাৰ

আৰু অপ্ৰতিহত, সিহঁতৰ ল'ৰা-ছোৱালীবোৰক বিলটোৰ দাঁতিতেই শাৰী পাতি উলংগ হৈ বহি যোৱা কেতিয়াবা দেখিছোঁ (ডাঙৰবোৰে কি কৰে সেইটো এটা ৰহস্য!), আৰু এতিয়া বৰষুণৰ সোঁতত সেইপিনৰ পানী বৈ আমাৰ এই গলিটোলৈকো আহিছে, তাৰ অৱশ্যম্ভাৱী গাঁতবোৰত নানাৰকমৰ সন্দেহজনক বস্তু থেকেচা লাগি জমা হৈছে, আৰু ফলত উদ্ভৱ হোৱা বিভিন্ন গোন্ধৰ মাজত এটা সেমেকা গোন্ধ যেন কিবকম ·নাই, সিহঁতৰ ভৰিত ঘা হৈ যাব!

মাক সেৱা কৰিলোঁ, দেউতাক সেৱা কৰিলোঁ আৰু বিদায় দিব অহা বয়সীয়া কেইজনমানক। মাই চাদৰৰ আঁচলেৰে চকু মচিছে আৰু নাকেৰে সোঁৎ সোঁৎ কৰিছে—বোধ কৰোঁ পাকঘৰৰ বেৰকেইখন নানা অন্ধ্ৰ-ৰন্ধ্ৰৰ ছিদ্ৰেৰে পানী পৰি জেকা হোৱাই মাৰ পানী লাগিছে। শোৱা ঘৰটোৰো চালখনত এটা ফুটা ওলাই পানী সোমাইছে (বৰষুণ বতৰ হ'লেই মাৰ মেজাজ বেয়া হ'ব আৰম্ভ কৰে, বাচন-ধোৱা পকীডোখৰৰ চাৰিওপিনে পঙ্ককুণ্ড হৈ কাম-কৰা ছোৱালীজনী সেইপিনে যাব নোৱৰা হয়, চুৱা কাঁহী-বাটি দম হৈ পাকঘৰত পৰি থাকে) আৰু পৰ্দাখন খামুচি ধৰি মাই কন্দা-কটাৰ মাজে মাজে একোবাৰ সন্ত্ৰস্ত হৈ তুদা ভৰি দুখনলৈ চাইছে (কেৰেলুৱাৰ প্ৰতি মাৰ বৰ ভয়, দেখিলেই বোলে গাটো ৰি-ৰি কৰি উঠে, আৰু এই সময়ত ঘৰৰ মজিয়াত অসংখ্য কেৰেলুৱা-এক্সপ্ৰেছ যাতায়াত কৰে—ভৰিত কিবা লগা যেন পালেই মাই 'ঔ আই, এইভাল কি ঔ!' বুলি চিঞৰি জঁাপ মাৰি উঠে)। দেউতাৰ চটিৰ ভিতৰত মোজা পিন্ধা ভৰি, দেউতাই মোক বিদায়কালীন উপদেশ, নিষেধাজ্ঞা আৰু নিৰ্দেশখিনি দিছে (দেউতা অৱসৰপ্ৰাপ্ত শিক্ষক). হাতত হোকাটো, দেউতাৰ মাতটো কৰ্ক। দেউতাৰ বাতৰ বিষ আছে, এই বতৰত মেজাজ ইস্কুলৰ মাষ্টৰণীৰ দৰে খিটখিটীয়া হৈ থাকে, তাতে এই সময়ত এক্কাবমুৱা, জেকা আৰু ঠেক কোঠাটোৰ ভিতৰত—বস্তুতঃ, ঘৰটোৰ সৰ্বত্ৰ—মহে কোঁ কোঁ কৰি থাকে কাণৰ কাষত, ঘ'তে বহে ত'তে উৰহে কামোৰে, থাকি থাকি আমাক গালি পাৰে 'পাখৰণৰা চুণখিনি খহিলেই', আৰু হাতেৰে গোটেই গাটো খজুৱাই খজুৱাই চকিখনত বহি হোকা টানি থাকে। মই অনুমান কৰিছোঁ যে মই যোৱাৰ পিছত, ভনীহঁত আৰু অন্যান্য মানুহবোৰ আঁতৰাৰ পিছত যেতিয়া মাই দেউতাক অকলশৰে

আম কাটি আনি দিব আৰু চাহকাপ সমুখত থ'ব, তেতিয়াহে দেউতাৰ কৰ্কশ কণ্ঠ কিঞ্চিৎ কুমলিব। কিন্তু বেছি সময়লৈ নহয়, কিয়নো চাহৰ কাপটোৰ য'তে মুখ দিব তাতে এটা মাখি আছি পৰিব, আৰু আম কেইচকলাৰ ওপৰত বাজ্যৰ ভেনামাখি ভেন ভেন্ কৰিব আৰম্ভ কৰিব ক'ৰবাৰপৰা। আজি সন্ধিয়া দেউতা ক'লৈকো নোলায় (জলাশয় অতিক্ৰম কৰি যাবই বা কেনেকৈ?), সেয়েটো জনাই কঁপাল কোঁচাই 'অলস বাণী' পঢ়িব: বানপানী, বানপানী। অমুক ঠাইত অনাটন, তমুক ঠাইত মড়ক আৰু তমুক ঠাইত মহামাৰি। সতিকে চাউলৰ দাম আৰু বাঢ়িব। ববযুগত ৰাস্তা খহিছে, দলং ভাঙিছে, চহৰৰ ৰাস্তা অগম্য, ৰাছ ষ্টেশন আৰু ৰেল-ষ্টেশনৰ ভিতৰত মহাসাগৰৰ সৃষ্টি হোৱাৰ ফলত যাত্ৰী উঠিব পৰা নাই, বিপ্ৰবালা পলাই ফাৎ—ৰেল বন্ধ, ডাক তাঁৰ বন্ধ, পৰিবহন স্থগিত। ঘৰ হেৰোৱা আৰু খেৰৰ চালি হেৰোৱা মানুহৰ ভিৰ, ইত্যাদি পৌনঃপুনিক কাহিনী—আৰু স্থানীয় জিলা পুখিউঁড়ালত 'মধুগুঞ্জন' কৃষ্টিসংস্থাৰ উদ্যোগত 'বৰ্ষামংগল' উৎসৱ উদ্বোধন কৰিব একাডেমী পুৰস্কাৰপ্ৰাপ্ত বিশিষ্ট

মোৰ ভাই নীৰেনে কলেজত পঢ়ে, সিও 'মধুগুঞ্জন'ৰ অন্যতম ভ্ৰমৰ, অলপ ৰোমাণ্টিক টাইপ। মোক বিমানপোতত থৈ আহি সি কি কৰিব সেইটোও মই অনুমান কৰিব পাৰিছো। মটৰগাড়ীয়ে ছিটিকোৱা বোকাপানীৰে চেক লগা পায়জামাটো দুহাতেৰে দাঙি সি মিউনিছিপালিটিক অহল্লামে যাব কৈ আমাৰ গলিটো সোমাব। গলিৰ প্ৰায় মুখতে মাণিক বাবুৰ নতুন ঘৰটো, মাণিকবাবু ৱাৰ্ড কাউন্সিলাৰ। সেইখিনিত অভ্যাসমতে এবাৰ ক্ৰুদ্ধ দৃষ্টি হানি সি এবাৰ মাণিক বাবুৰ মুণ্ডপাত কৰিব (কিয়নো অঞ্চলটোৰ ভিতৰত মাথোঁ উক্ত ৱাৰ্ড-কাউন্সিলাৰৰ ঘৰৰ সমুখৰপৰা বাহিৰ ওলোৱা গলিখিনিয়েই কিবা ৰহস্যময় কাৰণত পকা আৰু গমনসাধ্য)। সামাজিক কৰ্তব্য শেষ; এইবোৰ সৰু কথা। তাৰ পিছত কোনোমতে ঘৰ সোমাই সি পায়জামা আৰু জহৰ-কুৰ্তাটো খুলিব। ভৰিখন ধুই ভণ্টিৰ ছেণ্ডেলযোৰ পিন্ধিব, ভণ্টিক খুজি চাহ একাপ খাব, আৰু তাৰ কমত সোমাব। 'বৰ্ষামংগল'ৰ প্ৰয়োজনত সি তাৰ কিতাপ-সেল্ফত থকা তাৰ 'সঞ্চয়িতা' নামৰ মোটা কবিতাৰ কিতাপখন টানিব নে নাটানে ক'ব নোৱাৰোঁ (মেজাজৰ লৈ কথা), য'ত কোৱা হৈছে যে আমাৰ দেশৰ শ্যামগম্ভীৰ নৱযৌৱনা বৰষা সুন্দৰ, অপৰূপ, ইয়াৰ তুলনা

নাই, এনেকুৱা দিনত যেতিয়া 'বাহিৰত জল ঝৰে অনিবাৰ নিভৃত নির্জন চাৰিধাৰ'—আমি ডেকা ল'ৰা-ছোৱালীবোৰে দুজনে মুখা-মুখি বহি গভীৰ দুখত দুখী হৈ পৰস্পৰৰ মুখলৈ চকু স্থিৰ কৰি চাই থাকিব লাগে বেকুবৰ দৰে (বোধ হয় বাহিৰলৈ ওলোৱাটো অসম্ভৱ কাৰণেই)। (আৰু আমাৰ নিজৰ চকু-নাকবোৰ এতিয়া আমি পকেটত ভৰাই থ'ব পাৰোঁ, কিয়নো বিলাতৰ মানুহে এই কবিৰ তাৰিফ কৰিছে যেতিয়া তেওঁৰ কথাই নিশ্চয় সঁচা: আমাৰ দেশখন ইমান সুন্দৰ, ইমান পৰিষ্কাৰ, ইমান সৌম্য, স্তব্ধ, সমাহিত শান্তিৰে ভৰা আৱেশবিহ্বল স্বপ্নপুৰী ; বৰষা নামিলে প্ৰতিখন ছহৰ, প্ৰতিখন গাঁও, প্ৰতিটো ৰাস্তা, প্ৰতিখন জংগল আৰু পৰিষ্কাৰ আৰু সুন্দৰ আৰু অপৰূপ হৈ পৰে, ইয়াৰ তুলনাযে নাই!))। অৱশ্যে তাৰ পৰৱৰ্তী সমস্যাটো হ'ব মোৰ ৰচনাখনৰ দৰে: সোৱা নীৰেন দত্ত ডিষ্ট্ৰিক্ট লাইব্ৰেৰীলৈ যাবলৈ ঘৰৰপৰা ওলাইছে···আস্, তেওঁ বাৰু আজি সন্ধিয়া কেনেকৈ তেওঁৰ মননজীৱীৰ পোছাকৰ পাৰিপাট্য বজাই ৰাখি ডাঙৰ ৰাস্তাত উপনীত হ'ব?

*　　　　*　　　　*

কফিত চুমুক দি পৰিতৃপ্ত হ'লোঁ। আঃ! অৱশেষত মোৰ সপোন সঁচা হৈ আহিব ধৰিছে। অহা মাহত ঘৰলৈ তিনি-চাৰি শ মাৰ্ক মই পাৰোঁ পঠিয়াব লাগিব। দেউতাৰ ৰুমটোৰ বেৰ কেইখন আৰু মাৰ পাকঘৰৰ ফুটা চালিখন মেৰামত কৰাই লওক কিছু কিছু।

ঘৰলৈ গৈ মাণিক বাবুক কৈ-মেলি পাৰিলে ঘৰৰ সমুখৰপৰা কিছু দূৰ পকা কৰাই লৈ বন্ধ নৰ্দমা দুটা কটাই দিয়াৰ (পাৰিলে ঢাকি দিয়াৰ) চেষ্টা এটা দিম (চেষ্টা এটা!—ভণ্টিহঁতৰ আৰু আমাৰ নহ'লে বৰ অসুবিধা হয়।) অঞ্চলটোৰ ব্যাকীখিনি অৱশ্যেই মোৰ চেষ্টাৰ মুলুকত নপৰে। চব কাম কি এজনেই কৰিব? ইমান 'কাঠ খেৰ পুৰি' জাৰ্মানীলৈ আহিছোঁ কি ঘৰলৈ গৈ ৰাজ্যৰ মানুহৰ কথা ভাবি মৰিবৰ বাবে? মই কি গৰ্দভ?

ইৰাণী ল'ৰাজনৰ আহিবৰ সময় হৈ আহিল। ফ্ৰাউ ম্যুলাৰে চকিৰপৰা উঠি কৰমৰ্দন কৰিলে আৰু পুনৰ্বাৰ নকৈ নোৱাৰিলে যে, "তোমাৰ ছহৰখনৰ এটা বৰ্ণনা", যিটো মই জাৰ্মান ভাষাত লিখি আনি দিলোঁ, সেইটো 'আউফজাৎচ'—সেইটো ৰচনা—তেওঁৰ বাবে একেবাৰে আশাতীত হৈছে, সম্পূৰ্ণ নিভুৰ্ল, আৰু একেবাৰে পকা হাতৰ বৰ্ণনা। এনেকুৱা বুলি জনা-

হৈঁতেন তেওঁ মোক আৰু অলপ দীঘল (আৰু কঠিন) কাম দিলেহেঁতেন, যেনে ধৰক—এই বিষয়-বস্তুটোকেই যদি লোৱা যায়—বৰফ গলিব আৰম্ভ কৰাৰ পাছত আপোনাৰ ছহৰখনৰ অৱস্থা কেনেকুৱা হয় তাৰে এটা বৰ্ণনা—

মই মনে মনে প্ৰমাদ গণিলোঁ, কিন্তু মিচিকিয়াই হাঁহিলোঁ।

"বোধ হয় মোটামুটি আমাৰ ইয়াৰ দৰেই, আপোনাৰ এই 'আউফ-জাৎচ্'টো পঢ়ি যি ধাৰণা হৈছে," ফ্ৰাউ ম্যলাৰে তেওঁৰ বগা চুলিবোৰৰ মাজেৰে আঙুলি চলাই চলাই লাহে লাহে ভাবি ভাবি ক'লে, "বৰফ গলিছে, ঘৰৰ বঙা চালবোৰ, বস্তুবোৰৰ অৱয়ব, গছ-গছনি, ৰাস্তা-ঘাটৰ ওপৰৰপৰা বৰফৰ আৱৰণ আঁতৰি গৈছে, নিজ নিজ ৰূপত আকৌ আত্ম-প্ৰকাশ কৰিব আৰম্ভ কৰিছে, পুনৰ যান-প্ৰৱাহ আৰু জীৱনৰ চাঞ্চল্য...... অৱশ্যে ধূলিয়ে-বোকাই গলিত বৰফ-পানীৰে ৰাস্তা-ঘাট কিছু লেতেৰা হৈছে প্ৰথম প্ৰথম, ৰাস্তাত ঠায়ে ঠায়ে ডোঙা বান্ধিছে। যদিও অৱশ্যে, সোন-কালেই বৰফ চুঁচি নিয়া গাড়ীবোৰ আহিব, কেইঘণ্টামান পিছতেই পুনৰ সকলো আগৰ দৰে পৰিষ্কাৰ হৈ যাব। (ৰাজহুৱা পৰিচ্ছন্নতাৰ ভাৰ ছহৰ-পিতা-সকলেই লৈছে, সেই বিষয়ে আৰু যি হওক আজি আৰু নাগৰিক চিন্তিত হ'ব নালাগে)। অৱশ্যে কিছুমান ৰাস্তাত সেই আহুকলীয়া গাড়ীবোৰ সোমাব নোৱাৰে, তাত আমি নিজেই নিজৰ ব্যৱস্থা কৰি ল'ব ইমানদিনে জানিছোঁ, ঈশ্বৰক ধন্যবাদ। এই ধৰক, মোৰ ঘৰটো, ক্লিন্কাৰ্ফ্ল্যচ্গাচে বোলা ঠেক গলি এটাৰ ভিতৰত—সেইপিনে কেতিয়াবা গৈছেনে? য়াকবি গীৰ্জাৰ কাষেৰেই সোমাই গৈছে—তাত এই গাড়ীবোৰ নাযায়, আমাৰ ঘৰৰ সমুখৰ বৰফখিনি মোৰ ল'ৰা-ছোৱালী দুটায়েই কোৰ মাৰি চাফা কৰি দিয়ে। দুকাষৰ দুঘৰ মানুহৰ ঘৰত আকৌ তেনেকুৱা কৰ্মঠ মানুহ নাই, বুঢ়া-বুঢ়ী থাকে, সেই বাবে মোৰ গ্ৰেট্‌খে'ন আৰু ক্ৰীৎচক কৈছোঁ, তহঁতেই এই দুঘৰ মানুহৰ সমুখৰ বৰফখিনিও পৰিষ্কাৰ কৰি দিবি যিহওক, বোধ কৰোঁ আপোনালোকৰ সিপিনেও—"

মিচিকি হাঁহিটো কোনোমতে বজায় ৰাখি সামান্য মুৰ দুপিয়াই শুনি গ'লোঁ। ভৱিষ্যতে যদি মোৰ ল'ৰা ছোৱালী হয়, সেনেহ'লে মোৰ 'গ্ৰেট্‌খেন্'-জনীক পাৰিলে এইপিনৰপৰা উভতি যোৱা কোনো ল'ৰা এটাৰ লগত বিয়া দিম, আৰু মোৰ 'ক্ৰীৎচ'কো এইপিনৰপৰা জিপ্‌'মা এখন নিবলৈ

পঠিয়াম। আৰু এয়া ফ্ৰাউ ম্যুলাৰে সিহঁতৰ হতুৱাই কিবা লোকৰ ঘৰ পৰিষ্কাৰ কৰাৰ কথা ক'ব ধৰিছে। বুদ্ধি-টুদ্ধি একেবাৰেই নাই? তুষাৰপাত শেষ হ'লে—বা বৰং বৰষুণ এৰিলে—মোৰ ছহৰখনৰ ৰাস্তা-ঘাট নলা-নৰ্দমাই কিদৰে আত্মপ্ৰকাশ কৰিব, আমাৰ আই-ওলোৰা গলিটো আৰু পিছপিনৰ বিলৰ পাৰৰ ৰিফিউজি কল'নিৰ চালিঘৰবোৰ কি ৰূপত প্ৰকট হৈ উঠিব (গোন্ধবোৰৰ কথা উহ্যই ৰাখিলোঁ) তাৰ বৰ্ণনাৰে এটা 'আউফ্-জাৎচ' লিখি মই অৱশ্যেই ভদ্ৰমহিলাক দিব নোৱাৰোঁ, কাৰণ তিমানখিনি জাৰ্মান ভাষাজ্ঞান আচলতে মোৰ নাই। যিটো বৰ্ণনা লিখি দিছোঁ—সেইটো সহজেই অনুমেয়—'সৰল জাৰ্মান শিক্ষা' নামৰ এখন পুৰণি জাৰ্মান-ইংৰাজী কিতাপৰপৰা তস্কৃত, 'আমাৰ ছহৰত বৰফ'—মাথোঁ নামবোৰ সলাই দিছোঁ, 'আমাৰ ছহৰ'ৰ ঠাইত 'গুৱাহাটী' বহুৱাই দিছোঁ।